AMRITASYA PUTRAH (Divine Lives): A volume consisting of the lives and works of twenty Great Assamese, authored by Shri K. C. Deka and published by 'Champavati Prakashan', Guwahati-781007, Assam.
Price: Rs. 95·00

---

অমৃতস্য পুত্ৰাঃ
( দিব্য-জীৱন )

লেখক : কনকচন্দ্ৰ ডেকা

প্ৰথম সংস্কৰণ : ১৯৯৬

চম্পাৱতী প্ৰকাশন
লাচিত লেন, লাচিত নগৰ
গুৱাহাটী-৭৮১০০৭
ফোন নং-৫৪২৬৯৪

প্ৰচ্ছদপট : ত্ৰৈলোক্য দত্ত

মূল্য : পঁচানৈব্বে টকা

মুদ্ৰক : পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী, গুৱাহাটী-৭৮১০০৮

# উচ্ছৰ্গা

## ৯০তম্ জন্মদিন উপলক্ষে



শ্ৰীচিদানন্দ দাস

জন্ম : ২৮ এপ্ৰিল, ১৯০৮ ( ১৫ বহাগ )

জীৱন-নৈৰ কোবাল সোঁতত জাঁজৰিৰ দৰে উটি-ভাহি ফুৰাজনে কেতিয়াবা মহৎজনৰ আশ্ৰয়ত শান্তিৰ নীড় দেখে আৰু পুঞ্জীভূত আশা-আকাঙ্ক্ষাৰ কিয়দংশক কল্পদান কৰিবলৈ সক্ষম হয়। মহাজনৰ দোকানত অলেখ পণ্যদ্ৰব্য থাকিলেও গ্ৰাহকে হাঁচটিত থকা ধনৰ জোখাৰেহে বস্তু কিনিব পাৰে। জ্বালা-যন্ত্ৰণা, হিংসা-প্ৰবঞ্চনা, গুলী-হত্যাকাণ্ড আদিৰে পীড়িত সাম্প্ৰতিক অগ্নিগৰ্ভা পৃথিৱীখনৰপৰা পলায়ন কৰি কেতিয়াবা বিচাৰি পাওঁ মৰুদ্যান সদৃশ এখনি বিশাল হৃদয়ক, এখনি দৰদী অন্তৰক, এজন প্ৰবুদ্ধ ব্যক্তি—শ্ৰীযুত চিদানন্দ দাসদেৱক। গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'ভূতপূৰ্ব পঞ্জীয়ক' তেখেতৰ এটি আনুষ্ঠানিক পৰিচয় মাথোঁ। তেখেতৰ প্ৰকৃত পৰিচয় ব্যক্তি মহিমাৰে ভূষিত তেখেত নিজেই। আমাৰ ৰচিত "অমৃতস্য পুত্ৰাঃ" নামক পুথিখনি তেখেতৰ শ্ৰীহস্তত অৰ্পণ কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ, লগতে বুকুৰ কোনো এটা নিভৃত কোণত অনুক্ষণে লাগি থকা ৰিঙা-ৰিঙা ভাবটোৰপৰা নিস্কৃতি পোৱা যেন অনুভৱ কৰিছো।

—লেখক

# নিবেদন

'অমৃতস্য পুত্ৰাঃ' : কুৰিজন কীৰ্ত্তিমন্ত লোকৰ চমু জীৱন-চৰিত। ইয়াত সন্নিবিষ্ট লেখাসমূহৰ প্ৰায়ভাগেই ইতিপূৰ্বে জীৱনী-গ্ৰন্থ, স্মৃতি-গ্ৰন্থ, সংবাদ-পত্ৰ আদিৰ পাতত ঠাই পাইছে। এনেদৰে অ'ত ত'ত সিঁচৰি থকা শতাধিক লেখা এক হাতৰ পৰিয়াল দৰে পাঁচখন ঠগাত থুপাই থোৱাৰ মানসেৰে 'অমৃতস্য পুত্ৰাঃ', 'অমৃত সন্ধান', 'অমৃত কুম্ভ', 'অমৃত প্ৰবাহ', আৰু 'অমৃত কন্যা'ৰ আঁচনি লোৱা হৈছে। নৈবেদ্যৰ দ্ৰব্যসমূহ বিবিধ পুথি, সংবাদ-পত্ৰ আদিৰপৰা বুটলি লোৱাৰ উপৰি জীৱন-কালত কেবাজনো স্বনামধন্য ব্যক্তিৰ সৈতে লেখকৰ হোৱা ঘনিষ্ঠ সম্পৰ্কৰ ফলশ্ৰুতি ৰূপে পোৱা। এইখিনিতে লেখকে সম্পৃক্ত পুথি প্ৰণেতা, সম্পাদক আৰু মহাজনসকলৰ ওচৰত নতজানু, গলবস্ত্ৰ হৈ কৃতজ্ঞতা সহকাৰে ঋণ স্বীকাৰ কৰিছো।

শিল্পীৰ অমৰ তুলিকাত লেখকৰ প্ৰাণৰ ভাষা প্ৰতিবিম্বিত হয়। কাজেই লেখক আৰু শিল্পীৰ অভিন্ন হৃদয়বিনা যথাযথ প্ৰচ্ছদপট বা কল্পচিত্ৰ সম্ভৱ নহয়। এই সন্দৰ্ভত আমাৰ অন্তৰভাগী বিশিষ্ট চিত্ৰ-শিল্পী শ্ৰীত্ৰৈলোক্য দত্তৰ আমি কৃপাধন্য। এই লেখকৰ স্বৰচিত, সম্পাদিত, সঙ্কলিত তথা সংশ্লিষ্ট প্ৰায় তিনিকুৰি গ্ৰন্থৰ প্ৰচ্ছদপট শ্ৰীদত্তৰ অমৰ তুলিকাত প্ৰাণৱন্ত হৈ উঠিছে।

আমাৰ স্বৰূপ গুৰুপুত্ৰ, অনুজ-প্ৰতিম, পূৰ্বদেশ মুদ্ৰণৰ অধিকাৰ, তেওঁৰ স্নেহাধন্য ভাতৃ আৰু কৰ্ত্তব্যপৰায়ণ কৰ্মচাৰীসকলৰ শলাগ-বাণী ঘোষিত নহ'লে কৃতঘ্নতাৰ দোষে আমাক চুব। আৰু আমাৰ অতি আলসুৱা, একমাত্ৰ কন্যা 'সংঘমিত্ৰা' ( লীনা )ৰ অবিৰত খেচ্‌খেচনি, বৰ্ডচৰ্ষৰ ভনী দৰদী ডৰথিৰ দৰে আমাৰো প্ৰেৰণাৰ পাঁচনীয়া লক।

শেষত দন্তে তৃণ ধৰি, মূৰৰ কেশ ছিগি, কৰপুতে শ্ৰদ্ধাৰ পাঠক-পাঠিকাসকলৰ চৰণত নিবেদিছোঁ, 'অমৃতস্য পুত্ৰাঃ'। আগৰ ৰচনাবোৰৰ দৰে তেখেতসকলৰ উমাল হিয়াতে যেন অমৃতৰ পুত্ৰসকলকো ঠাই দিয়ে।

১৯৯৬ ইং কনকচন্দ্ৰ ডেকা

## সূচীপত্ৰ

# বসুধাবন্ধু জ্ঞানদাভিৰাম বৰুৱা

অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থ ৰক্ষাৰ এই আন্দোলন আজিৰ নহয়। ১৮২৬ চনত ইংৰাজে এই দেশ লোৱাৰ পাছৰে পৰা অসমীয়া জাতিয়ে জাতি-ধৰ্ম্ম-বৰ্ণ নিৰ্বিশেষে অসমৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে সংগ্ৰাম কৰি আহিছে. শ শ জনে জীৱন আহুতি দিছে। দেশ ৰক্ষাৰ হেতু মণিৰাম দেৱান, পিয়ালি বৰুৱা, পিয়লি ফুকন, কুশল কোঁৱৰ, কনকলতা, ভোগেশ্বৰী, মুকুন্দ কাকতি আদিয়ে নিজক শ্বহীদ-বেদীত হাঁহিমুখে তুলি দিছে, আৰু অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি ৰক্ষা তথা শ্ৰীবৃদ্ধি সাধন কৰাৰ কাৰণে লক্ষ্মীনাথ বেজবৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞি বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্য, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰি ৰায়চৌধুৰী প্ৰমুখ্যে নানাজনে অহৰহ সংগ্ৰাম চলাই আহিছিল। আজিৰ আধুনিক অসমীয়া জাতি, অসমীয়া ভাষা, সেই বৰেণ্য ব্যক্তিসকলৰ মহান ত্যাগৰ ফল।

আজিৰ পৰা তিনি কুৰি বছৰৰো আগতে অসম মাতৃৰ এজন সুসন্তানে বুকু ফিন্দাই কৈছিল, "আপোনালোকে জানে, ময়ো জানো যে আসাম আমি যাক বোলোঁ সেই ৰাজ্য ইমান ঠেক নাছিল। বহল আছিল, বৰ বহল আছিল। এই কথাফেৰি কলিকতাৰ পৰা দাৰ্জিলিঙলৈ গ'লে চকুত নপৰে, কিন্তু গুৱাহাটী কি সেই ফালৰ কোনো এখন ঠাইৰ পৰা গ'লে চকুত পৰে আৰু চকুৱে কয়,—"চোৱা আমাৰ আসাম কিমান বহল।.........ঘৰবোৰ সেই আমাৰ অসমীয়া বাঁহ, কল, তামোলেৰে ভৰা। মানুহবোৰ সকলো অসমীয়াৰ দৰে দেখিলোঁ। বঙ্গদেশৰ আন আন ঠাইৰ ঘৰবোৰৰ

চাল, বিশেষকৈ পশ্চিম বঙ্গৰ হাতীপিঠীয়া। সেই ফালৰ দেখিলোঁ আমাৰ অসমীয়া ঘৰ দুবহু। দেখি ভাবিলোঁ যে মোৰ আসামৰ বিস্তৃতি ইমান দূৰলৈকে আছিল। মনত আনন্দ পালোঁ।" তেওঁ আৰু কৈছিল, "আপোনালোকে একেবাৰে নিভাঁজ ৰংপুৰীয়া আৰু কোচবিহাৰীয়া মাতৰ সৈতে আমাৰ মাত অলপ গমি চাই মিলালেই দেখিব যে এই মাতবোৰৰ কি সুন্দৰ সাদৃশ্য। তেওঁলোকৰ উচ্চাৰণৰ ফালে মন কৰি চাব। ৰংপুৰ আৰু কোচবিহাৰো আমাৰেই আছিল।"

সেইজন অসম-গৌৰৱী, স্বনামধন্য পুৰুষেই মহাপুৰুষ দুজনাক লৈ গৌৰৱ কৰি কৈছিল,- "আমাৰ কি সৌভাগ্য যে এই মহাপুৰুষ-সকলে আসামত এনে পৱিত্ৰ নিৰ্মল বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি কোটি কোটি জীৱন পৱিত্ৰ, পৰিশুদ্ধ কৰি তেওঁলোকক পৰমেশ্বৰৰ সিংহাসনৰ নিকটবৰ্ত্তী কৰিলে; আসামৰ সমাজত বিশুদ্ধ ধৰ্ম্মভাব আৰু সদাচাৰৰ সোঁত বোৱাই সমাজ শৰীৰৰ ৰোগ গুচালে। যতদিন পৃথিৱীত সভ্যতা থাকিব ; জ্ঞান ভক্তিৰ আদৰ থাকিব প্ৰকৃতিৰ কাম্য কানন আসামত পৱিত্ৰ স্মৃতিৰ বাটৰ পৰা এই মহাপুৰুষসকলৰ নাম মচ নেযায়। ...আসাম দুখীয়া হওক, আসাম কঙাল হওক, কিন্তু এই কথা নিশ্চিত যে এইসকল মহাপুৰুষৰ প্ৰসূতী আসাম ধৰ্ম্মধনৰ কেতিয়াও কঙাল নহয়।"

আকৌ কৈছিল, "সময় সুবিধা পালেই বৃহৎ অসমৰ কথা বুকু-মন ওখ কৰি ক'ব লাগে, ক'ব লাগে মই অসমীয়া, I am an Indian, I am an Assamese."

স্বাধীন ভাৰতবৰ্ষত ভাষাৰ ভিত্তিত কিদৰে প্ৰদেশ গঠন হোৱাটো প্ৰয়োজন তাকে দোহাৰি সেইজন সিংহবিক্ৰমী পুৰুষে দৃঢ়স্বৰে কৈছিল—"অসমত অসমীয়াৰ প্ৰাধান্য হ'ব লাগে, বঙ্গদেশত বঙালী আৰু বঙালীৰ প্ৰাধান্য হ'ব লাগে, উৰিষ্যাত উৰিয়াৰ হ'ব লাগে, ভাষাৰো, মানুহৰো।" যিজন ব্যক্তিয়ে জন্মভূমি, মাতৃভাষা আৰু

নিজৰ দেশৰ মহাপুৰুষসকলক লৈ এনেদৰে হাঁহি ক'ব পাৰিছিল সেইজনেই সুধী-সজ্জনসকলৰ মানত আছিল—সুদৰ্শন, সুভাষী, সৌম্যমূৰ্ত্তি, সৰ্ব্বজনপ্ৰিয়, শিষ্টাচাৰী, আদৰ্শৱান, আত্মভোলা, আইনজ্ঞ, ব্যক্তি-মহিমা-সম্পন্ন, প্ৰতিভাৱান পুৰুষ, নিৰিহ নিপানী, দুখীয়াৰ ভগৱান, ঋষিতুল্য, জ্ঞানদাশ্ৰমৰ কুলপতি, চিৰ চেনেহী ভাষা জননীৰ অতি আদৰৰ সন্তান, বসুধাবন্ধু স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা।

'অভিৰাম' জে. বৰুৱা বংশৰ পৰম্পৰা হিচাপে নামৰ পাছত সোণত সুৱগা চৰোৱা আলঙ্কাৰিক উপাধিহে। অভিৰাম শব্দৰ অভিধানিক অৰ্থ— সুন্দৰ, মনোৰম, সুদৰ্শন ইত্যাদি। সেইবাবেই বোধকৰোঁ গুণাভিৰাম বৰুৱাৰ বংশধৰসকলে বাসকৰা শিলপুখুৰীৰ বাসভৱনটোৰ নাম আজিও 'অভিৰাম'। শিশু জ্ঞানদাভিৰাম বৰুৱাৰ মাকে আনৰ আগত পৰিচয় দিওঁতে কৈছিল, "ইয়েই মোৰ পেটমচা ল'ৰা", 'ভদীয়া পোনা"। জে, বৰুৱাক তেওঁৰ অগ্ৰজসকলে 'জ্ঞান', অনুজসকলে শ্ৰদ্ধাৰে জ্ঞানদা, লক্ষ্মীনাথ বেজবৰুৱাই অকৃতিম স্নেহেৰে 'জ্ঞানবোপা' ওকালতি কৰোঁতে মোক্কেলসকলে 'বাৰিষ্টাৰ বৰুৱা চাহাব', হাকিম পদবী পোৱাত 'জে, বৰুৱা হাকিম' আৰু এচামে ব্যঙ্গ যোজনাৰে 'জা বৰুৱা হাকিম', আৰ্লকলেজৰ অধ্যক্ষ হোৱাত 'অধ্যক্ষ জ্ঞান বৰুৱা' বুলি মাতিছিল যদিও শেষত গৈ থোৰতে 'জে, বৰুৱা' নামটোহে সৰ্ব্বজন বিদিত হৈ থাকিল।

জে, বৰুৱাই লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ পৰা উত্তৰাধিকাৰী সূত্ৰে বংশগৌৰৱ, ঈশ্বৰপ্ৰদত্ত সুন্দৰ শৰীৰ, পিতৃ-দত্বা সজগুণ, স্বোপাৰ্জিত জ্ঞান, অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰী-ত্ৰিমূৰ্ত্তিৰ সুসঙ্গত পোৱা ভাষা-সাহিত্যৰ প্ৰেৰণা, মহাপুৰুষ দুজনাৰ পৰা প্ৰাপ্ত নিৰ্মল বৈষ্ণৱ ধৰ্ম্মৰ সোৱাদ, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ লগত বৈবাহিক সূত্ৰে ঘটা মধুৰ সম্পৰ্ক, এবাৰ দুবাৰকৈ তিনিবাৰ বিলাত তথা সমগ্ৰ ইউৰোপ ভ্ৰমণ কৰি পোৱা অভিজ্ঞতা আৰু ইংৰাজী সাহিত্যৰ অমৃত

বাৰিধিত অৱগাহন কৰি পোৱা অমৃতৰ ভাণ্ডাৰে জে, বৰুৱাৰ জীৱন সঁচাসচিকৈ 'অভিৰাম' কৰি তুলিছিল।

জে, বৰুৱা আছিল প্ৰাচ্য আৰু পাশ্চাত্য সভ্যতাৰ মিলনৰ এনাজৰী। বিলাতী পোছাক, বিলাতী খাৱন, বিলাতী ধৰণৰ চলন-ফুৰণ, মুখত পাইপ, হাউলিত এল্‌ষেস্যান্‌ কুকুৰৰ ভৌ-ভৌৱনি, গল-গলীয়া কণ্ঠস্বৰ, কিঙচ্‌ ইংলিচ্‌ত দিয়া প্ৰগল্‌ভ বক্তৃতা আৰু চাহাবী-গোন্ধ থকা জে, বৰুৱা নামটোৰ সৈতে পূৰা-পূৰি চাহাব। সিফালে আকৌ জে, বৰুৱা 'থোলোকা চাহাব'। জে, বৰুৱাই যেতিয়া শুভ্ৰ ধুতি-কামিজ, পিন্ধি পাঁচপবীয়া, ছয় গাঁঠিয়া, মূৰত টুপী থকা, তেল দিলে তেল পিছলা, মানে চিল্‌চিলিয়া লাখুটিডাল হাতত লৈ ব্ৰাহ্মমুহূৰ্ত্তত উঠি "ব্ৰহ্মা কৃপাহি কেৱলম্‌" ব্ৰহ্মসঙ্গীত উদাত্ত কণ্ঠে গাই গাই পাণ্ডু-মালিগাওঁ ভ্ৰমি আহি ৰবীন্দ্ৰনাথৰ শান্তি নিকেতনৰ ক্ষুদ্ৰ সংস্কৰণ দীঘলী পুখুৰীৰ পাৰত থকা 'জ্ঞানদা আশ্ৰম'ত প্ৰৱেশ কৰেহি তেতিয়া চাহাব জে, বৰুৱাক হেনো এজন ভাৰতীয় সাধক মহাপুৰুষ যেন লাগিছিল।

জে, বৰুৱাৰ দৰে সুদৰ্শন, সৌম্যমূৰ্ত্তি আৰু বিশাল ব্যক্তিত্বৰ অম্লান জ্যোতিৰে উদ্ভাসিত হৈ থকা ব্যক্তি অসমীয়া লোকৰ মাজত তেনেই বিৰল বুলি ক'লে বোধকৰোঁ অত্যুক্তি কৰা নহ'ব। গৌৰবৰ্ণৰ থ্‌লন্তৰ দেহটোত পকাথেকেৰা যেন নিপোটল মুখমণ্ডল, কঁাচি জোনটোৰ দৰে বৈ পৰা চেলাউৰি, বৈ পৰা কাণ, সমদ্বিবাহু ত্ৰিভুজ আকৃতিৰ তিলফুলীয়া পাহিৰ নাক, বহল কপাল, ৰক্তিম চকুযুৰি আৰু উন্নত বক্ষেৰে যিজন সুশোভন পুৰুষ, সেইজনেই আছিল 'ভীমকান্তা, অভিৰাম জে, বৰুৱা।'

জে, বৰুৱাৰ পূৰ্বপুৰুষ আছিল সুদূৰ কৰ্ণাটকৰ পৰা কামাখ্যা তীৰ্থ দৰ্শন কৰিবলৈ আহি নীলাচল আৰু লৌহিত্যৰ সম্মোহনী শক্তিত মুগ্ধ হৈ কামাখ্যাৰ পাদভূমিত আশ্ৰম পাতি, অনাথ শিশুক প্ৰতিপাল কৰি মানুহ কৰা ৺লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ পোষ্যপুত্ৰসকলৰ এজন। তাৰে

তিনিজন পোষ্যপুত্ৰৰ বংশধৰসকল হ'ল ক্ৰমে তৰুণৰাম ফুকন, কামাখ্যাৰাম বৰুৱা আৰু গুণাভিৰাম বৰুৱা। জ্ঞানদাভিৰাম বৰুৱাৰ ফৈদৰ উপৰি পুৰুষজনৰ নাম আছিল 'যোগাই, ওৰফে ৰণৰাম। ৰণৰামৰ দুগৰাকী পত্নী—ইন্দ্ৰানী আৰু শচীদেৱী। শচীদেৱীৰ পুত্ৰই হ'ল স্বনামধন্য আধুনিক ভাষা সাহিত্যৰ অন্যতম গুৰিয়াল গুণাভিৰাম বৰুৱা ( ১৮৩৭ খৃঃ জন্ম )।

প্ৰথমা পত্নী ব্ৰজসুন্দৰীৰ অকাল বিয়োগ ঘটাত গুণাভিৰাম বৰুৱাই ১৮৭০ খৃষ্টাব্দত ৺পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়াক সেই কালৰ সামাজিক ৰক্ষণশীলতাৰ হেঙাৰ ভাঙি ৰেজিষ্টাৰী কৰি বিয়া কৰায়। অসমত ৰেজিষ্টাৰী বিবাহৰ গুণাভিৰাম বৰুৱাই আছিল পথ প্ৰদৰ্শক আৰু বিষ্ণুপ্ৰিয়া দেৱী 'নীতিকথা' ( ১৮৮০ খৃঃ ) পুথি ৰচনা কৰি অভিলেখ স্থাপন কৰোঁতা অসমীয়া লেখিকা।

গুণাভিৰাম বৰুৱাই ব্ৰাহ্মধৰ্ম্ম গ্ৰহণ কৰাটোও এটি তাৎপৰ্য্যপূৰ্ণ কথা। হিন্দু সমাজৰ, বিশেষকৈ ব্ৰাহ্মণ আৰু উচ্চ সম্ভ্ৰান্ত লোকৰ ৰক্ষণশীলতাৰ দুৰ্ভেদ্য প্ৰাচীৰ ভেদি গুণাভিৰাম বৰুৱাই নবাৰুণৰ প্ৰভাত ফেৰী কৰিছিল, যাৰ ফলস্বৰূপে তেওঁৰ কাপৰ পৰা ওলাই আহিল প্ৰথম অসমীয়া সংস্কাৰমুখী সামাজিক নাটক 'ৰাম নৱমী' (১৮৫৮), 'আনন্দৰাম ঢেকীয়ালফুকনৰ জীৱন চৰিত্ৰ' (১৮৮০)। গুণাভিৰাম বৰুৱাই আধুনিক অসমীয়া জীৱন চৰিতকাৰ হিচাপেও এক অভিলেখ স্থাপন কৰিছিল।

'আসাম বুৰঞ্জী' (১৮৭৫), 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' (১৯১১), 'অসমীয়া ল'ৰাৰ ভূগোল' (১৮৭৯), 'কাব্য-কুসুম' (১৮৮৪), ইতিহাস-মালা আদি গুণাভিৰাম বৰুৱাৰ অসমীয়া ভাষা জননীৰ বেদীলৈ সভক্তিৰে আগবঢ়োৱা পুষ্পাঞ্জলি আৰু তাৰে ভিতৰত 'আসাম বুৰঞ্জী' হ'ল ৰক্তকমল। গুণাভিৰাম বৰুৱাৰ আন এটি কীৰ্ত্তিস্তম্ভ হৈছে তেওঁৰ সম্পাদনাত প্ৰকাশিত মাহেকীয়া আলোচনী 'আসাম বন্ধু' (১৮৮৫)।

আধুনিক অসমীয়া জাতি, আধুনিক অসমীয়া সমাজ, আৰু অসমীয়া ভাষা-সাহিত্যক নতুন স্বৰূপৰ নতুন পোহৰলৈ আনি যিহাল দম্পতিয়ে উদ্ভাসিত কৰিলে তেওঁলোকৰ কোলাতেই ১৮৮০ খৃষ্টাব্দৰ ২০ আগষ্ট (ভাদ মাহৰ পূৰ্ণিমা তিথি) বৃহস্পতিবাৰ, নিশা এঘাৰ বজাত নগাঁৱৰ 'বিশ্ব কুটিৰ'ত জন্ম গ্ৰহণ কৰিলে কীৰ্ত্তিমান সন্তান জ্ঞানদাভিৰাম বৰুৱাই।

জ্ঞানদাভিৰাম বৰুৱাই চৈধ্য বছৰ বয়সতে পিতৃক হেৰুৱালে যদিও আনন্দৰাম ঢেকীয়াল ফুকনৰ বৰপুতেক ৰাধিকাৰাম ঢেকীয়াল ফুকনৰ তত্ত্বাৱধানত ১৫ বছৰ বয়সতে বিলাতত থাকি উচ্চশিক্ষা লাভ কৰাৰ সৌভাগ্য লাভ কৰে। এইখিনিতে উল্লেখ কৰিব পাৰি যে ৰাধিকাৰাম ঢেকীয়াল ফুকনেই হেনো বিলাতত থাকি ডক্টৰেট উপাধি লাভ কৰা প্ৰথম অসমীয়া ব্যক্তি। বিলাতত ক্ৰমে এণ্ট্ৰেন্স আৰু বাৰিষ্টাৰী পাছ কৰি জে, বৰুৱাই নিজ দেশলৈ উভতি আহি প্ৰথমে কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰে। পিছত অসমলৈ আহি মুন্সীফ্ পদত নিযুক্ত হয়। ১৯১৪ চনত গুৱাহাটীত আইন কলেজ স্থাপন হোৱাৰ লগে লগে জে, বৰুৱাই তাৰ অধ্যক্ষ পদ অলঙ্কৃত কৰে। নিচেই চালুকীয়া অৱস্থাৰ পৰা এটি পূৰ্ণাঙ্গ ৰূপত আইন মহাবিদ্যালয়খন গঢ় দি সুদীৰ্ঘ একুৰি তিনি বছৰ কাল অধ্যক্ষ পদত থাকি ১৯৩৭ চনত অৱসৰ গ্ৰহণ কৰে।

জে, বৰুৱা বহুমুখী প্ৰতিভাসম্পন্ন লোক আছিল। সুযোগ্য পিতৃৰ সুযোগ্য সন্তান জে, বৰুৱাও পিতৃৰ দৰে জাতে পাতে, হাড়ে-হিমজুৱে অসমীয়া আছিল। সুদীৰ্ঘ কাল বিলাতত থাকিও জন্মভূমি অসমক এখন্তেকো পাহৰা নাছিল। ৰসৰাজ বেজবৰুৱাৰ অনুৰোধ মিশ্ৰিত আদেশ পালন কৰি বিলাত ভ্ৰমণৰ টোকা 'বিলাতৰ চিঠি' বাঁহীলৈ নিয়মিতভাৱে পঠাইছিল। আনদেশৰ ভালখিনি আনি নিজৰ দেশত সদৰি কৰাটো আৰু নিজৰ দেশৰ ভালখিনি আন দেশত বিলাই দিয়াটো মহাপুৰুষৰ লক্ষণ। জে, বৰুৱাই ইংৰাজী সাহিত্যৰ অমৃত

ভাণ্ডাৰত মুখ দি 'ভেনিচৰ সাওদ', 'দদাইৰ পঁজা'ৰ সোৱাদ আমাক দিলে, আৰু সিফালে বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু'ৰ সোতৰটা সাধু 'ফক্‌টেলচ্ অব্ আসাম' অনুবাদ কৰি অসমীয়া সমাজ সভ্যতাৰ সোৱাদ ইংৰাজসকলকো দিলে। ইয়াকে কয় 'দিয়া আৰু নিয়া'।

১৯৩৩ খৃষ্টাব্দত উত্তৰ লক্ষীমপুৰত বহা অসম সাহিত্য সভাৰ চতুৰ্দ্দশ অধিবেশনত জে, বৰুৱাই পৌৰোহিত্য কৰি সভাপতিৰ ভাষণত অসমীয়া জাতিৰ অতীত গৌৰৱলৈ আঙুলিয়াই দিছিল। আজিৰ অসমত চলা সাম্প্ৰতিক আন্দোলনে তেওঁৰ সেই ভৱিষ্যত বাণীকে ফলিয়াইছে। তেওঁৰ লিখনিত অসমৰ সেই কালৰ ভৌগোলিক, ঐতিহাসিক, শৈক্ষিক, ভাষিক, তথা ধৰ্মীয় প্ৰভৃতি কথাৰ চমু আভাস পোৱা যায়। অসমীয়া ভাষা আখৰ জোঁটনিৰ ক্ষেত্ৰত জে, বৰুৱাৰ এটি সুকীয়া দৃষ্টিভঙ্গী আছিল। তেওঁ কৈছিল "শ, ষ, স, চ, ছ এইকেইটা আখৰৰ ব্যৱহাৰ সংস্কৃতৰ দৰেই ব্যৱহাৰ কৰা মোৰ মনেৰে ভাল। আৰু আমি যে প্ৰথম চ, দ্বিতীয় ছ, মুৰ্দ্ধণ্য ট দন্ত ত কওঁ সেইটো বেয়া। সেইদৰে নকৈ উচ্চাৰণৰ দ্বাৰা দেখুৱাব লাগে যে আমি সেইবোৰ সেইদৰেই উচ্চাৰণ কৰিছোঁ"।

আজি আমি হাড়ে হাড়ে অনুভৱ কৰিছোঁ, বাটে ঘাটে পোষ্টাৰো মাৰিছোঁ—"আমি স্বাৱলম্বী হওঁ আহক"। অকল পোষ্টাৰ মৰাই নহয় আজি আমি অসমীয়া শিক্ষিত ডেকাসকলে মাছ-তৰকাৰীৰ দোকান দিছোঁ, সেইবোৰ ঘৰে ঘৰে ফেৰি কৰি ফুৰিছোঁ, ৰিক্সা চলাইছোঁ, মথাউৰি, ৰাস্তা নিৰ্মাণ কৰিছোঁ, নগৰে-চহৰে কামিলা কাম কৰি পেটৰ ভাত মোকলাইছোঁ, আই-ভনীহঁতক প্ৰতিপাল কৰিছোঁ।

জ্ঞানদাভিৰাম বৰুৱাই হাতে কামে তেওঁৰ স্বাৱলম্বিতাৰ পৰিচয় দি গৈছে। তেওঁ হেনো তেওঁৰ দীঘলী পুখুৰীৰ পাৰৰ আৱাসস্থানত থকা ঔজোপাৰ পৰা ঔ চকীদাৰজনৰ দ্বাৰা পাৰি বস্তাত ভৰাই আত্মীয়-স্বজনক ঘৰে ঘৰে নিজে বিলাই ফুৰিছিল। আৰু এদিন

উজান বজাৰৰ পৰা ডাঙৰ পানীলাউ দুটা কিনি দুহাতেৰে ঘৰলৈ কঢ়িয়াই আনোতে তেওঁৰে পুৰণি ছাত্ৰ দুজনে টিপাটিপিকৈ হাঁহি একাষৰীয়া হৈ যোৱাত তেওঁ হেনো কৈছিল, "তোমালোকে হাঁহিছা? Go to London. You will find it is a common sight there."

অসম সাহিত্য সভাৰ অভিভাষণত তেওঁ উল্লেখ কৰিছে— "কোনো জাতিয়েই বিনা ব্যৱসায়-বাণিজ্যে ডাঙৰ হোৱা নাই। ...আমি বিদেশীক তথাকথিত বিদেশীক নিজৰ দোষ নেদেখি দোষ দিওঁ। আমি বিদেশীৰ সমকক্ষ নহওঁ কিয়? আমাক আত্মনিৰ্ভৰশীলতা লাগে। আমি যেন নিজে নিজৰ ভৰিত থিয় হ'বলৈ শিকিব পাৰোঁ, শক্তি পাওঁ এই ইচ্ছা লাগে, এই ইচ্ছা লাগে, এই ইচ্ছাৰ বশৱৰ্ত্তী হৈ কাম কৰিব লাগে। কিন্তু আত্মনিৰ্ভৰশীলতাৰ উৎপত্তি যেন সৎ-সাহসতে হয়, দুঃসাহসত নহয়। বিদেশীক দোষ নিদি আমিও তেওঁ-লোকৰ সৈতে মিত্ৰভাৱে অৰিয়াঅৰি নকৰোঁ কিয়?"

প্ৰসঙ্গক্ৰমে জে, বৰুৱাই নিজৰ অভিজ্ঞতা এটিক দাঙি ধৰিছে— "মই এদিন উজান বজাৰলৈ ই সি কিনিবলৈ পূৰ্বাহ্ণ ৮॥, ৯ বজাত যোৱাত দেখিলোঁ যে পোহাৰীবিলাক এনেয়ে বহি আছে। মই এজনী পোহাৰীক সুধিলোঁ, "আইদেউ! এতিয়ালৈকে মাছ নাই কিয়?" ৰিহা-মেখেলা পিন্ধা অসমীয়া তিৰোতাৰ অসমীয়াত্ব ৰখাৰ প্ৰতিনিধিজনাই ক'লে, "দেউতা, বঙালহঁতে মাছ মাৰি দিলেহে মাছ পাম।" এই কথাখিনিয়ে জে, বৰুৱাৰ মৰ্ম্মস্থানত আঘাত কৰিলে। তেওঁ মনতে ভাবিলে- "কি শোকৰ কথা, কি শোকৰ কথা, মই সুধিব পাৰোঁনে কিয় এই উত্তৰ পালোঁ?"

ইংৰাজ কবি কাৰ্ডিন্যাল নিউম্যানৰ দৰে জে, বৰুৱাও পৰম ঈশ্বৰ বিশ্বাসী আছিল।

তেওঁৰ মুখত নিৰন্তৰে "ব্ৰহ্ম কৃপাহি কেৱলম্" ব্ৰহ্মস্তুতি ঘোষিত হৈছিল। চিঠি-পত্ৰাদি লিখোঁতে, কোনো এটা কাম কৰোঁতে আদি

আৰু অন্তত ভগৱানৰ নাম সদায় স্মৰণ কৰিছিল। তাৰে এটি চানেকি হিচাপে অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণৰ আৰম্ভণিতে কায়মনোবাক্যে কিদৰে ভগৱানক প্ৰাৰ্থনা কৰিছে তাৰে এটি উদ্ধৃত দিয়া যাওক—"হে করুণাময় প্ৰভু, তোমাৰ অনন্ত শক্তিৰ কণমাত্ৰ দান কৰি আমাৰ এই কাম সুসমাধা কৰিবলৈ আমাক বল দিয়া। তুমি আমাক কৃপা কৰা। এই আমাৰ মহৎ কামত অলপমান কৃপাবাৰি বৰ্ষণ কৰা দয়াময়। প্ৰভু, তোমাৰ আশীৰ্ব্বাদ নেপালে আমাৰ কোনো কামেই সিদ্ধি নহয়। তোমাৰ অনন্ত অসীম ভঁৰালৰ পৰা আমাক একণ মাথোন আশীৰ্ব্বাদ দি এই কাম যে তোমাৰ নিজৰ তাৰ চিনাকি দিয়া।"

অসমৰ মহাপুৰুষসকলৰ বিষয়ে অসমৰ বাহিৰত যে প্ৰচাৰ নাই তাৰ বাবে জে. বৰুৱাই আক্ষেপ কৰি কৈছে—"আপোনালোকৰ, মোৰ শঙ্কৰদেৱৰ বিষয়ে আসামৰ বাহিৰৰ মানুহে নেজানে কিয়? আমি আনদেশৰ মহাপুৰুষসকলক চিনি পাওঁ। অৱশ্যে এইসকল মহাপুৰুষ আমাৰো গৌৰৱ। কিন্তু অসমৰ মহাপুৰুষসকলৰ কথা অসমৰ বাহিৰে কেইজনে জানে? আমাৰ মহাপুৰুষসকলৰ কথা অসমৰ বাহিৰ কৰিলে অসমৰো মঙ্গল হ'ব আৰু আন দেশৰো মঙ্গল হ'ব। মই কওঁ এইসকল মহাপুৰুষৰ সৰু সৰু জীৱনী আমাৰ শিক্ষিত মানুহে ইংৰাজী ভাষাত প্ৰচাৰ নকৰিলে দেশৰ প্ৰতি অবিচাৰ কৰা হ'ব?"

প্ৰচাৰৰ মাধ্যম সম্পৰ্কত ইংৰাজী ভাষাৰ গুৰুত্ব আৰু আন্তৰ্জাতিক সা-সুবিধা দোহাৰি জে, বৰুৱাই কৈছে, "জাপানী, চীনা আদি অবৃটিছ ইউৰোপীয় জাতিসকলেও প্ৰচাৰ কাৰ্যৰ নিমিত্তে ইংৰাজী ভাষাৰ আশ্ৰয় লয়। আমাৰ এই মহৎ কাৰ্যৰ অৰ্থে ইংৰাজী ভাষাৰ আশ্ৰয় ল'লে বোধকৰোঁ দোষৰ কথা নহয়।"

সাহিত্যৰথী বেজবৰুৱাৰ পৰা সততে পাই অহা অকৃত্ৰিম মৰম-স্নেহ আৰু সাহিত্য-প্ৰেৰণা জে, বৰুৱাৰ জীৱনৰ এটি গৌৰৱোজ্জ্বল

অধ্যায় জে, বৰুৱাৰ 'বিলাতৰ চিঠি' বেজবৰুৱাৰেই উদ্দীপনাৰ ফল। তাৰ উপৰিও বেজবৰুৱাৰ সহধৰ্ম্মিণী প্ৰজ্ঞাসুন্দৰী আৰু জে, বৰুৱাৰ সহধৰ্ম্মিণী লতিকাদেৱী বঙ্গদেশৰ প্ৰসিদ্ধ ঠাকুৰ পৰিয়ালৰ জীয়ৰী। লতিকাদেৱীৰ পিতৃ অৰুণেন্দ্ৰনাথ ঠাকুৰ মহৰ্ষি দেৱেন্দ্ৰনাথ ঠাকুৰৰ জ্যেষ্ঠ পুত্ৰ পণ্ডিত দ্বিজেন্দ্ৰনাথ ঠাকুৰৰ পুত্ৰ আছিল।

জে, বৰুৱাৰ জীৱন সোঁৱৰণত গুণাভিৰাম বৰুৱাৰ তিনিজন পুত্ৰৰ উল্লেখ আছে। তাৰে করুণাভিৰাম আৰু কমলাভিৰামৰ বেদনাসিক্ত স্পৰ্শকাতৰ বৰ্ণনা বেজবৰুৱাৰ লেখনীত এনেদৰে প্ৰকাশ পাইছে "তেওঁৰ এটাইকেইটি ধুনীয়া ধুনীয়া পুতেক যদি কলিতে শুকাই নগৈ, সৰি নপৰি জীয়াই থাকিলেহেঁতেন আমি আৰু দুটি অসমীয়াৰ আদৰৰ ধন জে, বৰুৱা পালোঁহেঁতেন বুলি মোৰ বিশ্বাস। ঈশ্বৰৰ অশেষ কৃপা যে কোনোমতে চুকে-কোণে লাগি থাকি জ্ঞানদাভিৰাম বৰুৱাৰ ব'ল—যিজনেই আজি অসমীয়াৰ আদৰৰ আৰু গৌৰৱৰ বস্তু প্ৰিন্সিপেল জে, বৰুৱা। তেওঁ তেওঁৰ বৰণীয় পিতৃ দেৱতাৰ ওখ মন আৰু বহল হৃদয়ৰ প্ৰকৃত উত্তৰাধিকাৰী নহয় নে? গোটেই অসমত উঠা প্ৰতিধ্বনিয়ে কৈছে 'হয়'। "ঈশ্বৰে তেওঁক দীৰ্ঘজীৱী কৰি কুশলে ৰাখক, ঈশ্বৰৰ চৰণত এই জীৱন সোঁৱৰণৰ লেখকৰ এয়ে আন্তৰিক কামনা।" আধুনিক অসমীয়া ভাষা-সাহিত্যৰ অবিসম্বাদী যুগ নিৰ্মাতা স্বয়ং বেজবৰুৱাই জে, বৰুৱাৰ সম্পৰ্কে দিয়া এই অভিমতৰ পিছত ইয়াতকৈ উচ্চ অভিমত কি থাকিব পাৰে বাৰু?

বেজবৰুৱা গুৱাহাটীলৈ আহিলে জে, বৰুৱাৰ ঘৰতে আলহী থাকিছিল। বেজবৰুৱা গুৱাহাটীলৈ অহাৰে পৰা কলিকতালৈ যোৱাৰ সময়খিনিলৈকে জে, বৰুৱাৰ হিয়া উগুল থুগুল, গাত তত্ নাইকিয়া। জে, বৰুৱাৰ আতিথ্যৰ সম্পৰ্কত এবাৰ বেজবৰুৱাৰ পত্নী প্ৰজ্ঞাসুন্দৰীলৈ লিখিছিল "বোলে জ্ঞানে মোৰ কাৰণে যে কি কৰে ক'ব নোৱাৰি·········এনে লোক পৃথিৱীত দুৰ্লভ নিশ্চয়।"

সংসাৰধৰ্ম্মী জে, বৰুৱা শিৱশঙ্কৰৰ দৰে আপোনভোলা পুৰুষ

আছিল। তিনিজন পুত্ৰ ক্ৰমে—মনোভিৰাম, নয়নাভিৰাম আৰু চিত্তাভিৰাম আৰু একমাত্ৰ কন্যা শ্ৰীমতী ইৰা বৰুৱা (বৰ্ত্তমান ইৰা ঠাকুৰ), আৰু এৰেঁই হ'ল খ্যাতনামা চিত্ৰতাৰকা শ্ৰীমতী শৰ্মিলা ঠাকুৰৰ মাতৃ। জে. বৰুৱাই তেওঁৰ প্ৰিয়তমা পত্নী লতিকাদেৱীৰ অকাল বিয়োগত যি গভীৰ শোক পাইছিল তাক প্ৰকাশৰ ভাষা নাই। তেওঁ হেনো লতিকাদেৱীৰ লাইফ চাইজ্ ছবি এখন অঁকাই সোণৰ ফ্ৰেমেৰে বন্ধাই শোৱা কোঠালিত আৰি থৈছিল আৰু ৰাতি ছবিখনৰ ফালে একেথৰে বহুপৰ চাই থাকি দুধাৰি চকুলো টুকিছিল। প্ৰাণাধিক পত্নীৰ বিয়োগত জে. বৰুৱাৰ হিয়া চুৰমাৰ হৈ গৈছিল; কথাত, কামত, চিন্তাত আনকি খাৱন-পিন্ধনতো অনাসক্ত আৰু বৈৰাগ্যই তেওঁক লগ দিছিল।

পিতৃপুৰুষৰ প্ৰতি জে. বৰুৱাৰ অচলা শ্ৰদ্ধাভক্তি আছিল। 'টিয়ক' জে. বৰুৱাৰ পূৰ্বপুৰুষৰ জন্মস্থান। সেয়েহে তেওঁ টিয়কৰ ফালে গ'লে তাত ক্ষন্তেক গাড়ী ৰখাই পিতৃপুৰুষৰ জন্মস্থানখিনিক পৱিত্ৰ তীৰ্থজ্ঞান কৰি প্ৰণাম জনাইছিল। আকৌ নগাৱঁৰ ফালে গ'লে তেওঁৰ পিতৃ ৺গুণাভিৰাম বৰুৱাই সহধৰ্ম্মিণী বিষ্ণুপ্ৰিয়াৰ সোঁৱৰণত নগাৱঁৰ আমোলাপটিত জনসাধাৰণৰ কাৰণে খান্দি দিয়া পকা কুঁৱাটোৰ পানী পৱিত্ৰ গঙ্গাজল জ্ঞান কৰি খাইছিল আৰু মূৰত লৈছিল। মহান পিতৃ গুণাভিৰাম বৰুৱাৰ প্ৰতি শ্ৰদ্ধা জনাই আৰ্ল কলেজৰ শেষ পৰীক্ষাত প্ৰথম হোৱা ছাত্ৰজনক গুণাভিৰাম বৰুৱা স্বৰ্ণ পদক দিয়াৰ দিহাও কৰিছিল। "গুণাভিৰাম বৰুৱা স্বৰ্ণ পদক" লাভ কৰা জে. বৰুৱাৰ তেনে এজন প্ৰিয়ছাত্ৰ আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত পঞ্জীয়ক শ্ৰীচিদানন্দ দাস ডাঙৰীয়া। আনকি পিতৃ পুৰুষৰ বিষয়ে কোনোবাই বিৰূপ আলোচনা কৰিলে তাকো তেওঁ সহিবলৈকে টান পোৱা দৃষ্টান্ত অনেক আছে।

হাকিম "জে, বৰুৱাৰ সম্পৰ্কত অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই

লিখিছে—"জে, বৰুৱা ন্যায়ৰ প্ৰতীক আছিল। ন্যায়ৰ আসনত বহি আচামীক তেওঁ অৰ্থদণ্ড বিহিছিল, কিন্তু তেৰেঁ আকৌ কোনো আচামীয়ে কান্দি-কাটি হাতে-ভৰিয়ে ধৰিলে সেই অৰ্থদণ্ডৰ ধন নিজৰ চোলাৰ মোনাৰ পৰা পৰিশোধ কৰিছিল। তেওঁৰ হাতত গোচৰ পৰিলে ফৰিয়াদীয়ে প্ৰমাদ গণিছিল, আচামীৰ মুখলৈ পানী আহিছিল।" এইজনেই আছিল কৰুণাৰে ভৰা বিচাৰক জে, বৰুৱা। আৰ্ল কলেজৰ অধ্যক্ষ হৈ থাকোঁতে শৃঙ্খলতা ৰক্ষাৰ কাৰণে ছাত্ৰ, পিয়ন, চকিদাৰ আদিকো সামান্য অৰ্থদণ্ড বিহিছিল, কিন্তু দোষীজনে আহি দোষ স্বীকাৰ কৰি ক্ষমা খোজাৰ লগে লগে আশুতোষ জে, বৰুৱাই অৰ্থদণ্ডৰ পৰা দোষীজনক সমূলি ৰেহাই দিছিল।

শিক্ষক জে, বৰুৱা গুণৰ সাগৰ আছিল। এতিয়াৰ দীঘলী পুখুৰীৰ পূবফালে থকা কটন কলেজৰ ছাত্ৰাবাসৰ হাউলিটোতে একৰকম ৰবীন্দ্ৰনাথৰ শান্তিনিকেতনৰ আৰ্হিত গঢ়া আৱাসিক আইন মহাবিদ্যালয়খন আছিল। অধ্যক্ষ জে, বৰুৱাৰ বাসস্থানো মহা-বিদ্যালয়খনৰ লগতে সংলগ্ন আছিল। জে, বৰুৱাই বাহিৰতে গছৰ ছাঁত ছাত্ৰসকলক বহিবলৈ দি নিজে থিয় হৈ তাঁতবাটি কাঢ়ি অসাধাৰণ পাণ্ডিত্যেৰে কিংচ ইংলিচত ৰণ্‌ৰণীয়া মাতেৰে জুৰিচ্‌প্ৰুডেন্স, ইণ্টাৰ নেচনেল ল, ৰোমান ল আদি পঢ়াইছিল। জাৰৰ দিনত হেনো গছৰ শুকান পাতবোৰ চপাই জুই ধৰি তাৰ কাষতে ছাত্ৰসকলক শিক্ষাদান কৰিছিল।

জে, বৰুৱা এজন ন্যায়বিচাৰক আৰু 'সাগৰ গম্ভীৰ' শিক্ষকেই নাছিল, তেওঁ আছিল একেবাহে সুদক্ষ অভিনেতা, প্ৰগলভ বক্তা, প্ৰবীণ সাহিত্যিক আৰু পৰম ঈশ্বৰ বিশ্বাসী অজাতশত্ৰু লোক।

নাট্যাভিনয় আৰু নৃত্যগীতৰ প্ৰতি জে, বৰুৱাৰ উদ্যম বিশেষভাৱে মন কৰিবলগীয়া। কলেজত ছাত্ৰসকলৰ লগত প্ৰায়েই একেলগে নাট্যাভিনয় কৰিছিল। প্ৰিয়তমা পত্নী আৰু মৰমৰ খুলশালী কণিকা দেৱীৰ লগত ৰবীন্দ্ৰ সঙ্গীতৰ ভাগ লৈছিল। কলিকতাত থাকোঁতে

ঠাকুৰ পৰিয়ালৰ মাজত অনুষ্ঠিত হোৱা 'বাল্মীকি প্ৰতিভা' নাটকত জে, বৰুৱাই দস্যুসৰ্দাৰ আৰু স্বয়ং ৰবীন্দ্ৰনাথে বাল্মীকিৰ অভিনয় কৰিছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ শিল্প প্ৰতিভাৰ প্ৰতি জে, বৰুৱাৰ বিশেষ আস্থা আৰু শ্ৰদ্ধা আছিল। জ্যোতিপ্ৰসাদৰ 'ইন্দ্ৰমালতী' কথাছবিত হাকিম জে, বৰুৱাই সঁচাসঁচিকৈ ৰঙ্গমঞ্চতো হাকিমৰ অভিনয় কৰিছিল আৰু পুত্ৰ মনোভিৰামে ইন্দ্ৰমালতীৰ ভাও লৈছিল।

আকৌ এবাৰ আইন কলেজত অনুষ্ঠিত হোৱা 'লহঙা নাটক'ত পুত্ৰ মনোভিৰামে নায়িকা লহঙাৰ অভিনয় কৰিছিল আৰু জে, বৰুৱাই লহঙাৰ পিতৃ বাপুৰাম পেস্কাৰৰ অভিনয় কৰিছিল। এইখিনিতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে যেতিয়া পুত্ৰ মনোভিৰামে নায়িকাৰ সাজ পোছাক পিন্ধি মঞ্চলৈ ওলাল তেতিয়া নায়িকাৰ মুখখনিত প্ৰিয়তমা পত্নীৰ প্ৰতিবিম্ব ভাহি উঠা দেখি "See, she exactly looks like my wife" বুলি কৈ জীৱন নাটকৰ অভিনয় কৰি জে, বৰুৱাই এটি দীৰ্ঘ নিশ্বাস পেলাইছিল। হয়তো নিৰলাত বহি দুটুপি চকুলো টুকিছিল।

সাহিত্যিক জে, বৰুৱাৰ গদ্য-শৈলী আৰু বৰ্ণনা-ৰীতিত এটি সুকীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়। তেওঁৰ ৰচনাত নিভাঁজ অসমীয়া শব্দ আৰু জতুৱা ঠাঁচৰ ব্যৱহাৰ সোণৰ গলপতাত বাখৰ খটোৱা দুগ্‌-দুগীৰ দৰে। স্বদেশপ্ৰেম, জাতীয়তাবাদ, সমাজ সংস্কাৰ, কোনো ঘটনা বা চৰিত্ৰৰ হুবহু বৰ্ণনা, শিষ্টাচাৰ আৰু স্বাৱলম্বিতা আদিয়েই আছিল জে, বৰুৱা গদ্যশৈলীৰ মূল লক্ষ্য।

বিলাতৰ চিঠিৰ আৰম্ভণিতে জে, বৰুৱাৰ স্বদেশপ্ৰেমমূলক (অসম প্ৰেম) ভাব এনেদৰে প্ৰকাশ পাইছে—"আমাৰ দেশ দুখীয়া, ভাৰত দুখীয়া। দুখীয়া ভাৰতৰ ভিতৰত আমাৰ নিজৰ অসম সকলোতকৈ দুখীয়া। .........আমাৰনো আক কি আছে, সেই এডৰা মাটিত ধান কই কোনো প্ৰকাৰে পেটত চাউল সিজোৱা কেইটামান পৰিলেই

হয়, এইবোৰ কথা কোৱা মানুহ যি দেশত সৰহ সেই দেশৰ উন্নতি এতিয়াও বহু দূৰত।"

জে, বৰুৱাৰ লেখাত অসমীয়া গাঁৱলীয়া শব্দ—ফেৰি, গ'লবাৰ, ফিৰ্কিৰিয়া, গেন্ত্ৰাগেন্ত্ৰি, অমুকাৰাম, চোলা-কামিজ, উৰ্মাল প্ৰভৃতি শব্দৰ ব্যৱহাৰৰ উপৰিও হাঁফি (ডাঠি/জোৰকৈ) আদি উৰ্দ্দু শব্দৰ ব্যৱহাৰ দেখা যায়।

জে, বৰুৱাৰ গদ্যশৈলীৰ বিষয়বস্তুৰ নিৰ্বাচন আৰু চৰিত্ৰৰ হুবহু বৰ্ণনাৰ এটি নমুনা বাঁহীৰ ১ম বছৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত "ঘটনা-চক্ৰ"ৰ পৰা দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।—। 'ঘটনাচক্ৰ'ত লণ্ডনচহৰ, শৰৎচন্দ্ৰ, আৰ্থাৰ আৰু কৃষ্ণ বিলাসিনীৰ যি আধুনিক বৰ্ণনা দিছে তাত সঁচাকৈয়ে জে, বৰুৱাৰ বৰ্ণনাৰীতিৰ কৌশল আৰু চমৎকাৰিত্ব ফুটি ওলাইছে। —"পৃথিৱীৰ ভিতৰত চাবলৈ গ'লে লণ্ডনেই প্ৰধান চহৰ। প্যাৰিচ, ভিয়েনা, বাৰ্লিন, নিউইয়ৰ্ক এই-বোৰো ডাঙৰ চহৰ আছে সঁচা, কিন্তু অনেক কাৰণত লণ্ডনক প্ৰধান চহৰ বুলি কোৱা হয়। লণ্ডনত ভাল মানুহ, বেয়া মানুহ, বিদ্বান, জ্ঞানী, মূৰ্খ, সৎ, অসৎ, ধনী, নিধনী সকলো ৰকমৰ মানুহ প্ৰচুৰ। লণ্ডনত ভাল হ'বলৈ বাট যেনে প্ৰশস্ত, বেয়া হ'বৰ বাটো প্ৰশস্ত।"

জে, বৰুৱাৰ 'ঘটনাচক্ৰ'ৰ আৰম্ভণিত শৰৎচন্দ্ৰৰ বিলাসিতা আৰু চলন-ফুৰণৰ বৰ্ণনা এনেদৰে দিছে—"শৰৎচন্দ্ৰ বন্দোপাধ্যায় কলিকতাৰ ল'ৰা। কলিকতাৰ ল'ৰাৰ কাপোৰ-কানিৰ একৰকম গঢ় আছে, যি আন ঠাইৰ ল'ৰাৰ নাই। শৰৎচন্দ্ৰৰ মূৰত সুগন্ধি তেল, চুলি বেচ ঘন, সেওঁতা মাজতে ফলা, চুলি সিমান দীঘলো নহয় চুটীও নহয়, কিন্তু সেওঁতা একেবাৰে মাজ মূৰতে ফাটি মূৰৰ পাছ ফাললৈকে গৈছে, কপালত কেইডালমান কেঁকোৰা চুলি পৰিছেহি। তেওঁৰ গাত ফিৰ্ফিৰীয়া কাপোৰৰ পাঞ্জাবী চোলা, তাৰ তলত ৰঙা বনিয়ান। শৰৎচন্দ্ৰৰ এটা বেছ বাবুৱানি স্বভাৱ আছিল; তেওঁ যি ৰঙীয়া বনিয়ান পিন্ধিছিল গাৰ কাপোৰৰ ৰঙণো ঠিক তেনে আৰু যিমান

দূৰ পাৰিৰিছিল উৰ্মাল আৰু মোজাও সেই বৰণেৰে পিন্ধিছিল। তেওঁৰ ভৰিত পাম্প্ জোতা। পাম্প্ জোতাৰ ওপৰত কেতিয়াবা তেওঁ ৰূপৰ বকলচ্ও পিন্ধিছিল। চুৰিয়া দেশী, তাৰ বেচ কম পক্ষেও পোন্ধৰ কুৰি টকা যোৰাত। হাতত অৱশ্যে লাঠি আৰু মুখত তামোল। শৰৎচন্দ্ৰৰ আঙুলিত এটা আচল হীৰাৰ আঙুঠি, উৰ্মালত চেণ্ট্।"

৺লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্য আদিৰ দৰে জে, বৰুৱাৰ অন্তৰো অসম-প্ৰীতি আৰু স্বদেশ প্ৰেমেৰে ভৰপূৰ আছিল। এবাৰ মহাত্মা গান্ধীয়ে তেওঁৰ 'হৰিজন' কাকতত অসমীয়া জাতিটোক 'পিণ্ডাৰী' বুলি অপমানসূচক শব্দ প্ৰয়োগ কৰাত জে, বৰুৱাই অতি দৃঢ় অথচ বিনম্ৰ ভাষাৰে প্ৰতিবাদ কৰি মহাত্মা গান্ধীলৈ লিখাত মহাত্মা গান্ধীয়ে তাৰ বাবে দুখ প্ৰকাশ কৰিছিল আৰু উক্ত কাকতত তাৰ সংশোধনী দিছিল।

চৰকাৰী চাকৰিত থাকিও জে, বৰুৱাই অসহযোগ অন্দোলনত অৰিহণা যোগাইছিল। ভাৰতৰ মুক্তি সংগ্ৰামত অগ্নিমন্ত্ৰেৰে জঁপিয়াই পৰা ৰাজদ্ৰোহী বঙ্গদেশৰ চাৰণ কবি মুকুন্দ দাস, দ্বিজেন্দ্ৰলাল আদিৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অসীম আছিল। আনকি এবাৰ মুকুন্দ দাস গুৱাহাটীলৈ আহোঁতে জে, বৰুৱাই তেওঁৰ কলেজৰ ছাত্ৰাবাসতে আলহী ৰাখি মুক্তিযুদ্ধৰ গান পৰিৱেশন কৰাৰ সুবিধা কৰি দিছিল। তাৰ বাহিৰেও অসহযোগ আন্দোলনক সমৰ্থন জনাই তেওঁৰ কলেজৰ গ্ৰন্থগাৰত নিয়মিয়াকৈ ৰখা **The English Man** নামৰ বাতৰি কাকতখন বৰ্জন কৰিছিল।

লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে সেই সময়ৰ অসমীয়া ভাষা-সাহিত্যৰ একনিষ্ঠ সেৱকসকলৰ সৈতে জে, বৰুৱাৰ নিবিড় সম্পৰ্ক আছিল। বেজবৰুৱা বেছিভাগ প্ৰবাসতে থকাত কমলাকান্ত ভট্টাচাৰ্য্য আৰু চন্দ্ৰকুমাৰ আগৰৱালা জে, বৰুৱাৰ গাটোতে ছাঁটোৰ দৰে লাগি থকা অন্তৰঙ্গ বন্ধু আছিল। জে, বৰুৱাৰ ঘৰত প্ৰতিদিন তিনিওৰে

সাহিত্যৰ মজলিচ্ বহিছিল। কোনোবাদিন এজন উপস্থিত থাকিব নোৱাৰিলে পৰস্পৰে বৰ বেজাৰ অনুভৱ কৰিছিল। জে, বৰুৱাই মহৰ্ষি ভট্টাচাৰ্য্যক 'হাতীবাবু' বুলি মাতিছিল আৰু চন্দ্ৰকুমাৰ আগৰৱালাক দেখা মাত্ৰকে ধেমালি কৰি এফাকি স্বৰচিত কবিতা গাইছিল—

"আজি মই কিযে ভাগ্যৱান।
চন্দ্ৰকুমাৰ নিজে বৰ্ত্তমান॥"

জে বৰুৱা আইন কলেজৰ অধ্যক্ষ হৈ থকা কালত তেওঁৰ বাস ভৱনত ভাৰতবৰ্ষৰ বৰেণ্য কবি, সাহিত্যিক, গায়ক, অভিনেতা, শিক্ষাবিদ্ আদি তেওঁৰ আলহী থকাটোৱে তেওঁৰ জনপ্ৰিয়তাৰ কথা বুজায়। কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য আশুতোষ মুখাৰ্জীৰ দৰে বিশ্ববৰেণ্য কবি আৰু শিক্ষাবিদো জে, বৰুৱাৰ আলহী হৈছিল।

জে, বৰুৱা সবাৰো ওপৰত আছিল এজন মানুহ, ভাল মানুহ। তেওঁৰ হৃদয় মানৱ প্ৰীতিৰে ভৰপূৰ আছিল। বজাৰৰ মাছ পোহাৰী ৰাইজনীকো 'আইদেউ' বুলিহে সম্বোধন কৰিছিল। ছাত্ৰাবাসত অসুখ হৈ পৰি থকা ছাত্ৰজনৰো থু-খেকাৰৰ পাত্ৰটো জে, বৰুৱাই হেনো নিজ হাতেৰে পেলাইছিল। বাটৰ পৰা সাধু-সন্ন্যাসী, দুখীয়া-নিৰাশ্ৰয়জনক মাতি নি খুৱাই টকা-সিকা দি সহায় কৰিছিল আৰু ৰোগ হ'লে নিঃসঙ্কোচভাৱে নিজে সেৱা শুশ্ৰূষা কৰিছিল। কলেজৰ পিয়ন-চকিদাৰ, ৰান্ধনি-জমাদাৰ আদিকো মুখত প্ৰশাসনীয় কৃত্ৰিম খং দেখুৱাই অন্তৰেৰে অকৃত্ৰিম মৰম-স্নেহ কৰিছিল। আন নেলাগে কলেজৰ জমাদাৰজনকো নিজ খৰচত তীৰ্থ ভ্ৰমণ কৰাই আনিছিল। সকলো প্ৰাণীৰ প্ৰতি তেওঁ পৰম দয়াশীল আছিল। কলেজ হোষ্টেলত আহাৰ বিচাৰি ঘূৰি ফুৰা কুকুৰবোৰকো যদি কোনোবা ছাত্ৰই মাৰ-ধৰ্ কৰে তাত তেওঁ দুখ পাইছিল। কলেজৰ ছাত্ৰাবাসত তেওঁৰ মৰমৰ ছাত্ৰ 'আনন্দ'ই অতি যত্নেৰে এজোপা গোলাপ ফুল ৰুলি আনন্দ নিজে অকালতে মৰহি যোৱাত জে, বৰুৱাই অন্তৰত

গভীৰ শোক পাইছিল আৰু গোলাপ জোপাক "আনন্দ গোলাপ" নাম দি অৱসৰ কাললৈকে নিজহাতে আপ্‌দাৰ কৰিছিল।

জে, বৰুৱাই কুকুৰ আৰু মইনা চৰাই বৰ ভাল পাইছিল। ফৰাচী আৰু জাৰ্ম্মানীৰ সীমান্তৰ পৰা বুকুত বান্ধিঅনা টাইগাৰ নামৰ এল্‌ছেশ্যান কুকুৰটোক জে, বৰুৱাই চাৰ্‌ আইজাক নিউটনৰ দৰে পুত্ৰবৎ পালন কৰিছিল। টাইগাৰ জে, বৰুৱাৰ মানত কুকুৰ নাছিল, সি হেনো মানুহ আছিল। সেয়েহে তাৰ বিয়োগত জে, বৰুৱাই পুত্ৰশোকৰ দৰে শোক পাইছিল, সম্ভ্ৰমেৰে তাক নিজৰ হাউলিতে কবৰ দিছিল আৰু টাইগাৰৰ কবৰৰ ওপৰত বহি মাজে সময়ে চকুপানী টুকিছিল। প্ৰকৃততে টাইগাৰ আছিল জে, বৰুৱাৰ নিৰ্জন-নিসঙ্গ জীৱনৰ একমাত্ৰ সঙ্গী আৰু আশ্ৰয়। বৃদ্ধ কালত প্ৰিয়তমা পত্নীক হেৰুৱাই যিমান দুখ পাইছিল, টাইগাৰৰ মৃত্যুত তেওঁ তাতোকৈ অধিক দুখ পাইছিল। "যেতিয়া স্নেহৰ টাইগাৰেও মোক ইহ সংসাৰত অকলশৰীয়া কৰি এৰি গ'ল এতিয়া মই কাক লৈ কাৰ কাৰণে জীয়াই থাকিম?" এই আছিল জে, বৰুৱাৰ মৰ্মভেদি যোৱা শোক। টাইগাৰৰ সম্পৰ্কে 'বৰদৈচিলা'ত প্ৰকাশিত জে, বৰুৱাৰ প্ৰৱন্ধত—তেওঁ কৈছে "টাইগাৰ যদিও মোৰ মৰমৰ, বৰ মৰমৰ আছিল আৰু যদিওবা আটায়ে ইয়াক জে, বৰুৱাৰ টাইগাৰ বুলিছিল, পোন প্ৰথমেই কওঁ যে ই মোৰ নিজা নহয় দেই। মোৰ ল'ৰা মনোৰ আৰু বোৱাৰী শ্ৰীমতী গুল বৰুৱাৰহে। দুহাতমান ওখ, দীঘল, মুখো দীঘলীয়া। গাত অলপ অলপ নোম আছে। দেখিবলৈ কুকুৰনেচীয়া বাঘৰ দৰে। ... ... .... মোৰ মৰমৰ টাইগাৰ তুমি যেন এইবাৰ অসমীয়া হৈ মোৰ অতি চেনেহৰ মানুহজনম লৈ অসমলৈকে আহা।"

জে, বৰুৱাৰ "টাইগাৰ দৰ্শন" আৰু মহাপুৰুষ শঙ্কৰদেৱৰ "কুকুৰ গৰ্দ্দভৰ আত্মাৰাম" বোলা দৰ্শনৰ মাজত চাগে পাৰ্থক্য বিচাৰি পোৱা নেযাব। জন্ম-জন্মান্তৰ ধৰ্ম্মা-ধৰ্ম্ম পাপ-পুণ্য বিশ্বাসী, যাৰ কথা

আৰু কাম এখিলা পাণৰে ছুপিঠি স্বৰূপ, যাৰ মুখে-পেটে সমান, যাৰ অন্তৰ সবল, শিৰিষ ফুলৰ দৰে কোমল আৰু কৰুণাৰে সিক্ত, যাৰ মন অহঙ্কাৰ আৰু কপট বিমুক্ত, যাৰ প্ৰাণত দয়াময় হৰি ব্যপ্তমান, অধ্যয়ন আৰু অধ্যাপনাই তপস্যা, সকলো প্ৰাণীৰ হিত সাধনেই ধ্যান, সেইজনেই আছিল জ্ঞানৰ পূজাৰী, গুণৰ সাগৰ জ্ঞানদাভিৰাম বৰুৱা।

এইদৰে তিনিকুৰি পোন্ধৰ বছৰীয়া বিচিত্ৰময় জীৱন অতিবাহিত কৰি ১৯৫৫ খৃষ্টাব্দৰ ২৭ জানুৱাৰীৰ দিনা শিল-পুখুৰীৰ শান্তি-নীড় অভিৰামত "ব্ৰহ্ম কৃপাহি কেবলম" বীজমন্ত্ৰ ধ্যান কৰি বসুধাবন্ধু জ্ঞানদাভিৰামে ইহলীলা সম্বৰণ কৰিলে। প্ৰিয়জনৰ মৃত্যুত কবিয়ে গাইছে—

"জ্ঞানদা সুখদা লোৱাঁ সঁফুৰা ভৰাই,
নন্দনৰ বিনন্দীয়া ফুল চাই চাই।
দান দিয়া মুক্ত হস্তে সুবাস চৰাই,
হ'ক ধৰা অভিৰাম দিব্যদান পাই।

আজি জে, বৰুৱা আমাৰ মাজত নাই, কিন্তু অসমৰ আকাশে-বতাহে তেওঁৰ অসমীয়াত্ব ৰক্ষাৰ সাৱধান বাণী ভাহি ফুৰিছে। জে, বৰুৱাৰ পৱিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি আগবঢ়াই গুৱাহাটী বিশ্ববিদ্যালয়ত 'জ্ঞানদাভিৰাম বৰুৱা ছাত্ৰাবাস আৰু গুৱাহাটী মহানগৰীৰ বুকুত জ্ঞানদাভিৰাম বৰুৱা আইন মহাবিদ্যালয় জে. বি. ল' কলেজৰ প্ৰতিষ্ঠা কালত এই লেখকেও শিক্ষাবন্ধু প্ৰয়াত গোলাপচন্দ্ৰ চৌধুৰী, প্ৰাক্তন অধ্যক্ষ শ্ৰীপ্ৰমোদ চন্দ্ৰ বৰ্মনদেৱ আদিৰ সৈতে সহযোগিতা আগবঢ়াইছিল। তদুপৰি জে. বি. ল' কলেজৰ প্ৰথম বছৰৰ কলেজ আলোচনী 'জ্ঞানদা' সম্পাদনা কৰিছিল। আলোচনীখনিত জে, বৰুৱা আৰু কলেজখনৰ ঐতিহাসিক সমল কিছু পোৱা যাব। সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে এই স্মৃতিগ্ৰন্থখনিক জে. বি. ল' কলেজৰ এখন প্ৰামাণিক দলিল বুলি অভিহিত কৰিছিল। জে. বি. ল' কলেজ স্থাপিত হোৱাটো অতিশয় সুখ আৰু আনন্দৰ কথা হৈছে, কিন্তু জে, বৰুৱাৰ উত্তৰাধিকাৰী নতুন পুৰুষে জে, বৰুৱাক চিনি লৈ তেওঁৰ আদৰ্শক হাতে-কামে নল'লে অসমীয়া জাতিৰ সামূহিক স্বাৰ্থ ৰক্ষা পৰিব জানো?

# অসম-গৌৰৱ বাণীকান্ত কাকতি

মানুহ মৰণশীল, প্ৰতিভা, ব্যক্তিমহিমা-অমৰ, কালজয়ী। তেনে এজন প্ৰতিভাৱান ব্যক্তি, ভাৰতৰ সুসন্তান অসম মাতৃৰ দ্বিতীয় আনন্দৰাম ড° বাণীকান্ত কাকতিৰ ১৮৯৪ খৃষ্টাব্দত কামৰূপ জিলাৰ বৰপেটা মহকুমাৰ বাতিকুৰিহা গাঁৱত জন্ম হৈছিল। ৺ললিতৰাম কাকতি আৰু ৺লাহোবালা কাকতিৰ তিনি জীয়ৰী আৰু দুই পুত্ৰৰ ভিতৰত ড° কাকতি আছিল পেটমচা। শৈক্ষিক বিষয়ত শিক্ষক ককায়েক পৰমানন্দৰ পৰা পোৱা প্ৰেৰণা, লগতে হাইস্কুলীয়া কালত ইংৰাজ লেখক চেমুৱেল স্মাইলচৰ **'Self-help'** নামৰ গ্ৰন্থ আৰু জাৰ্মান মহাপণ্ডিত মেক্সমূলাৰৰ জীৱনাদৰ্শনে তেখেতৰ ওপৰত পেলোৱা প্ৰভাৱ বিশেষভাৱে উল্লেখনীয়। কালক্ৰমত অভাৱ-অনাটনৰ দ্বাৰা পীড়িত ড° কাকতি মেক্সমূলাৰৰ সংস্কৃত প্ৰীতিৰ দ্বাৰা অনুপ্ৰাণীত, ইংৰাজ সাহিত্যৰ গভীৰ অধ্যয়নৰ দ্বাৰা অনুৰক্ত আৰু অসমীয়া বৈষ্ণৱ সাহিত্যৰ দ্বাৰা আকৰ্ষিত হৈ ভাৰতবিখ্যাত পণ্ডিত, সাহিত্যিক, ভাষাতত্ত্ববিদ আৰু আগশাৰীৰ গৱেষক হ'ব পাৰিছিল। তেখেতৰ সাত বছৰৰ নীৰৱ সাধনাৰ ফলশ্ৰুতি "অসমীয়া ভাষা, ইয়াৰ গঠন আৰু ক্ৰমবৰ্দ্ধমান" (১৯৩৫ খৃঃ) অসমীয়া ভাষাৰ দলিল আৰু তেখেতৰ জীৱনজোৰা সাধনাৰ কীৰ্ত্তিস্তম্ভ।

১৯১১ খৃষ্টাব্দত বৰপেটা হাইস্কুলৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ইংৰাজী বিষয়ত সৰ্বোচ্চ নম্বৰ পাই সোণৰ আৰু ৰূপৰ পদক লাভ কৰে। যি সময়ত অবিভক্ত বঙ্গদেশ, অসম, উড়িষ্যা, মধ্যপ্ৰদেশ, বিহাৰ আদি কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত আছিল তেতিয়াই কাকতিদেৱে ১৯১৩ খৃষ্টাব্দত আই. এ. পৰীক্ষাত প্ৰথম স্থান লাভ কৰে, ১৯১৫

খৃষ্টাব্দত প্ৰসিদ্ধ প্ৰেচিডেন্সী কলেজৰ পৰা বি. এ. পৰীক্ষাত ইংৰাজীৰ অনাৰ্চত দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থান পায়, ১৯১৮ খৃষ্টাব্দত এম. এত ইংৰাজী বিষয়ৰ এ গ্ৰুপত ভগ্নস্বাস্থ্যেৰে পৰীক্ষা দি দ্বিতীয় শ্ৰেণী লাভ কৰে আৰু তাত সন্তুষ্ট নহৈ ১৯২৩ খৃষ্টাব্দত পুনৰ ইংৰাজী বি গ্ৰুপত পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি বিশ্ব-বিদ্যালয়ৰ ঘোষিত স্বৰ্ণপদক আৰু দুয়োটা গ্ৰুপত সৰ্ব্বোচ্চ নম্বৰ পোৱা কাৰণে ক্ষেত্ৰমোহন চ্যাটাৰ্জী সোণৰ পদক অৰ্জন কৰে।

১৯১৮ খৃষ্টাব্দত এম. এ. পাছ কৰিয়েই কটন কলেজত ইংৰাজী বিষয়ৰ শিক্ষকৰূপে নিযুক্তি পায়। সুদীৰ্ঘ ডেৰকুৰি বছৰ ক্ৰমে অধ্যাপক, জ্যেষ্ঠ অধ্যাপক (১৯৪২) আৰু অধ্যক্ষ (১৯৪৭) ৰূপে কৃতিত্বেৰে কৰ্ত্তব্য পালন কৰি ১৯৪৭ খৃষ্টাব্দৰ জানুৱাৰী মাহত চাকৰিৰ কাল উকলি যোৱাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষা-সাহিত্য বিভাগৰ অধ্যাপক নিযুক্ত হয়। তাত "কলা গুৰু" হৈ থকা কালতে কোনো পূৰ্বাভাস নোপোৱাকৈ ১৯৫২ খৃষ্টাব্দৰ ১৫ নবেম্বৰ শনিবাৰে প্ৰাতঃভ্ৰমণ কৰি আহি ৬ বজাত ইহলীলা সম্বৰণ কৰিলে।

ড° বাণীকান্ত কাকতিৰ মৃত্যুত শোক প্ৰকাশ কৰি ড° সূৰ্য্য কুমাৰ ভূঞাদেৱে কোৱা কথাখিনি বিশেষ প্ৰণিধানযোগ্য—"অসমৰ বিখ্যাত পণ্ডিত ড° বাণীকান্ত কাকতিৰ আকস্মিক মৃত্যুৱে সদৌ অসমবাসীৰ অন্তৰত এটা বিষাদৰ ছাঁ পেলাইছে ···· ···· ····। ইমান অপ্ৰত্যাশিত এই লোকান্তৰত তেওঁৰ বন্ধুবৰ্গ আৰু পৰিচিত লোকসকল শোকত অভিভূত হৈ পৰিছে। ···· ···· ···· তেওঁৰ বিয়োগত মই অতি মৰমৰ এজন বন্ধু হেৰুৱালোঁ, ভাৰতে এজন ভাষাতত্ত্ববিদ আৰু বিশ্বই শিক্ষাত আত্মনিয়োগ কৰা এজন লোকক হেৰুৱালে। ড° কাকতিৰ নিচিনা প্ৰতিভাসম্পন্ন লোকৰ জন্ম খুব কমেইহে হয়। এনে এজন পণ্ডিতৰ পুনৰ আবিৰ্ভাৱৰ কাৰণে অসমে বহু বছৰ অপেক্ষা কৰিব লাগিব।"

ড° কাকতিৰ বিদায়ত শোকাভিভূত হৈ শ্ৰীনগেন্দ্ৰ নাথ ফুকন ডাঙৰীয়াই কৈছিল—"আজি ড° কাকতিৰ অবিহনত অসম অন্ধকাৰময়। ভাষাৰ ফালে আগবাঢ়ি আহি কোনে ক'ব—মই অসমীয়া বুলি—অসমীয়া এটি স্বকীয়া ভাষা বুলি? কোনে আজি স্বৰ্ণাক্ষৰে যুগমীয়াকৈ দেশৰ প্ৰসিদ্ধ ঘটনাবোৰ সম্যক দৃষ্টিৰে চাই এটি স্বৰূপ ৰূপ দিব? কাকতিদেৱৰ অবিহনত নাই, কোনো নাই। গুৱাহাটী বিশ্ববিদ্যালয়ে যেন ইফালে-সিফালে চিঞৰি চিঞৰি ফুৰিছে—চেনেহৰ বৰপো, তই ক'লৈ গ'লি? কাৰ্জন হল, কটন কলেজ যেন গভীৰ শোকত কান্দিব নোৱাৰি থৰ্ হৈ আছে। তেখেতৰ গৱেষণামূলক গ্ৰন্থখনিয়েও যেন তেখেতৰ বিচ্ছেদত হিয়া ঢাকুৰি কান্দিছে। ড° কাকতিদেৱৰ ভাব-ভাষা, কথোপকথন, ৰসিকতা, পিন্ধন-উৰণ, ফুৰা-চকা, অধ্যয়ন-অধ্যাপনা সকলোতে একোটা বিশেষত্ব আছিল। ৺জিতেন্দ্ৰ নাথ বুজৰবৰুৱাদেৱৰ ভাষাত "কাকতিদেৱৰ পাণ্ডিত্য প্ৰশান্ত মহাসাগৰৰ দৰে গম্ভীৰ, ভাব গৌৰীশঙ্কৰৰ দৰে উচ্চ, চিন্তা মানস সৰোবৰৰ দৰে নিৰ্মল, লিখা পৱিত্ৰ সলিলা গঙ্গাৰ দৰে প্ৰবহমান, যুক্তি ব্ৰহ্মপুত্ৰৰ দৰে স্থিৰ আৰু বাণী গোদাবৰীৰ দৰে জ্ঞান সুৰময়।" জে, বৰুৱাদেৱৰ ভাষাৰে কওঁ—"বাণীকান্ত সঁচাকৈয়ে আছিল বাণীদেৱীৰ পুত্ৰ"। ইংৰাজ আমোলৰ পৰা আধুনিক অসম সৃষ্টি হোৱালৈকে অসম মাতৃৰ বুকুত যি চাৰিজন বিদগ্ধ সংস্কৃত ভাষাৰ পণ্ডিতৰ জন্ম হৈছিল তাৰে ভিতৰত কাকতিদেৱ আছিল অন্যতম। আন তিনিজন আছিল—মহাপণ্ডিত আনন্দ ৰাম বৰুৱা, মহামহোপাধ্যায় ধীৰেশ্বৰ আচাৰ্য্য আৰু পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ।"

বিষয় বাসনা, লাহ-বিলাহ, প্ৰলোভন-তোষামোদ, ঐশ্বৰ্য্য বা ক্ষমতাৰ লোভে কাকতিদেৱক কোনো দিনে হাৰ মনাব পৰা নাছিল। সেয়ে হ'লে অযাচিতে তেখেতলৈ অহা ডি. পি. আই. পদবী, অসম ৰাজ্য সভাৰ সদস্য, অসম লোকসেৱা আয়োগৰ সভাপতি আদি

লোভনীয় পদবী অনায়াসে গ্ৰহণ কৰিব পাৰিলেহেঁতেন! কেৱল বিশ্ববিদ্যালয়ৰ কলাগুৰু আৰু কোৰ্টৰ সদস্য হিচাপে থাকি দেশৰ শৈক্ষিক বিষয়ৰ উত্তৰোত্তৰ উন্নতি সাধন কৰাটো তেখেতে নিজৰ এটা দায়িত্ব বুলি বিবেচনা কৰি তাত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। তেখেত সভা-সমিতিলৈ বৰকৈ নগৈছিল। সভা-সমিতিলৈ পৌৰোহিত্য কৰিব লাগে বুলি কৰা বহুতৰে কাতৰ অনুৰোধ তেখেতে বিনম্ৰতাৰে প্ৰত্যাখ্যান কৰিছিল।

কাকতিদেৱৰ হাঁহিটোৰ সম্পৰ্কত নানাজনে নানা মত প্ৰকাশ কৰা শুনা যায়। কথাই কথাই বৈ বৈ থোকাথোকে ঢেক্‌ঢেক্‌কৈ মৰা হাঁহিটো বহুতৰ বাবে হেনো বিষাক্ত শেলপাত যেন আছিল। বহুতে হেনো তেখেতৰ হাঁহিৰ অৰ্থ নুবুজি এনেয়ে হাঁহিছিল। কিছুমানে তেখেতৰ হাঁহিত ইতিকিং তাচ্ছিল্যৰ সুৰো অনুভৱ কৰিছিল। আকৌ বহুতে তেখেতৰ হাঁহিত হাস্য ৰসৰ সমল বিচাৰি পাইছিল। কিন্তু কাকতিদেৱে হ'লে আক্ষেপৰ সুৰত কৈছিল—“বেজবৰুৱাই অসমীয়া হিউমাৰ গোটেইবোৰ শেষ কৰি গৈছে দিয়া।” স্বতঃস্ফূৰ্ত হাঁহিটোৰ বাবে দুই-এক তেখেতক ভয়ে ভয়ে ‘চিনিক’ বুলিও মন্তব্য কৰা শুনা যায়। শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী-সকলে তেখেতৰ পৰা কোনো ধৰণৰ প্ৰশ্ৰয় নাপাইছিল বাবে বহুতো ছাত্ৰই তেখেতক ভাল পোৱা নাছিল; আৰু দুই-একে কাকতি ডাঙৰীয়াৰ পৰা দূৰে দূৰে ফুৰিছিল। কিন্তু যিকেইজন মুষ্টিমেয় ছাত্ৰই তেখেতৰ পৰা পোনে পোনে নিৰুৎসাহ ইতিকিং আদিলৈ গুৰুত্ব নিদি সান্নিধ্য লাভৰ কাৰণে আগবাঢ়ি আহিছিল সিসকল ছাত্ৰই তেখেতৰ বিশেষ প্ৰীতিভাজন হৈ কৃতী ছাত্ৰ বুলি স্বাক্ষৰ দাঙি ধৰিছিল, অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন দিশত একো একোখন বিশিষ্ট আসন লাভ কৰিছিল।

স্বদেশপ্ৰেম, আত্মসংযম, পাৰমাৰ্থিক চিন্তা, দুখীয়া-নিছলা ছাত্ৰ-ছাত্ৰীৰ প্ৰতি থকা অকৃত্ৰিম স্নেহ, সবাৰোপৰি গভীৰ অধ্যয়ন

আৰু অধ্যাপনা আছিল কাকতিদেৱৰ চৰিত্ৰৰ কেইটামান বিশেষ গুণ।

কাকতিৰ মেধা শক্তিৰ সম্পৰ্কত বহুতো ৰসাল কাহিনী শুনিবলৈ পোৱা যায়। বৰপেটা হাইস্কুলত পঢ়ি থাকোঁতে সংস্কৃতৰ পণ্ডিত ৺লক্ষ্মীনাৰায়ণ গোস্বামীয়ে প্ৰশ্ন কাকতত এশ নম্বৰৰ ভিতৰত এশ পাঁচ নম্বৰ দিয়াত প্ৰধান শিক্ষকে অবাক হৈ কেনেকৈ এশ পাঁচ নম্বৰ পালে গোস্বামীদেৱক সুধিলত গোস্বামীদেৱে উত্তৰত হেনো কৈছিল—"বাছাই ইমান শুদ্ধ আৰু ভাল উত্তৰ লিখিছে যে মই পাঁচ নম্বৰ বেছি নিদি নোৱাৰিলোঁ।"

আই. এ. পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম স্থান লাভ কৰাত কৃতী অধ্যাপক আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে ইংৰাজীৰ শ্ৰেণী কোঠাত এদিন মন্তব্য কৰিছিল—"**That ugly looking Banikanta stood first in the I. A. Examination. Oh, I am proud of Banikanta.**" ড° কাকতিয়েই প্ৰথম বাৰৰ কাৰণে এই সন্মান অসমবাসীলৈ আনে।

'উইট' আৰু 'হিউমাৰ' কৰাত কাকতিদেৱ বৰ পটু আছিল। এবাৰ বি. এ. দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ কেইজনমানে বাছনি পৰীক্ষাৰ আগে আগে শ্ৰেণী কোঠাত সুধিলত, "ছাৰ, পৰীক্ষাৰ বাবে কোন-কেইটা কবিতা বেছি দৰকাৰী?" তেখেতে উত্তৰ দিলে, "চিলেকশ্যনৰ আটাইবোৰেই।" "তেনেহ'লে ফেলেই হ'ব লাগিব ছাৰ" বুলি কোৱাত কাকতিদেৱে ক'লে, "**All of you need not pass.**" তাৰ পিছত আকৌ সেই চিৰ পৰিচিত হাঁহি। ল'ৰাবোৰে কিংকৰ্তব্যবিমূঢ় হৈ কাকতিদেৱক পেটে পেটে বৰ বেয়া পালে।

আন এদিন ইংৰাজী ক্লাছত ছাত্ৰসকলৰ কোনে কি বিভাগত পাছ কৰিছে বুলি সোধাত বেছিভাগেই তৃতীয় বিভাগত পাছ কৰা বুলি সেমেনা-সেমেনি কৰি উত্তৰ দিলে। তেতিয়া কাকতিদেৱে সেই

ঢেকুঢেকীয়া হাঁহিটো সজোৰে মাৰি হেনো কৈছিল—"Our train is full with third class passengers."

বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ উপাধি লাভ কৰা কমিউনিষ্ট পাৰ্টিৰ পুথিগত সীমিত জ্ঞানেৰে গৰ্বী চফল ডেকা এজনে হেনো ড° কাকতিক ভাৰতীয় কমিউনিষ্ট পাৰ্টিত যোগ দিবলৈ নানা যুক্তি প্ৰদৰ্শন কৰিলে। ডেকাৰ দৃঢ় ভাব—তেখেতক যেনে হ'লেও পাৰ্টিত ভৰ্তি কৰিব। ডেকাৰ আঁকোৰগোঁজ ভাব দেখি কাকতিদেৱে হেনো এনেদৰে হাঁহিবলৈ ধৰিলে যে শেহত ডেকাজন হতভম্ব হৈ গুচি গ'ল। ৺দৈৱচন্দ্ৰ তালুকদাৰে ড° কাকতিক কুঁহিয়াৰ শালৰ ভীমৰ লগত তুলনা কৰি কৈছিল—"এই ভীমৰ কাম হৈছে কুঁহিয়াৰ চেপি ৰস উলিওৱা। সেই ৰস পাগ দি মিঠৈ কৰে। কাকতিদেৱেও জনা কথা চেপি সাহিত্যৰস উলিয়াই অসমীয়াক আনন্দ উপভোগ কৰিবলৈ দিছিল।"

ড° কাকতি পণ্ডিত গৱেষক হোৱাৰ উপৰিও এজন প্ৰবীণ সমালোচক আৰু সিদ্ধহস্ত পাতনি-লেখক আছিল। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কেতেকী, দহিকতৰা, অম্বিকাগিৰি ৰায়চৌধুৰীৰ তুমি কাব্য, তত্ত্বপৰি কথা গুৰুচৰিত, পিম্পৰা গুচুৱা আদি অসমীয়া সাহিত্যৰ ভালেমান কাব্য, মৌলিক গ্ৰন্থৰ সূক্ষ্ম আৰু অধ্যয়নপুষ্ট পাতনি লিখি গ্ৰন্থৰ উচিত বিচাৰ কৰিছিল, সৌন্দৰ্য্য আৰু সোৱাদ আন পাঠকক বিলাইছিল। কোৱা বাহুল্য যে এক শ্ৰেণীৰ লোকে তেখেতক পাতনি-লেখক বুলি হেনো ইতিকিঙো কৰিছিল।

ড° কাকতি বৰ বেছি স্পষ্টবাদী হোৱাৰ উপৰিও অপ্ৰিয় সত্যক নিঃসঙ্কোচে প্ৰকাশ কৰিছিল। ঠাট্টা-মস্কৰা, উইট আৰু হিউমাৰ, ব্যঙ্গহাঁহি তেখেতৰ একপ্ৰকাৰ মুদ্ৰাদোষৰ দৰে হোৱা কাৰণে অসহিষ্ণু আৰু কম ধাতুৰ লোকে সম্মুখত ঠাৱৰিব নোৱাৰি তেখেতক বেয়া পাইছিল আৰু কটু সমালোচনা কৰিছিল। কিন্তু যিসকলে নিজৰ বিনয় স্বভাৱৰ গুণত তেখেতৰ সংস্পৰ্শলৈ আহিব পাৰিছিল

তেওঁলোকৰ সম্পৰ্ক ক্ৰমে গুৰু-শিষ্যৰপৰা পিতা-পুত্ৰৰ শাৰীলৈ ৰূপান্তৰিত হৈছিল, শ্ৰদ্ধাত মূৰ দোঁ খাই গৈছিল। কাকতিদেৱে প্ৰায়েই মুখত এমোকোৰা তামোল লৈ হাঁহি হাঁহি প্ৰাণখুলি নিজৰ বক্তব্য কৈছিল আৰু কথাই কথাই তেখেতৰ পাণ্ডিত্য, সৰলতা, অমায়িকতা প্ৰকাশ পাইছিল। নিয়মানুবৰ্তিতা, অনাড়ম্বৰিতা, সত্যবাদিতা আৰু সততা তেখেতৰ চৰিত্ৰৰ প্ৰধান গুণ আছিল।

ড° সুনীতি কুমাৰ চ্যাটাৰ্জী কাকতিদেৱৰ এজন বিশিষ্ট বন্ধু হোৱাৰ উপৰিও বিশেষ প্ৰশংসাকাৰী আছিল। এজন কবি-সাহিত্যিকে মন্তব্য কৰাৰ দৰে "তেওঁ লিখা কিতাপ খনদিয়েক হ'লেও সেইকেইখন অসমীয়া সাহিত্যৰ কেঁচা সোণৰ চেকুৰা।" গৱেষণা গ্ৰন্থখনি ১৯৩৫ চনত প্ৰকাশ হোৱাৰ পিছত ১৯৪২ চনত 'মাদাৰ গডেছ কামাখ্যা', ১৯৪৩ চনত 'কলিতা জাতিৰ ইতিবৃত্ত', ১৯৪৮ চনত 'সাহিত্য আৰু প্ৰেম', ১৯৫১ চনত কণ কণ ল'ৰা-ছোৱালীৰ বাবে লিখা 'পখিলা' আৰু 'অসমীয়া পুৰণি সাহিত্য', 'পুৰণি অসমৰ ধৰ্মধাৰা' আদি প্ৰকাশ পায়। মাদ্ৰাজৰ নাটেছান কোম্পানীয়ে 'ছেইণ্টছ অব্ ইণ্ডিয়া চিৰিজ'ৰ জৰিয়তে ড° কাকতিৰ লিখা 'লাইফ এণ্ড টিচিংছ অব্ শঙ্কৰদেৱ' কিতাপখন প্ৰকাশ কৰাৰ ফলত মহাপুৰুষজনাৰ জীৱন বৃত্তান্তৰ লগতে অসমীয়া বৈষ্ণৱ ধৰ্মৰ স্বকীয়তা আৰু অসমীয়া বৈষ্ণৱ সাহিত্যৰ অমূল্য ভাণ্ডাৰৰ কথা সদৌ ভাৰতবৰ্ষতে প্ৰচাৰ হয়। মৰণোত্তৰ কালত প্ৰকাশ হোৱা 'বিষ্ণুৱাইট মাইথ এণ্ড লিজেণ্ডছ' গ্ৰন্থখনিও 'মাদাৰ গডেছ কামাখ্যা'ৰ আৰ্হিত লিখা। এই গ্ৰন্থবোৰৰ বাহিৰেও ইংৰাজী আৰু অসমীয়াত লিখা বহুতো মূল্যৱান প্ৰবন্ধ বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে।

ড° কাকতিক সাহিত্যৰথী বেজবৰুৱাৰ উত্তৰাধিকাৰী বুলি যথাৰ্থতে ক'ব পাৰি বিশেষকৈ বৈষ্ণৱ সাহিত্যৰ ক্ষেত্ৰত। বেজবৰুৱাই 'শঙ্কৰদেৱ' গ্ৰন্থত ড° কাকতিৰ 'বৰগীত' নামৰ প্ৰবন্ধক ঠাই দি

কৃতজ্ঞতা প্ৰকাশ কৰি কৈছে—“বৰগীতৰ বিষয়ে এই অধ্যায়টি শ্ৰদ্ধাস্পদ অধ্যাপক বাণীকান্ত কাকতিৰ দ্বাৰাই ৰচিত। আমি অতি আদৰেৰে ইয়াক আমাৰ কিতাপৰ অন্তৰ্ভুক্ত কৰি ল’লোঁ।”

জন্মিলে মৰিব লাগে ই ধ্ৰুৱ। কিন্তু কোনো আগজাননী নিদিয়াকৈ কালে আচম্বিতে, তাকো অকালতে হৰি নিলে আত্মীয়-স্বজন, বন্ধু-বান্ধৱে অসহনীয় কষ্ট পায়। মৃত্যুৰ দুমাহ আগতে ড° কাকতিয়ে পতিপ্ৰাণা আদৰ্শ সহধৰ্মিণী কনকলতাক হেৰুৱাই প্ৰকাশ কৰিব নোৱৰা দুখ পায়। অৱশেষত মৰমৰ পৃথিৱীৰ প্ৰতিটো বস্তুৱেই তেখেতক আমুৱাবলৈ ধৰে আৰু এদিনাখন প্ৰাতঃ-ভ্ৰমণ কৰি আহিয়েই জন্ম-জন্মান্তৰৰ সহচৰী প্ৰিয়াৰ ওচৰলৈ গুচি গ’ল। মৃত্যুৰ সময়ত তিনিজন পুত্ৰ দেৱকান্ত, নীলকান্ত আৰু ৰত্নকান্ত আৰু তিনিগৰাকী কন্যা নীৰদাবালা, শৰৎকুমাৰী, তৰুলতা আৰু শতসহস্ৰ শোকত ম্ৰিয়মান আত্মীয়স্বজন, বন্ধু-বান্ধৱ, শিষ্য-প্ৰশিষ্য এৰি থৈ যায়।

গুণীজনৰ পূজা আৰু স্মৃতি ৰক্ষা কৰাটো জীয়া জাতিৰ লক্ষণ। ড° কাকতিৰ পুণ্য স্মৃতিত অসমৰ চুকে-কোণে ভালেমান স্কুল-কলেজ জিলিকি আছে। গুৱাহাটী বিশ্ববিদ্যালয়তো ছাত্ৰাবাস নামকৰণ কৰি তেখেতৰ স্মৃতি ৰক্ষা কৰা হৈছে। তেখেতৰ মৃত্যুৰ পিছতে ড° বাণীকান্ত কাকতি ‘স্মাৰক নিধি’ এটা খোলা হৈছিল। এই নিধিলৈ সেই সময়ৰ অসমৰ ৰাজ্যপাল শ্ৰীজয়ৰাম দাস দৌলত ৰাম প্ৰমুখ্যে ব্যক্তিসকলে মুক্তহস্তে দান-বৰঙণি আগবঢ়াইছিল।

সুখৰ বিষয় অসমৰ স্নায়ুকেন্দ্ৰ তথা ড° কাকতিৰ শিক্ষা, কৰ্ম আৰু সামাজিক জীৱনৰ থলী গুৱাহাটী মহানগৰীত ১৯৬৭ চনত ‘বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়’ এখন স্থাপিত হৈছে। অসমবাসীৰ কাৰণে এটি সুখৰ খবৰ ১৯৬৫ চনত ড° কাকতিৰ পৰম ভক্ত-শিষ্য ড° প্ৰফুল্ল দত্ত গোস্বামীক সভাপতি হিচাপে লৈ গুৱাহাটীত

ড° কাকতিদেৱৰ স্মৃতিত এখন আৰ্ট কলেজ খোলাৰ কাম হাতত লোৱা হয়। ১৯৬৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় কৰ্তৃপক্ষই কেইবছৰমানৰ কাৰণে আৰ্ট কলেজ খোলাৰ অনুমতি বন্ধ কৰাত বাণীকান্ত কাকতি কলেজও অনুমতি নাপালে। খবৰটো ওলোৱাৰ পিছদিনাই ৰাতিপুৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড° মথুৰা নাথ গোস্বামীদেৱৰ উজান বজাৰৰ নিজ বাসভৱনত সাক্ষাৎ কৰাত ক'লে "কেইবছৰমানৰ কাৰণে আৰ্ট কলেজ খোলাৰ অনুমতি বন্ধ কৰা হৈছে। আমাৰ বিশ্ববিদ্যালয়ৰপৰা বি. টি. শ্ৰেণীটো দুই-এবছৰতে উঠাই দিয়া হ'ব। ড° কাকতি শিক্ষকৰো শিক্ষক আছিল। তেখেতৰ নামত বি. টি. কলেজ এখন হ'লেহে ৰজিতা খাব। যদি বি. টি. কলেজ খোলাৰ কাম হাতত লোৱা মইতো যথাসাধ্যে সহায় কৰিমেই, ডি. পি. আই. ৰাজখোৱাকো মই সহায় কৰিবলৈ ক'ম।" লগতে সাৱধান কৰি ক'লে-- "চাবা, ড° কাকতি মোৰ গুৰু আছিল, যাতে সততা আৰু নিষ্ঠাৰে সকলো কাম কৰা হয়।" আনন্দত উৎফুল্লিত হৈ বিহগী কবি ৰঘুনাথ চৌধাৰী, ড° প্ৰফুল্ল দত্ত গোস্বামী আৰু কলেজ কমিটিৰ সম্পাদক ডাঃ বীৰেন্দ্ৰ নাথ চৌধুৰীক অলপো সময় নষ্ট নকৰি ড° গোস্বামী ছাৰৰ পৰামৰ্শটোৰ কথা ক'লোঁ। খৰ্‌ধৰকৈ কলেজৰ কাঃ নিঃ সমিতিৰ সভা পাতি বাণীকান্ত বি. টি. কলেজ পতাৰ প্ৰস্তাৱ লোৱা হ'ল আৰু ১৯৬৭ চনৰ পহিলা জানুৱাৰী তাৰিখে অঙ্কশাস্ত্ৰৰ বিদগ্ধ পণ্ডিত ৺ৰাধাকান্ত দাসক অবৈতনিক অধ্যক্ষ ৰূপে লৈ কলেজ আৰম্ভ কৰা হ'ল। পিছলৈ কলেজখনৰ নাম **Banikanta College of Teacher Education** ৰূপে পুনৰ নামকৰণ কৰা হৈছে। আনন্দৰ কথা—১৯৮৩ চনৰ ১ এপ্ৰিল তাৰিখে কলেজখন চৰকাৰীকৰণ কৰা হৈছে।

কলেজ প্ৰতিষ্ঠা কৰাত আগভাগ লোৱা আৰু উন্নতিকল্পে চেষ্টা কৰা কেইবাজনো ব্যক্তি ড° প্ৰফুল্ল দত্ত গোস্বামী, ডাঃ বীৰেন্দ্ৰ নাথ চৌধুৰী, ড° মথুৰা নাথ গোস্বামী, অধ্যক্ষ সুৰেন্দ্ৰ মোহন দাস,

অধ্যক্ষ ৰাধাকান্ত দাস, অধ্যক্ষ ভবেন্দ্ৰ মোহন পাঠক, দণ্ডেশ্বৰ গগৈ আজি আমাৰ মাজত নাই। কলেজখন পূৰ্ণাঙ্গ ৰূপ দিয়াত আৰু ইয়াৰ ইতিহাস ৰচনা কৰাত অকুণ্ঠ সহায় আগবঢ়োৱা আন দুজন কীৰ্তিমন্ত লোক—গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য শ্ৰীচিদানন্দ দাস আৰু বিশিষ্ট উদ্যোগপতি শ্ৰীকেশৱৰাম বৰা।

আমাৰ সাহিত্যত প্ৰকৃত সমালোচনাই গঢ় লয় বাণীকান্ত কাকতিৰ হাতত। কাকতিৰ আছিল এটা অধ্যয়ন-পুষ্ট মন আৰু গভীৰ চিন্তা কৰিব পৰা শক্তি। সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ পৰা আহৰণ কৰা জ্ঞানে তেওঁৰ মনৰ প্ৰসাৰতা আনিছিল আৰু ভাষাতত্ত্বৰ সূক্ষ্ম আলোচনাৰ প্ৰতি থকা অনুৰাগে তেওঁৰ অনুসন্ধিৎসা বঢ়াইছিল। কাকতিয়ে কেইবাখনো পুথিৰ পাতনি লিখিছে। সচৰাচৰ পাতনি লেখকৰপৰা মুক্ত সমালোচনা পোৱা টান। অথচ কাকতিৰ পাতনিবোৰৰ মাজতো মননশীলতা আৰু বুদ্ধি-নিষ্ঠতাৰ পৰিচয় পোৱা যায়। সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ পঠন-পাঠনৰ ফলস্বৰূপে তেওঁৰ কাব্যানুভূতি বেছি গভীৰ হৈ পৰিছিল। এখন পুথিৰ কেন্দ্ৰীয় ভাবৰ সূত্ৰকে লৈ প্ৰাচীন সংস্কৃত গ্ৰন্থ আৰু ইংৰাজী সাহিত্যৰ উদ্ধৃতিৰে সেই ভাব স্পষ্টতৰ কৰি তোলাৰ চেষ্টা তেওঁ কৰিছিল। সময়ৰ ব্যৱধানে অতীত আৰু আধুনিক লেখকক আঁতৰাই ৰাখিলেও সমালোচকে দূৰ অতীতৰ আৰু ওচৰতে লগ পোৱা আধুনিক লেখকৰ লেখা একেখন পটতে একেলগে থিয় কৰাই পৰস্পৰৰ তুলনাৰে কাব্য-সৌন্দৰ্য্য গ্ৰহণীয় ৰূপত প্ৰকাশ কৰে। সমালোচনাৰ সময়ত কাকতিয়ে এনে আদৰ্শ আগত ৰাখিছে।

ত্ৰৈলোক্য নাথ গোস্বামী

## প্ৰত্নতাত্ত্বিক সৰ্ব্বেশ্বৰ শৰ্ম্মাকটকী

বিশ্ববিদ্যালয়ৰ উচ্চ উপাধি নাইবা উচ্চ চৰকাৰী চাকৰি নাথাকিলেও ব্যক্তি বিশেষে যে স্বোপাৰ্জ্জিত জ্ঞান, গভীৰ অধ্যয়ন আৰু অধ্যৱসায়ৰ গুণত নামিক লোক হ'ব পাৰে, নিজৰ বংশক উজ্জ্বল কৰিব পাৰে, স্বদেশৰ হিত সাধিব পাৰে আৰু উত্তৰপুৰুষ-সকলৰ কাৰণে আদৰ্শ এৰি থৈ যাব পাৰে তেনে এজন পুৰুষ আছিল সৰ্ব্বেশ্বৰ শৰ্ম্মাকটকী। যোগেশ্বৰ শৰ্ম্মাকটকী আৰু দ্ৰৌপদীদেৱীৰ পুত্ৰ সৰ্ব্বেশ্বৰ।

আৰ্য্য সংস্কৃতিৰ পৃষ্ঠভূমি, মহাবাহু ব্ৰহ্মপুত্ৰৰ পূত সলিলে পদ-পথালি থকা, পুৱা-গধূলি মন্দিৰৰ শঙ্খ, ঘণ্টা, বৰকাঁহৰ মৃদু গুঞ্জনে কঁপাই থকা, বেদধ্বনিয়ে মুখৰিত কৰি থকা গুৱাহাটীত ছত্ৰাকাৰ দেৱালয়ৰ পশ্চিম দুৱাৰত শৰ্ম্মাকটকীৰ পৱিত্ৰ আবাস। তেখেতৰ সমকালীন প্ৰতিভাসম্পন্ন ব্যক্তি হেমচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, কনকলাল বৰুৱা, সূৰ্য্যকুমাৰ ভূঞা, বিহগীকবি ৰঘুনাথ চৌধাৰী, সোণাৰাম চৌধুৰী আদিৰ সৈতে ঘটা সান্নিধ্যই তেখেতক বহুপৰিমাণে কামত প্ৰেৰণা যোগাইছিল, অসমৰ প্ৰত্নতত্ত্বৰ প্ৰতি বিশেষ আগ্ৰহী কৰি তুলিছিল, বুৰঞ্জীৰ শুকান হাড়কো কালিকা লগা কাব্য-তুলিকাৰে প্ৰাণবন্ত কৰাৰ তেখেতে প্ৰয়াস পাইছিল।

শৰ্ম্মাকটকী উনবিংশ শতিকাৰ শেহ দশকত জন্ম গ্ৰহণ কৰি প্ৰথম বিশ্বযুদ্ধৰ উকমুকনি কালত (১৯১৪ চন) প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত গুৱাহাটীৰ কটন কলেজত পঢ়ি আৰ্থিক অনাটনৰ হেঁচাত স্নাতক পৰীক্ষা দিব নোৱাৰি কমিচনাৰৰ কাৰ্য্যালয়ত কাৰ্য্যালয়-সহকাৰী হিচাপে নিযুক্তি ল'লে। সেই কামত প্ৰায় দুবছৰ কাল থাকি ভাল নলগাত কটন কলেজিয়েট হাইস্কুলত শিক্ষকতা জীৱনৰ

পাতনি মেলে আৰু মনৰ সন্তোষেৰে, মান-মৰ্য্যাদা আৰু সুখ্যাতিৰে একেৰাহে একুৰি পাঁচ বছৰ শিক্ষকতা কৰি চাকৰিৰপৰা অৱসৰ লৈ নৌলওঁতেই মাত্ৰ দুকুৰি চৈধ্য বছৰ বয়সত ১৯৪৬ চনত ১০ মে' তাৰিখে মৃত্যুক আঁকোৱালি ল'লে। শৰ্ম্মাকটকীৰ বিয়োগত অসমৰ প্ৰকৃতিয়ে কান্দিলে, প্ৰত্নতত্ত্বই কান্দিলে, পত্নী-পুত্ৰই কান্দিলে, লুইতে চকুপানী টুকিলে।

শৰ্ম্মাকটকী মূলতঃ কবি, প্ৰত্নতাত্ত্বিক আৰু শিক্ষক। তেখেতৰ কবিতাবোৰক প্ৰাকৃতিক, বৰ্ণনামূলক, আধ্যাত্মিক, দেশ-প্ৰেমমূলক আৰু অনুবাদমূলক এই চাৰিটা শ্ৰেণীত ভগাব পাৰি। প্ৰত্নতত্ত্ব সম্পৰ্কীয় গৱেষণামূলক প্ৰবন্ধসমূহত তেখেতে অসমৰ বৰতোপ, শিলৰ ফলি, তামৰ ফলি, পেড়া কাকত, মুদ্ৰা আদিৰ ঐতিহাসিক পাণ্ডিত্যপূৰ্ণ সমীক্ষা দাঙি ধৰিছে। শৰ্ম্মাকটকীৰ অধ্যয়নশীল আৰু চিন্তাশীল মনৰপৰা ওলাই অহা প্ৰকৃতি, ধৰ্ম্ম আৰু বিজ্ঞান, অভিব্যক্তিবাদ, জড়বাদ আদি শিৰোনামাৰ প্ৰবন্ধকেইটাই তেখেতক এজন তাত্ত্বিক দাৰ্শনিক পণ্ডিত হিচাপে সমাজত স্বীকৃতি দিছে। সত্যনাথ বৰাই শৰ্ম্মাকটকীৰ 'তত্ত্ব আৰু তথ্য' গ্ৰন্থখনিৰ সম্পৰ্কে উচ্চ অভিমত দি কৈছে - "মই জনাৰ ভিতৰত এইবিলাক কথা আধুনিক অসমীয়া সাহিত্যত পোৱা নাযায়।······আজিলৈকে অসম দেশৰ যিবিলাক বুৰঞ্জী লিখা হৈছে তাত এইবিলাকৰ বিষয়ে বহুতো কথা পোৱা নাযায়।·······ই ওখ খাপৰ স্কুলৰ পাঠ্য ৰূপে ব্যৱহাৰ হ'বৰ উপযুক্ত।"

শৰ্ম্মাকটকীৰ সাধনাৰ কীৰ্তিস্তম্ভ হ'ল—"অসমীয়া প্ৰাচীন লিপি বা অসমীয়া পুৰণি আখৰ" এই গ্ৰন্থখনিৰ এটি ঐতিহাসিক পটভূমি আছে। ১৯৩৩ চনৰ কথা। উত্তৰ লক্ষীপুৰত অসম সাহিত্য সভাৰ চতুৰ্দ্দশ অধিবেশন বহিছিল। অধিবেশনত পৌৰোহিত্য কৰিছিল জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই আৰু বুৰঞ্জী শাখাৰ সভাপতি আছিল শৰ্ম্মাকটকী। শৰ্ম্মাকটকীৰ পাণ্ডিত্যপূৰ্ণ ভাষণৰ পিছত কেইবাজনো

পণ্ডিতলোকে তেখেতক প্ৰাচীন অসমীয়া লিপিৰ সম্পৰ্কত গৱেষণা-মূলক আলোচনা এটি কৰিবলৈ বাৰে বাৰে অনুৰোধ কৰিছিল। সুধীসকলৰ অনুৰোধকে আদেশ বুলি শিৰোধাৰ্য্য কৰি প্ৰাচীন লিপি সম্পৰ্কীয় কোনো প্ৰশিক্ষণ নথকাকৈয়ে স্বকীয় প্ৰতিভা, আৰু এহাতুগুঁধীয়া প্ৰচেষ্টাৰ ফলত অসমীয়া ভাষাৰ পুৰণি আখৰৰ বাটকটীয়া গৱেষক হিচাপে প্ৰসিদ্ধি লাভ কৰিলে। আজিৰ আধুনিক অসমৰ কোনো কোনো ভাষাবিদৰমতে শৰ্ম্মাকটকীৰ এই গৱেষণা গ্ৰন্থত ক্ৰুটী-দোষ থাকিব পাৰে, বৈজ্ঞানিক প্ৰণালীবদ্ধ নহ'ব পাৰে, কিন্তু অসমীয়া ভাষাৰ যিটো অন্ধকাৰ যুগত শৰ্ম্মাকটকীয়ে মৰসাহ কৰি অসমীয়া লিপিৰ বয়স, প্ৰথম, নিদৰ্শন, আখৰৰ ক্ৰমবিকাশ, লিপি প্ৰস্তুতৰ সঁজুলি, লিপিৰ মূল বিভাগ, লিপিৰ বংশ, ভাৰতীয় লিপিৰ লগত অসমীয়া লিপিৰ সমন্ধ, আহোম যুগৰ বিভিন্ন লিপিৰ স্কুল, গুপ্ত আখৰৰ লগত অসমীয়া আখৰৰ সাদৃশ্য, কুটিল আখৰৰ সাদৃশ্য, অসমীয়া প্ৰতিটো আখৰৰ গঢ়গতি বা ক্ৰমবিকাশ সম্পৰ্কে খৰচি মাৰি লিখি থৈ গ'ল. অন্ততঃ সেইখিনিৰ কাৰণে প্ৰাচীন অসমীয়া লিপিৰ উত্তৰ কালৰ গৱেষকসকল তেখেতৰ-পৰা ঋণমুক্ত হ'ব নোৱাৰে। অসমীয়া লিপিক ৰাষ্ট্ৰীয় পূৰ্ণমৰ্য্যাদা দিলে। শৰ্ম্মাকটকী আৰু ড° বাণীকান্ত কাকতি ভাষাৰ ক্ষেত্ৰত যি অৰিহণা যোগাই থৈ গ'ল তাৰ মূল্যায়ন কৰাটো টান কাম হ'ব।

স্মৰণযোগ্য যে, আধুনিক ভাৰতীয় লিপিৰ ক্ষেত্ৰত শৰ্ম্মাকটকীয়ে ৰোমান লিপি প্ৰচলনৰ সপক্ষে-বিপক্ষে দহটা নিজস্ব অভিমত দাঙি ধৰিছে :

(১) ৰোমান লিপি প্ৰচলন কৰিলে ভাৰতবৰ্ষৰ বিভিন্ন ভাষা অৱলম্বনকাৰীৰ মাজত একলিপি প্ৰৱৰ্ত্তন হ'ব পাৰে।

(২) বৌদ্ধধৰ্ম্মৰ পবিত্ৰ গ্ৰন্থবোৰ পালী ভাষাত লিখা। সিংহল দ্বীপৰ ইউৰোপীয় মিশ্যনাৰী পণ্ডিতসকলে বৌদ্ধধৰ্ম্মৰ পবিত্ৰ পালী ভাষা উদ্ধাৰ কৰিবৰ আজি প্ৰায় ১০০ বছৰ হ'ল। পালী ভাষাৰ

স্বকীয়া লিপি নাই। ৰোমান লিপিৰে এই পালী ভাষাৰ গ্ৰন্থবোৰ লিখা হৈছে। এতিয়া পালী ভাষাৰ চৰ্চা কৰিবলৈ হ'লে ৰোমান লিপিৰে লিখা গ্ৰন্থ নপঢ়িলে উপায় নাই।

(৩) ৰোমান লিপি প্ৰচলন কৰিলে ভাৰতৰ হিন্দু-মুছলমানৰ ঐক্য সাধনত সহায় কৰা হ'ব। কিয়নো হিন্দুৱেও সংস্কৃত বা দেৱনাগেৰী এৰিব নোখোজে, মুছলমানেও উৰ্দ্দু বা আৰবি এৰিব নোখোজে। টাৰ্কিৰ পথ অনুসৰণ কৰি জাতীয় উদ্দেশ্য সাধনাৰ বাবে দুয়ো সম্প্ৰদায়ে পৰস্পৰ যোগ-বিয়োগ দি ৰোমান লিপি গ্ৰহণ কৰিব পাৰে।

(৪) গোটেই জগতে ৰোমান লিপি গ্ৰহণ কৰিব ধৰিছে। টাৰ্কিত কামালপাছাই ৰোমান লিপি প্ৰচলন কৰিলে। জাৰ্মানীয়ে নিজৰ নিজৰ লিপিৰ ব্যৱহাৰ এৰি ৰোমান লিপি ল'লে। ছোভিয়েট ৰাছিয়াই ৰোমান লিপি গ্ৰহণ কৰিলে। শ্লেভনিক জাতিবিলাকেও ৰোমান লিপি ল'লে একো বেয়া নহ'ব।

(৫) ৰোমান লিপিৰ আখৰৰ সংখ্যা মুঠতে ২৬ টা। ভাৰতীয় লিপিৰ অনুস্বাৰ ( ং ), বিসৰ্গ ( ঃ ) আৰু চন্দ্ৰবিন্দু ( ঁ ) বিষয়ক কেইটিমান চিন অৱলম্বন কৰি অতি সহজে ৰোমান লিপি প্ৰচলন কৰিব পৰা হ'ব।

(৬) ৰোমান লিপি ল'লে টাইপ ৰাইটাৰ বিষয়ে সুবিধা ঘটিব।

(৭) কোনোৱে ভাবিব পাৰে ৰোমান লিপি গ্ৰহণ কৰাটো ভাৰতৰ পক্ষে বিজাতীয়; এনে বিজাতীয় ভাবে ভাৰতবাসীৰ মন নীচ আৰু সংকীৰ্ণ কৰিব।

(৮) ৰোমান লিপিয়ে ভাৰতীয় আটাইবোৰ উচ্চাৰণসূচক শব্দ লিখাত সহায় কৰিব।

(৯) ৰোমান লিপি প্ৰচলন কৰিলে সংস্কৃত আৰু ভাৰতীয় মাতৃ ভাষাবোৰৰ বিকৃতি ঘটিব আৰু এই ভাষাবোৰ আগলৈ চিনাক্ত কৰা দুৰূহ হ'ব।

(১০) ৰোমান লিপিৰে ভাৰতৰ পাৰ্ব্বত্য জাতিবোৰৰ ভাষা লিখিব পৰা হ'ব।

শিক্ষকতা এটি মহান কলা আৰু শিক্ষক হ'ল কলাকাৰ, ছাত্ৰ-ছাত্ৰীসকল কলা সৃষ্টিৰ কেঁচা সামগ্ৰী আৰু শিক্ষানুষ্ঠানটো হ'ল এটা কলাকেন্দ্ৰ নাট্যমঞ্চ। আদৰ্শ শিক্ষকসকল কলাকাৰ হোৱাৰ উপৰিও সমাজৰ মান্য ব্যক্তি। আদৰ্শ শিক্ষকে তাকৰীয়া দৰ্মহা পায়ো শিক্ষক নামৰ অনুষ্ঠানটিক মান-মৰ্য্যাদাপূৰ্ণ কৰি তোলে, নিজৰ শিক্ষণীয় বিষয়ত প্ৰচুৰ জ্ঞান আহৰণ কৰি ছাত্ৰ-ছাত্ৰীসকলৰ দৈহিক শক্তি আৰু মানসিক উৎকৰ্ষতা সাধনত ইন্ধন যোগায়। শিক্ষানুষ্ঠানটোক আপোনভাবে ভাল পায়, তেনে কৃতী আৰু আদৰ্শ শিক্ষক এজন আছিল শৰ্ম্মাকটকী ডাঙৰীয়া। তেখেত হাড়ে হিমজুৱে শিক্ষক আছিল। সাজ-পোচাকত শিক্ষক, খোজ-কাটলত শিক্ষক, কথা-বতৰাত শিক্ষক, শ্ৰেণীত শিক্ষক, সুধীসমাজত শিক্ষক আৰু জীৱন যাপনত শিক্ষক। মিষ্টভাষী, মিতব্যয়ী, সুৰুচিপূৰ্ণ প্ৰকৃতিৰ শৰ্ম্মাকটকীৰ এজন গুণমুগ্ধ কৃতীছাত্ৰ, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাই কৈছে, "সৰ্ব্বেশ্বৰ কটকী আৰু উমেশচন্দ্ৰ চৌধাৰী আৰু কিছুদিন জীয়াই থকা হ'লে অসম সাহিত্য সভাৰ সভাপতি অনায়াসে হ'লহেঁতেন। পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু সৰ্ব্বেশ্বৰ কটকী প্ৰত্নতত্ত্বৰ বস্তুবোৰ বুটলি ফুৰিছিল। কটকীচাৰে পঢ়াওঁতে এটি প্ৰাণ সঞ্চাৰ কৰিব পাৰিছিল।" অধ্যাপক ৰজনীকান্ত দেৱশৰ্ম্মাই শৰ্ম্মাকটকীক কিছুদিনৰ বাবে সহকৰ্ম্মী হিচাপে পাই তেখেতৰ শিক্ষক-সুলভ গুণবোৰ এনেদৰে লক্ষ্য কৰিছে, "শৰ্মাকটকী সদায় সময়মতে স্কুললৈ আহিছিল, শিক্ষকৰ জিৰণি কোঠাত কাৰো বিৰুদ্ধে কোনো কথা নকৈছিল, আজৰি সময়ত এচুকত বহি একান্তমনে কিতাপ পঢ়িছিল।" অসমৰ অন্যতম প্ৰসিদ্ধ প্ৰত্নতাত্ত্বিক আৰু গৱেষক ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে শৰ্ম্মাকটকীৰ প্ৰত্নতাত্ত্বিক হিচাপে স্থান

নিৰ্ণয় কৰি ৰায়বাহাদুৰ কনকলাল বৰুৱা আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ পিছতে বুলি অভিমত দিছে।

শৰ্ম্মাকটকী এজন নিষ্ঠাৱান শিক্ষক আৰু স্বদেশপ্ৰেমী ব্যক্তি। তেখেতৰ সময়ৰ অসমৰ স্কুলীয়া পাঠ্যক্ৰমত অসমীয়া পাঠ্যপুথিৰ অভাৱ তেখেতে ভালদৰে উপলব্ধি কৰিছিল আৰু তেনেবোৰ অভাৱ পূৰণ কৰাৰ কাৰণে নিজে কবিতা, প্ৰবন্ধ আদি ৰচনা কৰাৰ উপৰিও সেই সময়ৰ প্ৰথিতযশা কবি-সাহিত্যিকসকলৰ বাচকবনীয়া কবিতা, প্ৰবন্ধ আদি সঙ্কলন আৰু সম্পাদনা কৰি পাঠ্যপুথি প্ৰণয়ন কৰিছিল।

শৰ্ম্মাকটকীৰ স্বৰচিত, সঙ্কলিত, সম্পাদিত পুথি বাৰখনতকৈও অধিক। তাৰ ভিতৰত **"A Hand Book of Translation"** নামৰ ইংৰাজী ভাষা শিক্ষাৰ পুথিখনি ১৯২১ চনতে হাইস্কুলৰ পাঠ্যপুথি হিচাপে মনোনীত হয়। ১৯২১ চনতে তেখেতৰ 'মুকলী' কবিতাৰ পুথিখনি প্ৰকাশ পায়। শৰ্ম্মাকটকীৰ দ্বিতীয় শ্ৰেষ্ঠ গ্ৰন্থ 'তত্ত্ব আৰু তথ্য' ১৯২৫ চনত প্ৰকাশ পায় আৰু হাইস্কুলৰ উচ্চ শ্ৰেণীৰ পাঠ্যপুথি হিচাপে স্বীকৃতি লাভ কৰে। সেই একে বছৰতে 'ত্ৰিবেণী' নামৰ গ্ৰন্থখনিও পাঠ্যপুথি হিচাপে মনোনীত হয়। এখেতৰ সঙ্কলিত আৰু সম্পাদিত আন এখনি মূল্যৱান গ্ৰন্থ হ'ল— 'সাহিত্য সম্ভাৰ'।

পাঁচশৰো অধিক পিঠিৰ এশদহটা গদ্য-পদ্যেৰে সমৃদ্ধ 'অসমীয়া সাহিত্যকোষ' নামৰ গ্ৰন্থখনি শৰ্ম্মাকটকীয়ে ১৯৩২ চনত সম্পাদনা কৰি উলিয়ায়। এই গ্ৰন্থখনি বিশ্ববিদ্যালয়ৰ পৰীক্ষাত অসমীয়া সাহিত্যৰ উপযুক্ত পাঠ্যপুথি বুলি বিবেচিত হৈ বহু কাললৈকে চলি আহিছিল।

তদুপৰি শৰ্ম্মাকটকী এগৰাকী বিশিষ্ট জীৱনীকাৰো আছিল। সত্যনাথ বৰাৰ জীৱন চৰিত, হেমচন্দ্ৰ গোস্বামীৰ জীৱন চৰিত, হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত, আদি পুথি শৰ্ম্মাকটকীৰ অসমীয়া

সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি। শৰ্ম্মাকটকীৰ কাব্যত নাট্যৰস জিপাল হোৱাৰ উপৰিও ৰাসক্ৰীড়া বুলি নাট এখনো ৰচনা কৰিছিল। উল্লেখিত গ্ৰন্থসমূহৰ বাহিৰেও আৱাহন আদি আলোচনীৰ পাতত অসমৰ মূৰ্ত্তি, ভাস্কৰ্য, পুৰণি শিল্পকলা, অন্তিম শয্যাত হেমচন্দ্ৰ গোস্বামী, অসমৰ প্ৰাচীন নৃত্য-ভঙ্গী, প্ৰাচীন অসমৰ শিল্প-সম্ভাৰ, শ্ৰীসূৰ্য্য পাহাৰৰ পুৰাতত্ত্ব, অসমত বৌদ্ধ শিল্পকলা, কানাই বৰশীৰ শিলালিপিৰ প্ৰতিলিপি, প্ৰাচীন নৰসিংহ মূৰ্ত্তি, প্ৰাচীন অসমৰ নৌবিদ্যা, লঙ্কাৰ শিলৰ ফলিৰ ইতিবৃত্ত আদি অনেক প্ৰবন্ধত শৰ্ম্মাকটকীয়ে জন্মভূমিৰ গৌৰৱময় অতীতত স্বৰ্ণভাণ্ডাৰ থ্‌পাই ৰাখি থৈ গৈছে।

অসমৰ ঐতিহ্য মণ্ডিত ইতিহাসে শৰ্ম্মাকটকীৰ অন্তৰ আনন্দত আপ্লুত কৰি ৰাখিছিল আৰু সেই আনন্দৰ ভাগ আনকো দিয়াৰ উদ্দেশ্যে অসমৰ পৰ্ব্বত, পাহাৰ, গাঁও-নগৰ চলাথ কৰি আপুৰুগীয়া সম্পদবোৰ উদ্ধাৰ কৰি নিজৰ দেশৰ ছাত্ৰ-ছাত্ৰী, আৰু পৌঢ়-সমাজত কেৱল মাতৃ ভাষাতে বিতৰণ কৰাতে ক্ষান্ত নেথাকি অসমৰ বাহিৰতো সেইবোৰ প্ৰচাৰ কৰাৰ বাবে ইংৰাজী ভাষাত পুথি প্ৰবন্ধ আদি লিখি প্ৰকাশ কৰিছিল। তেখেতৰ ৰচিত ইংৰাজী পুথি **'Antiquities of Assam ; Ancient Assamese Script,** সংগৃহীত গ্ৰন্থ **Archaeological and Sculptural Remains in Assam'** আদি পুথিয়ে প্ৰাচীন অসমৰ সভ্যতা আৰু সংস্কৃতি অসমৰ বাহিৰত আৰু অনাঅসমীয়া লোকৰ মাজত প্ৰচাৰ কৰাত বিশেষভাৱে সহায় কৰিছে।

বহু বছৰ ধৰি কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক হিচাপে থাকি তেখেতে অতি নিষ্ঠাৰে কাম কৰিছিল। সেই সময়ত কামৰূপ অনুসন্ধান সমিতিৰ লগত ৰায়বাহাদুৰ কনকলাল বৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কালিৰাম মেধি, বাণীকান্ত কাকতি, সূৰ্য্যকুমাৰ ভূঞা, জলতিৰাম লহকৰ, উত্তমচন্দ্ৰ বৰুৱা, ৰঘুনাথ চৌধাৰী,

হৰমোহন দাস, ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী, ড° হৰিশ চন্দ্ৰ ভট্টাচাৰ্য্য, মুৰাৰিচৰণ দাস প্ৰমুখ্যে ভালেমান পুৰাতত্ত্ববিদ, বুৰঞ্জীবিদ, সাহিত্যিক আৰু শিক্ষাবিদ্ ঘনিষ্ঠভাবে জড়িত আছিল।

তেখেতে সৰ্ব্বভাৰতীয় প্ৰাচ্য বিদ্যা সন্মিলনৰ কেবাখনো অধিবেশনত কামৰূপ অনুসন্ধান সমিতিৰ প্ৰতিনিধি হিচাপে যোগদান কৰিছিল আৰু প্ৰতিখন অধিবেশনতে অসমৰ গৌৰৱময় অতীতৰ একো একোটা গৱেষণামূলক প্ৰবন্ধ পণ্ডিত সভাত আলোচনাৰ বাবে পাঠ কৰিছিল। ১৯২৮ চনত লাহোৰত বহা সৰ্ব্বভাৰতীয় প্ৰাচ্য সন্মিলনত ড° সূৰ্য্যকুমাৰ ভূঞাৰ আৰু অধ্যাপক চৈয়দ মহম্মদ মহিবুল্লাৰ সৈতে যোগদান কৰিছিল। ১৯৩০ চনত পাটনাত বহা অধিবেশনলৈ দিবাকৰ গোস্বামীৰ সৈতে গৈছিল। ১৯৩৯ চন লক্ষ্ণৌত বহা সন্মিলনতো তেখেতে যোগদান কৰিছিল। ১৯৪১ চনৰ ডিচেম্বৰ মাহত হাইদৰবাদত বহা সন্মিলনত অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু আৰু হৰমোহন দাসৰ সৈতে যোগদান কৰিছিল। এই অধিবেশনত তেখেতে অসমৰ পুৰণি তন্ত্ৰৰ সম্পৰ্কে এটি গধুৰ প্ৰবন্ধ পাঠ কৰে আৰু 'লৱকুশৰ যুদ্ধ'ৰ সাঁচিপতীয় পুথি পণ্ডিত সমাজক দেখুৱায় আৰু তাৰ যথাযথ ব্যাখ্যা কৰি প্ৰশংসাৰ পাত্ৰ হয়। ১৯৪৩ চনৰ ডিচেম্বৰ মাহত বেনাৰসত বহা সন্মিলনতো জীৱনৰ শেষবাৰৰ কাৰণে উপস্থিত আছিল আৰু তাত তেখেতে 'অসমত প্ৰাচীন নৌ বিদ্যা'ৰ সম্পৰ্কে প্ৰবন্ধ পাঠ কৰিছিল। উল্লেখযোগ্য যে সেই সভাতে পণ্ডিত মদন মোহন মালব্য আৰু ডক্টৰ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণৰ লগত তেখেতৰ চা-চিনাকি হৈছিল। এইদৰে অসমৰ প্ৰত্নতত্ত্ব আৰু ভাষা-সাহিত্যৰ প্ৰতি বিশিষ্ট বৰঙণি দি ১৯৪৬ চনৰ ১০ মে তাৰিখে পত্নী শ্ৰীমতী মৃণাল কুমাৰী দেৱী, চাৰিজন পুত্ৰ সৰ্ব্বশ্ৰী ভুৱনেশ্বৰ, বিশ্বেশ্বৰ, দুৰ্গেশ্বৰ আৰু ড° তাৰকেশ্বৰ আৰু তিনি-গৰাকী কন্যা এৰি থৈ তেখেতে ইহলীলা সামৰিলে।

বহুমুখী প্ৰতিভাসম্পন্ন শৰ্ম্মাকটকী অনুবাদ সাহিত্যতো সমানে

পটু আছিল। হাইস্কুলীয়া ছাত্ৰ কালত পিছলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য প্ৰয়াত জিতেন্দ্ৰ নাথ দাসে কটকীৰ মুৰলীত অনূদিত কবিতা 'মেঘদূত', মিল্টনৰ 'লে'লেগ্ৰো'ৰ অনুবাদ 'প্ৰফুল্ল মানৱ' আদি পঢ়ি মোহিত হোৱাই নহয় ইংৰাজী চৰ্চ্চাৰ প্ৰতি দাসৰ বিশেষ আগ্ৰহো জন্মিছিল। দাসৰ ভাবাত—"আমাৰ বিশ্বাস যে কটকীদেৱৰ 'মুৰলী'ৰ অনূদিত কবিতাখিনিক সেইবোৰৰ আন কোনো অনুবাদে এতিয়াও চেৰ পেলাব পৰা নাই।"

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য তথা 'ধৰ্ম্ম আৰু ৰাজনীতি' গ্ৰন্থৰ প্ৰণেতা ড° মথুৰা নাথ গোস্বামী ১৯৩১ চনত কটকীক কটন কলেজিয়েট স্কুলত সহযোগী শিক্ষক ৰূপে লগ পাইছিল। ড° গোস্বামীয়ে লিখিছে—"প্ৰাচীন অসমৰ ইতিহাস আজিও সম্পূৰ্ণ হৈ ওলোৱা নাই। কামৰূপ অনুসন্ধান সমিতিৰ চেষ্টাত যি কাম আৰম্ভ হৈছিল তাৰ নেতৃত্ব কৰিছিল মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ আৰু কনকলাল বৰুৱাই। বিদ্যাবিনোদৰ 'কামৰূপ শাসনাৱলী' আৰু বৰুৱাৰ **'Early History of Kamrupa'** কামৰূপ অনুসন্ধান সমিতিৰ প্ৰচেষ্টাৰ ফল বুলি ক'ব পাৰি। এই দুখন গ্ৰন্থৰ পিছত প্ৰাচীন অসমৰ বুৰঞ্জীৰ সীমা আগবঢ়াব পৰা গ্ৰন্থ এতিয়াও ওলোৱা নাই। কামৰূপ অনুসন্ধান সমিতিৰ সদস্যৰ ভিতৰত কলেজৰ অধ্যাপক, স্কুলৰ শিক্ষক, হাকিম, উকিল আদি উচ্চ শিক্ষিত অসমীয়া আছিল। সৰ্ব্বেশ্বৰ কটকী এইসকলৰ ভিতৰৰে এজন। উদ্যোগী প্ৰত্নতাত্বিক হিচাপে কটকীয়ে সমাজ আৰু চৰকাৰৰপৰা সন্মান পাইছিল।

ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱাই 'মোৰ দৃষ্টিত কটকী' নামৰ প্ৰবন্ধত এঠাইত কটকীৰ সাজ-পোছাক আৰু ব্যক্তিত্বৰ সম্পৰ্কে এইদৰে লিখিছে—"আগৰপৰা নাম শুনি আৰু আঁতৰৰপৰা দেখা ৺সৰ্ব্বেশ্বৰ কটকীদেৱৰ সান্নিধ্য লাভ কৰিবলৈ সুবিধা হ'ল। ই এটা সৌভাগ্যৰ বিষয়। সাধাৰণ পোছাককে চাফ্-চিকুণকৈ পৰিপাটিকৈ

পিন্ধা, সভা-শুৱনী ডেকা মানুহজন ওচৰতে দেখি বৰ ভাল পাওঁ।" তেখেতে সাধাৰণতে থোৰমাৰি শুধ বগা চুৰিয়াখন পিন্ধে। ওপৰত ভিত্তিলৈকে বুটাম মৰা ক'লা কোটৰ ওপৰত কাষৰীয়া কটয়াকৈ লোৱা সৰু ফুলীয়া বগা চেলেং কাপোৰখন প্ৰায়েই থাকে। তেজ-গোড়া, গহীন, হাঁহিমুখীয়া মানুহজন দেখিলেই বিশেষ গুণী পুৰুষ বুলি ক'ব পাৰে। আমি তেখেতক বাটে-পথে দেখিলে বৰ ভাল পাওঁ আৰু আপোনা-আপুনি যেন শিৰ দোঁ খাই আহে।"

অসমৰ আন এজন একেবাৰে প্ৰচাৰবিমুখ লোক প্ৰত্নতত্ত্ব সম্পৰ্কে অভ্ৰান্ত জ্ঞান আৰু বিশ্বাস থকা প্ৰাক্তন আই. এ. এছ. বিষয়া শ্ৰীচণ্ডীচৰণ বৰ্ম্মনে ভাৰতীয় সভ্যতা আৰু প্ৰত্নতত্ত্ব নামক গধুৰ প্ৰবন্ধত এঠাইত কটকীক এগৰাকী আদৰ্শ শিক্ষক হিচাপে বৰ্ণনা কৰিছে এনেদৰে—"মই কটকীদেৱক পোনপটীয়াভাৱে জানিছিলোঁ। এয়া মোৰ হাইস্কুলৰ ছাত্ৰ জীৱনৰ চমু কথা। কেইবছৰমান মই শিক্ষা লাভ কৰিছিলোঁ কটন কলেজিয়েট হাইস্কুলত আৰু যিসকল শ্ৰদ্ধাভাজন শিক্ষকে মোক/আমাক শিক্ষাদান কৰিছিল তেখেত-সকলৰ ভিতৰত অন্যতম আছিল সৰ্ব্বেশ্বৰ কটকী ডাঙৰীয়া যাৰ-পৰা হাঁহিভৰা মুখৰ সুমধুৰ কণ্ঠেৰে দান কৰা শিক্ষা লাভ কৰিবলৈ মোৰ সৌভাগ্য হৈছিল।" কোৱা বাহুল্য যে বৰ্ম্মন ডাঙৰীয়াই প্ৰত্নতত্ত্ব সম্পৰ্কে পিছলৈ অধ্যয়ন কৰাৰ প্ৰেৰণাও পাইছিল কটকীৰ দৰে শিক্ষাগুৰুৰপৰা। কটকীৰ স্বাস্থ্য, ব্যক্তিত্ব আৰু পাণ্ডিত্য সম্পৰ্কে বৰ্ম্মনে পুনৰ উল্লেখ কৰিছে—"ওখ, গৌড়বৰ্ণ আৰু আশাৰ সঞ্চাৰ কৰা আছিল তেখেতৰ ধুনীয়া মুখ-মণ্ডল। হাঁহিমুখে তেখেতে ছাত্ৰ-সকলক পাঠ দান কৰিছিল। হাঁহিমুখে তেখেতে ছাত্ৰসকলৰ ভুল-ভ্ৰান্তি শুধৰাই দিছিল। সদায়ে শান্ত। তেখেতে ছাত্ৰৰ ওপৰত খং কৰি কথা কোৱা মই দেখা নাই। সেয়েহে তেখেত আছিল ছাত্ৰ সমাজত এজন অতি শ্ৰদ্ধাভাজন শিক্ষাগুৰু, যাৰ শাৰীৰিক ছবিখন মোৰ মানস চকুৰ আগত জলজল পটপটকৈ ভাহি আছে।"

একজন গুণী ছাত্ৰই তেখেতৰ শিক্ষাগুৰুৰ সম্পৰ্কে দিয়া এনে অভিমত বিৰল বুলি ক'ব পাৰি।

ওৰে জীৱন প্ৰত্নতত্ত্ব অধ্যয়ন আৰু অনুশীলন কৰি স্বাধীনোত্তৰ কালত প্ৰত্নতত্ত্বৰ ক্ষেত্ৰখনত বৰঙণি যোগাই অহা ড° প্ৰদীপ শৰ্ম্মাই "অসমত প্ৰত্নতাত্ত্বিক চিন্তা আৰু চৰ্চ্চা" নামক প্ৰবন্ধত উল্লেখ কৰিছে— "কামৰূপ অনুসন্ধান সমিতি"ৰ কামৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী আৰু সৰ্ব্বেশ্বৰ কটকীয়ে, পুৰণি লিপি আৰু তাম্ৰশাসন আদিৰ ক্ষেত্ৰত বিশেষ অৰিহণা আগবঢ়ায়। বিশেষকৈ চৌধুৰী আৰু কটকীয়ে বৃহত্তৰ গুৱাহাটীৰ প্ৰায় সকলোখিনি শিলালিপিৰ পাঠ উদ্ধাৰ কৰি প্ৰকাশ কৰে। ......কিন্তু স্থাপত্য ভাস্কৰ্যৰ উদ্‌ঘাটন আৰু বিশ্লেষণত সৰ্ব্বেশ্বৰ কটকী আৰু ৰাজমোহন নাথে বহুতখিনি সমল যোগান ধৰে।"

অসমৰ এগৰাকী আগশাৰীৰ পণ্ডিত, নৃতত্ত্ববিদ্‌ৰূপে খ্যাত, কটকীদেৱৰ একালৰ কৃতীমান ছাত্ৰ ড° ভুবন মোহন দাসে শ্ৰেণী-কোঠাত কটকীৰ দ্বাৰা প্ৰত্নতত্ত্ব বিষয়ক কথা শুনি প্ৰেৰণা পাইছিল। তেখেতে গুৰু বন্দনা কৰি লিখিছে—"স্মৰণীয় কটকীদেৱ মোৰ শিক্ষক আছিল। এতিয়াও প্ৰত্নতত্ত্বৰ কথা ওলালেই মোৰ চকুৰ আগত স্পষ্ট হৈ উঠে পৰিপাটিকৈ শুভ্ৰ বসন পৰিহিত, দেখিলেই ভক্তিত মূৰ দোঁ খাই যাব খোজা শ্ৰদ্ধেয় কটকীদেৱৰ সুন্দৰ স্বাস্থ্যোজ্জ্বল ছবিখনি। তেখেতে শ্ৰেণীত পাঠ দান কৰাৰ মাজতে অলপ সময় পালেই আমাক কৈছিল, "শুনাচোন শুনা। মহেঞ্জদাৰো আৰু হাৰাপ্পাৰ কথা শুনা। তাত যিবোৰ বস্তু আৱিষ্কৃত হৈছে, জানিলে তোমালোক পুলকিত হৈ উঠিবা। ভাৰতৰ পূৰ্ব্বৰ ইতিহাসৰ কথা সুঁৱৰি অনুভৱ কৰিবা।" ড° দাসে আৰু কয়—"সেই বয়সত তেখেতৰ সেইবোৰ কথা ভালদৰে বুজিব পৰা নাছিলোঁ। মাত্ৰ ইয়াকেই জানিছিলোঁ যে সিন্ধু উপত্যকাৰ ক'ৰবাত মাটিত পোত গৈ থকা প্ৰাচীন নাগৰিক সভ্যতাৰ নিদৰ্শন পোৱা গৈছে।"

কটকীদেৱৰ আন এজন গুণমুগ্ধ ব্যক্তি ড° মহেশ্বৰ নেওগৰ উক্তিৰে প্ৰবন্ধৰ সামৰণ কৰিম—"প্ৰত্নতত্ত্ব বুলিলে অসীম উৎফুল্ল হৈ উঠা সৰ্ব্বেশ্বৰ কটকীদেৱৰ কথা মনত পৰিলে আনন্দৰ উদ্ৰেক হয়। আমি যেতিয়া কটন কলেজৰ ছাত্ৰ তেওঁ কটন কলেজিয়েট স্কুলৰ শিক্ষক। আমি কটন কলেজৰ গুৱাহাটী এ-এছ-এল ক্লাবৰ সভা-সমিতি পাতোঁ, তেতিয়া তাত এক প্ৰকাৰ অৱশ্যম্ভাৱিৰূপে কটকীদেৱ উপস্থিত থাকে আৰু নিজৰ মন্তব্য দাঙি ধৰে। সেই সময়ৰ মানবিশিষ্ট আলোচনী-বিলাকত শিলৰ ফলি, তামৰ ফলি আদিৰ পাঠ উদ্ধাৰ কৰি তেওঁ আলোচনা দাঙি ধৰে। সেয়া অতি মূল্যৱান কৰ্ম্ম। নহ'লে হয়তো এইবিলাক অতীতৰ আন্ধাৰৰ বুকুত এনেয়ে জাহ গ'লহেঁতেন।"

১৯৯২ চনৰ জুন মাহত সৰ্ব্বেশ্বৰ কটকীদেৱৰ জন্ম-শতবাৰ্ষিকী গুৱাহাটীত যথোপযুক্ত আয়োজন কৰি পতা হৈছিল। তদুপৰি ১৯৯৬ চনৰ পহিলা এপ্ৰিল তাৰিখে গুৱাহাটীৰ সঙ্গীতাচাৰ্য লক্ষীৰাম বৰুৱা সদনত 'সৰ্ব্বেশ্বৰ কটকী স্মৃতি-ৰক্ষা সমিতি'ৰ উদ্যোগত সৰ্ব্বেশ্বৰ কটকী স্মৃতি-বক্তৃতামালাৰ প্ৰথম লানি বক্তৃতা কাশী বিশ্ববিদ্যালয়ৰ ইতিহাস আৰু পুৰাতত্ত্ব বিভাগৰ অধ্যাপক ড° ঠাকুৰ প্ৰসাদ বৰ্ম্মাই —"A study of the Development of Script in Assam (upto 1200 A.D.) বক্তৃতা প্ৰদান কৰোঁতে ড° ঠাকুৰে তেখেতৰ ছপা ভাষণত সৰ্ব্বেশ্বৰ কটকী সম্পৰ্কে অভিমত এনেদৰে প্ৰকাশ কৰিছে—"Sharma Kataki thus explored, deciphered and translated a good number of epigraphs of the area. He had a good knowledge of Sanskrit, Assamese, Bengali and English. He enriched Assamese literature and language by his contributions in many subjects. He attended several sessions of All India Oriental Conference and presented his papers on numismatics, art, archaeo-

logy, epigraphy and palaeography. His contributions to the script of Assam is well known: Thus it will be a befiting tribute to such a scholar if something is said about the script of Assam."

শেষত ইয়াতে ক'ব খুজিছোঁ প্ৰত্নতত্ত্ব-প্ৰেমত পাগল সৰ্ব্বেশ্বৰ কটকীৰ দৰে লোক অসমত অতি বিৰল। লিপি বা প্ৰত্নতত্ত্ব সম্পৰ্কীয় কোনো প্ৰশিক্ষণ অথবা গৱেষণাভিত্তিক কোনো পূৰ্বজ্ঞান নথকা শৰ্মাকটকীয়ে স্বকীয় পদ্ধতি অনুসৰণ কৰি আৰু অধ্যাবসায়ৰ গুণত অসমীয়া লিপি-গৱেষক আৰু প্ৰত্নতত্ত্ব-গৱেষক হিচাপে অমৰ খ্যাতি ৰাখি থৈ গ'ল।

* * * * *



# যুগ নিৰ্মাতা ডাঃ দীননাথ শৰ্মা

"আৱাহন কেৱল এখন আলোচনী নহয়, এটা যুগ। অসমীয়া সাহিত্যই শ্ৰীবৃদ্ধি আৰু পৰিণতি লাভ কৰাৰ পথত এই আলোচনী-খনৰ অৱদান আছিল অপৰিসীম। আৱাহন যুগৰ কেৱল অসমীয়া নবীন লেখকসকলক উৎসাহ দিয়াৰ ক্ষেত্ৰতে নহয়, অসমীয়া পাঠকক বিশ্বৰ নতুন সাহিত্য, নতুন চিন্তাপ্ৰবাহৰ আৰু বিজ্ঞানৰ অগ্ৰগতিৰ লগত নিয়মিতভাৱে পৰিচয় কৰি দিয়া আলোচনী তেনে দ্বিতীয় এখন নাছিল।"

আৱাহন সম্পৰ্কত এই উচিত মূল্যায়ন কৰি 'প্ৰতিক সাময়িকী'ৰ সম্পাদক ডক্টৰ হীৰেণ গোহাঁই ডাঙৰীয়াই দিয়া মন্তব্যৰ লগতে 'নাগৰিক'ৰ সম্পাদক শ্ৰীহোমেন বৰগোহাঁঞি ডাঙৰীয়াৰ মন্তব্যটোও তুলি দিলে বোধহয়, আৱাহন আৰু আৱাহনৰ সম্পাদক ডাঃ দীননাথ শৰ্মা সম্পৰ্কত উল্লিখিত মন্তব্যটি সম্পূৰ্ণ হ'ব।

নাগৰিক: ৮ জুন ১৯৭৮: "আৱাহন যিসকলে পঢ়িছে বা দেখিছে, তেওঁলোক সকলোৱে স্বীকাৰ কৰিব যে এনে পূৰ্ণাঙ্গ আৰু সৰ্বাঙ্গসুন্দৰ আলোচনী অসমীয়া ভাষাত আগতেও ওলোৱা নাছিল, এতিয়াও ওলোৱা নাই। বিষয়বস্তু, অঙ্গ-সজ্জা, সম্পাদনা সকলো ফালৰপৰাই আৱাহনে সেই সময়ৰ সৰ্বশ্ৰেষ্ঠ ভাৰতীয় আলোচনী-বোৰৰ লগত সমানে ফেৰ মাৰিব পৰা যোগ্যতা অৰ্জন কৰিছিল। তদুপৰি ১৯২৯ চনৰপৰা ১৯৩৯ চনলৈকে এই এটা দশকৰ ভিতৰত আৱাহন হৈ উঠিছিল অসমৰ সকলো প্ৰতিভাশালী কবি, লেখক আৰু ভাবুকৰ মিলন ক্ষেত্ৰ। শতকান্ত দীপ্তিৰে উজ্জ্বল এনে দ্বিতীয় এটা সাহিত্যিক যুগ আধুনিক কালত অসমত সৃষ্টি হোৱা নাই।

এই সকলোবোৰৰ প্ৰধান কৃতিত্ব যিজন লোকৰ প্ৰাপ্য তেওঁ হ'ল আহ্বানৰ সম্পাদক ডাঃ দীননাথ শৰ্মা। আহ্বানৰ লগতে তেওঁৰ নামো সদায় স্মৰণীয় হৈ ৰ'ব।"

সংগ্ৰামী পুৰুষে জীৱনৰ প্ৰতিকূল বায়ুক ভয় নকৰি সাহস আৰু শক্তিৰ দ্বাৰা তাক কৰায়ত্ত কৰি দেশ আৰু দেশবাসীৰ হিত সাধন কৰে। নিজৰ কাৰণে ভবাৰ তেওঁলোকৰ আহৰি নাই, প্ৰতিটো ক্ষণ সমাজৰ দুৰ্বল অঙ্গবোৰ নিৰোগী কৰি কৰ্মঠ কৰাত তেওঁলোকে অহৰহ প্ৰয়াস কৰে। সুখ তেওঁলোকৰ বাবে আকাশ কুসুম, দুখ-দৈন্য চিৰলগৰীয়া। বংশৰ আভিজাত্যক তেওঁলোকে ঘিণ কৰে, নৰৰূপী নাৰায়ণক ধ্যান কৰে, ধনীৰ হাতৰ পুতলা হ'বলৈ তেওঁলোকে নাৰাজ। তথাকথিত উচ্চাভিমানাৰ হাতত প্ৰপীড়িত, বঞ্চিত আৰু লাঞ্ছিতসকলৰ দুখ নিবাৰণৰ কাৰণে সংগ্ৰাম কৰে। তেনে এজন ব্যক্তি আছিল আহ্বানৰ সম্পাদক ডাঃ দীননাথ শৰ্মা।

বজালী অঞ্চলৰ ধৰমতলা বামুণকুছি এখনি সৰু গাঁও। তাতে কবিৰাজ চণ্ডীচৰণ শৰ্মাৰ ঔৰসত আধুনিক অসমীয়া সাহিত্যৰ অন্যতম যুগ নিৰ্মাতা, দীনহীনৰ বন্ধু দীননাথৰ ১৮৯৪ চনত জন্ম হয়। মেধাবী ছাত্ৰ দীননাথে নানা ঘাত-প্ৰতিঘাতৰ মাজেদি পাটাচাৰকুছি বিদ্যালয়ৰপৰা এম. ই., গৌৰীপুৰ হাইস্কুলৰপৰা প্ৰৱেশিকা, কোচবিহাৰ কলেজৰপৰা প্ৰাৰম্ভিক কলেজীয়া শিক্ষা আৰু কলিকতাৰ নেচনেল মেডিকেল কলেজৰপৰা ডাক্তৰী পাছ কৰে। ডাক্তৰী ডিগ্ৰী হ'ল, কিন্তু তাক পেচা হিচাপে নলৈ অসমীয়া জাতিৰ স্বাৰ্থ ৰক্ষাৰ সংগ্ৰামত, দেশ স্বাধীন কৰাৰ কামত, সমাজৰ কুসংস্কাৰ আৰু অন্ধ বিশ্বাসবোৰ মষিমূৰ কৰি লোক উদ্ধাৰৰ সেৱাত, ৰাতিক দিন কৰি গাঁৱে-নগৰে টলৌ টলৌকৈ কৰি ঘূৰি ফুৰিবলৈ ধৰিলে।

'যি মূল্য বাঢ়ে তাৰ দুপাততে চিন' বুলি প্ৰবাদ বাক্য এষাৰ আছে। ছাত্ৰ দীননাথে স্কুলীয়া কালতে গাঁৱত "আঁজলী মিলন সঙ্ঘ" নামে সংগঠন এটি খুলিলে; তাৰ লগতে এটি পুথি ভঁৰালো পতা

হ'ল। সংঘৰ কামবোৰ আছিল বিশেষকৈ গাঁৱৰ বাট পথবোৰ সুগম কৰা, দুখীয়া ল'ৰা-ছোৱালীক পৰ্য্যমানে সহায় কৰি ক'লা আখৰ দূটি শিকোৱা, মহামাৰী আদি হ'লে জাত-পাতৰ বিচাৰ নকৰি ৰোগীক শুশ্ৰূষা কৰা, গাঁৱলীয়া যমসম বেজ-বৈদ্যৰ হাতৰপৰা ৰোগীক মুক্ত কৰা ইত্যাদি। সঙ্ঘৰ আন দুটা বলিষ্ঠ পদক্ষেপ আছিল পুৰুষৰ বহু-বিবাহ বন্ধ কৰা আৰু বিধবা বিবাহ প্ৰচলন কৰা। 'আঁজলী মিলন সঙ্ঘ'ৰ পুজঁলা কৰ্মীবৃন্দৰ কৰ্মদক্ষতা তেতিয়াই প্ৰকাশ পাবলৈ ধৰে। সঙ্ঘৰ গুৰিয়াল আছিল ডাঃ দীমনাথ শৰ্মা।

ছাত্ৰ দীননাথ পাটাচাৰকুছিত পঢ়ি থাকোঁতে 'বীণা' আলোচনীৰ সম্পাদক আছিস। সেই সময়ত 'বাঁহী' আৰু 'আসাম বান্ধব'ৰ মাজত উৰ্জনি-নামনিৰ ভাষা বিভ্ৰাটলৈ হোৱা অপ্ৰীতিকৰ বাক্-বিতণ্ডাবোৰৰ এটি শান্তিপূৰ্ণ পৰিসমাপ্তি ঘটাবলৈ শৰ্মাই চেষ্টাৰ ত্ৰুটি কৰা নাছিল, তাত কিছু পৰিমাণে কৃতকাৰ্য্যও হৈছিল।

গৌৰীপুৰৰ পি. চি. ইন্‌ষ্টিটিউটত পঢ়ি থাকোঁতে 'প্ৰবাসী'ৰ সম্পাদক ৰামানন্দ চট্টোপাধ্যায়ে এবাৰ অসমীয়া ভাষাক তুচ্ছ-তাচ্ছিল্য কৰি লিখাত শৰ্মাৰ গাটো বিছাই ডকা দিলে। চট্টোপাধ্যায়ক সাক্ষাৎ কৰি সময়ত এশিকনি দিব বুলি আলচি থাকিল। এনেতে তেজপুৰত বহা অসম ছাত্ৰ সম্মিলনত পৌৰোহিত্য কৰি চাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ে মুকলি সভাত, তাকো পদ্মনাথ গোহাঁঞি-বৰুৱাৰ সাক্ষাতত অসমীয়া ভাষাৰ প্ৰাচীনত্ব, পৰিধি আৰু গভীৰতাত পঞ্চমুখ হৈ বক্তৃতা এটি দিলে। ছাত্ৰ প্ৰতিনিধি শৰ্মাই ৰায় ডাঙৰীয়াৰ এই দুৰ্জেয় বাণপাতো চট্টোপাধ্যায়ক নিক্ষেপ কৰাৰ কাৰণে যতনাই ৰাখিলে। 'ইচ্ছা থাকিলে বাট ওলায়', মেডিকেল পঢ়াৰ কাৰণে ঘুট্‌মুটীয়া তজ্‌বজীয়া ডেকা দীননাথ কলিকতালৈ গ'ল। প্ৰথম সুযোগতে চট্টোপাধ্যায়ক সাক্ষাৎ কৰি তৰ্কবাণৰ দ্বাৰা ধৰাশায়ী কৰিলে। শেহত যেনিবা শৰ্মাৰ পৰামৰ্শতে 'প্ৰবাসী'ত ড° সূৰ্য্য-

কুমাৰ ভূঞাৰ বুৰঞ্জীমূলক প্ৰবন্ধ এটি প্ৰকাশ কৰি ঘটনাটোৰ সিমানতে অন্ত পেলালে।

কাঁইটেৰে কাঁইট উলিওৱা, সন্ধিৰ বাঁহ বুজিৰে কটাত শৰ্মা সিদ্ধহস্ত আছিল। চট্টোপাধ্যায়ৰ লগত যুদ্ধত জয়ী হ'ল, কিন্তু কিহৰ অভাৱত চট্টোপাধ্যায় এনেদৰে ওভোতগোৰে নাচিবলৈ পালে তাকে আমি ভাবি ডাক্তৰী ডিগ্ৰী একাষৰীয়াকৈ থৈ শৰ্মা আৱাহনৰ প্ৰতিষ্ঠাপক সম্পাদক (১৯২৯) হ'ল। শৰ্মাৰ সজ প্ৰচেষ্টাত ইন্ধন যোগাবলৈ গৌৰীপুৰৰ উদাৰ জমিদাৰ, প্ৰসিদ্ধ চুটিগল্প লেখক, বিখ্যাত যাদু-সম্ৰাট, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আগুৱান হ'ল। শ্ৰীৰাম-সুগ্ৰীৱৰ বন্ধুত্ব ৰাৱণ বধ আৰু সীতা উদ্ধাৰৰ হেতু হোৱাৰ দৰে শৰ্মা-চৌধুৰীৰ বন্ধুত্বও হ'ল অসমীয়া ভাষা সাহিত্যক বঙালীৰ গৰাহৰপৰা উদ্ধাৰ কৰি ৰং-ৰূপ-ৰস গন্ধে পৰিপক্ক কৰাটো।

আধুনিক অসমীয়া সাহিত্যৰ প্ৰতিটো দিশত আৱাহন যুগে অভিলেখ স্থাপন কৰিবলৈ সক্ষম হৈছিল। আৱাহনৰ কেইজনমান বিশিষ্ট লেখক আছিল—লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ, পদ্মনাথ গোহাঁঞি বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, ৰঘুনাথ চৌধাৰী, সূৰ্য্যকুমাৰ ভূঞা, বাণীকান্ত কাকতী, বিৰিঞ্চি কুমাৰ বৰুৱা, মহেশ্বৰ নেওগ, কমলাকান্ত ভট্টাচাৰ্য্য, নীলমণি ফুকন, ত্ৰৈলোক্য নাথ গোস্বামী, দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মা, আনন্দচন্দ্ৰ বৰুৱা, তৰুণৰাম ফুকন, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, যতীন্দ্ৰ নাথ দুৱৰা, বিষ্ণুপ্ৰসাদ ৰাভা, ডিম্বেশ্বৰ নেওগ, অম্বিকাগিৰী ৰায়-চৌধুৰী, চিদানন্দ দাস, নলিনীবালা দেৱী, বিনন্দ চন্দ্ৰ বৰুৱা, কৃষ্ণ ভূঞা, হৰেশ্বৰ গোস্বামী, তৰুণ চন্দ্ৰ পামেগাম, দেৱকান্ত বৰুৱা, গোৱিন্দ চন্দ্ৰ পৈৰা, প্ৰসন্নলাল চৌধুৰী, অতুলচন্দ্ৰ হাজৰিকা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ভবেন্দ্ৰ নাথ শইকীয়া, ৰত্নকান্ত বৰকাকতী, উমেশ চন্দ্ৰ চৌধাৰী, ভবানন্দ দত্ত, অমলেন্দু গুহ, দেৱপ্ৰসাদ বৰুৱা,

জ্ঞাননাথ বৰা, জিতেন্দ্ৰনাথ দাস, হৰিপ্ৰসাদ গোৰ্খাৰায়, আব্দুল মালিক, পদ্মেশ্বৰ গগৈ, সদানন্দ চলিহা, ৰাজমোহন নাথ, বেণুধৰ শৰ্মা, তীৰ্থনাথ শৰ্মা, লক্ষীধৰ শৰ্মা, মহীচন্দ্ৰ বৰা, ৰাধিকা মোহন গোস্বামী, নকুলচন্দ্ৰ ভূঞা, ৰোহিণী কুমাৰ বৰুৱা, হলিৰাম ডেকা, দণ্ডীনাথ কলিতা, দৈবচন্দ্ৰ তালুকদাৰ, মুনীন বৰকটকী, চন্দ্ৰকান্ত বৰকাকতী, কনকচন্দ্ৰ ডেকা, ড° হেমন্ত কুমাৰ শৰ্মা আদি।

অসমীয়া ভাষা সাহিত্যৰ উপৰিও আৱাহনে দুই দশকৰো অধিক কাল অসমীয়া জাতিৰ স্বাৰ্থ পুৰাণাৰ্থে—ব্ৰহ্মপুত্ৰ দলং, অসমত বিশ্ববিদ্যালয় স্থাপন, অসমীয়া লোকৰ নিবনুৱা সমস্যা, বৃটিছৰ ছত্ৰছায়াৰ তলত গঠিত চাৰ ছাদুল্লা মন্ত্ৰী সভাৰ ইস্তফাৰ দাবী আদি এশ একুৰি কথাত অসমৰ হক মাতি আহিছিল। অসমীয়া পাঠকসকলক আন্তৰ্জাতিক সাহিত্য আৰু সমস্যাসমূহৰ লগত অহৰহ পৰিচয় কৰি দিয়াত আৱাহনেই বোধহয় প্ৰথম অসমীয়া আলোচনী। সেয়েহে ডাঃ শৰ্ম্মাক আমি সেই যুগৰ নিৰ্মাতা বুলিও ক'ব পাৰোঁ।

ডাঃ শৰ্মাৰ পত্নী ৰেণু দেৱীৰ ১৯৫০ চনত গুৱাহাটীত মৃত্যু হোৱাৰ পিছত তেখেত ডেউকাভগা পখীৰ দৰে হৈ পৰে। স্বাধীনতাৰ পিছৰপৰা আৱাহনৰ ৰশ্মি লহিয়াবলৈ ধৰে। জীৱনৰ অধিক কাল প্ৰবাসত থাকি ডাঃ শৰ্মাৰ কোনো দিনে নিজৰ চিন্তা কৰা নহ'ল। স্বদেশ-প্ৰেম, মানৱ-সেৱা, সাধুতা আৰু কঠোৰ পৰিশ্ৰমেই যদি শ্ৰেয় লাভৰ পথ হয়, শৰ্মাই গোটেই জীৱনভৰ তাকেই আচৰণ কৰিলে। আদৰ্শনিষ্ঠ লোকে পাৰ্থিৱ জীৱনত বহুতো কষ্ট স্বীকাৰ কৰিবলগীয়া হয়। কমলাকান্ত ভট্টাচাৰ্য্য, কৃষ্ণনাথ শৰ্মা, চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰি ৰায়চৌধুৰী, নবীনচন্দ্ৰ বৰদলৈ, জ্যোতি প্ৰসাদ, বিষ্ণু ৰাভা, ফণী শৰ্মাকে ধৰি বহুতো শিল্পী, সাহিত্যিক, ৰাজনীতিবিদ গায়ক আৰু অভিনেতা আদৰ্শৰ বলি হোৱাৰ দৰে ডাঃ শৰ্ম্মাও আদৰ্শৰ বলি হৈছিল।

ধনৰ ধনী ডাঃ শৰ্মা নাছিল ; হ'বও বিচৰা নাছিল। সৰু সুখী পৰিয়ালটো অলপীয়া উপাৰ্জনেৰে আটোম টোকাৰিকৈ চলি আছিল। আদৰ্শনিষ্ঠ. শৰ্মাৰ বিশাল মনত জাতি-ধৰ্মৰ ক্ষুদ্ৰ চিন্তাই ঠাই নাপাইছিল। তেখেতৰ জ্যেষ্ঠপুত্ৰ, অসমৰ শিল্পী জগতৰ উজ্জ্বল নক্ষত্ৰ শ্ৰীদিলীপ কুমাৰ শৰ্মাই অসমৰ এই যুগৰ শ্ৰেষ্ঠ সুৰশিল্পী ডক্টৰ ভূপেন হাজৰিকাদেৱৰ ভগ্নী, অন্যতম উজ্জ্বল সুগায়িকা শ্ৰীমতী সুদক্ষিণা শৰ্মাক বিয়া কৰায়। দ্বিতীয় পুত্ৰ শ্ৰীদীপক নৱয়েৰ অচ্‌লোত থাকি এখন ইংৰাজী আলোচনী চলায়। ডাঃ শৰ্মাৰ তিনি গৰাকী কন্যা—আৰতি, মিনতি, অৱন্তী। আৰতি সুগায়িকা, সুলেখিকা, বেজবৰুৱাৰ জীৱন-সোঁৱৰণ আত্মজীৱনী তেওঁ বঙলা ভাষালৈ অনুবাদ কৰিছে। বিখ্যাত ঠাকুৰ পৰিয়ালৰ শুভো ঠাকুৰৰ তেওঁ পত্নী। শ্ৰীমিনতী নৰৱেৰ অধ্যাপক মিঃ শ্যামৰ পত্নী আৰু অৱন্তীক অচ্‌লোৰ এড্‌ভোকেট ক্লাটাবোলৈ বিবাহ দিয়া হৈছে। তেওঁ এগৰাকী সুনিপুণ শিল্প সমালোচিকা। দেশ-বিদেশৰ ভালেমান উচ্চ পৰ্য্যায়ৰ আলোচনী বাতৰি কাকতত তেওঁৰ শিল্প সমালোচনাই ঠাই পাই আছিছে।

ডাঃ শৰ্মাৰ সান্নিধ্য লাভ কৰাৰ যিসকলৰ সৌভাগ্য ঘটিছে, তেওঁৰ সেই সঙ্গ সুখৰ কথা কোনো কালে পাহৰিব নোৱাৰে। নিয়মীয়া দেহৰ শৰ্মাই খদ্দৰৰ পেণ্ট-চাৰ্ট আৰু কাপোৰৰ জোতা পিন্ধিছিল। বৃদ্ধাৱস্থাত লাখুটিলৈ ৰাজগড় আলিৰ বাঁও ফালেদি খপ্‌জপ্‌কৈ পুৱা আৰু সন্ধিয়া ভ্ৰমণ কৰিছিল। ডাঃ শৰ্মাই তেনেই লঘু আহাৰ কৰিছিল। 'স্বাস্থ্যই পৰম ধন', 'শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে' ; 'সাধুতা আৰু কঠোৰ পৰিশ্ৰম ঈশ্বৰ প্ৰাপ্তিৰ পথ' ; এইবোৰ নীতিবাক্য ডাঃ শৰ্মাৰ মুখৰপৰা যিদৰে শুগুচিছিল জীৱনত সেইবোৰ আখৰে আখৰে পালনো কৰিছিল।

এইদৰে জীৱনৰ প্ৰতিটো খোজতে স্বদেশ আৰু অসমীয়া ভাষা সাহিত্যৰ কাৰণে জীৱন উচৰ্গা কৰি ১৯৭৮ চনৰ ৪ জুন তাৰিখে

ডাঃ শৰ্মাই গুৱাহাটীৰ জ্যেষ্ঠ পুত্ৰৰ গৃহত নৰতনু সামৰিলে। অসমীয়া জাতি, অসমীয়া ভাষা জীয়াই থাকে মানে আৱাহন যুগৰ কীৰ্ত্তি জীয়াই থাকিব ; লগতে জীয়াই থাকিব সেই যুগৰ স্ৰষ্টা ডাঃ দীননাথ শৰ্মাদেৱ। ডাঃ শৰ্মাক জীৱন শেষ দশাত প্ৰায়েই লগ পাইছিলোঁ। মৰম-স্নেহত আপ্লুত হৈ মাজে সময়ে আমাৰ আবাসত পদধূলি দিছিল। আমিও তেখেতৰ মৰম নেওচিব নোৱাৰি নবীন নগৰৰ তেখেতৰ পুত্ৰ-বোৱাৰীৰ গৃহলৈ গৈছিলোঁ। তেতিয়া আমাক এটি কথাই খুউব আকৰ্ষণ কৰি বিশেষ আনন্দ দিছিল। শ্ৰৱণে অন্ধ বৃদ্ধ পিতৃ-মাতৃক সেৱা-শুশ্ৰূষা কৰাৰ দৰে সুশিক্ষিতা, সুগায়িকা সুদক্ষিণা শৰ্মায়ো অহৰহ শহুৰ দেউতাক সেৱা-শুশ্ৰূষা কৰিছিল যিটো আজিৰ সমাজত শিক্ষিতা বোৱাৰীয়ে কৰা প্ৰায়েই দেখা নাযায়! ঘোৰ বাৰিষা নবীন নগৰৰপৰা এক আঠু, এক ককাল বোকা-পানী ভাঙি পানবজাৰৰ শেখ ব্ৰাদাৰ্ছৰপৰা প্ৰতিদিনে বোৱাৰী সুদক্ষিণাই কগ্ন শহুৰদেউতাকলৈ চাকি মিলৰ আটাৰ ৰুটি অনা প্ৰায়েই দেখিছিলোঁ। কোৱা বাহুল্য আমাৰ জীৱন কালত সৰু-বৰ বহু লোকৰ সান্নিধ্য সুখ লাভ কৰিছোঁ ; কিন্তু ডাঃ দীননাথ শৰ্মাৰ দৰে সৎ, সৰল, সত্যবাদী, অমায়িক লোক আৰু সুদক্ষিণা শৰ্মাৰ দৰে শহুৰ-দেউতাকক সেৱা শুশ্ৰূষা কৰা বোৱাৰী কমেই লগ পাইছোঁ।

■■■■■■■■■■■■■■■

# লোকপ্ৰিয় গোপীনাথ বৰদলৈ

ভাৰত মাতৃৰ অন্যতম সুসন্তান, অসমী আইৰ বৰপুত্ৰ গোপীনাথ বৰদলৈদেৱৰ ১৮৯০ চনৰ ৬ জুন তাৰিখে ইতিহাস প্ৰসিদ্ধ গুৱাহাটীত জন্ম হৈছিল। তেখেতৰ দেউতাক বুদ্ধেশ্বৰ বৰদলৈদেৱ তেতিয়া বৰপেটাৰ চিকিৎসালয়ৰ ডাক্তৰ আছিল। গোপীনাথে সকতে মাতৃক হেৰুৱাই যদিও পিতৃয়ে তেখেতক মাতৃ বিয়োগৰ অভাৱ অনুভৱ কৰিব দিয়া নাছিল।

গোপীনাথ বৰদলৈদেৱৰ মেধা আৰু স্মৰণশক্তি ছাত্ৰাৱস্থাৰপৰাই বৰ প্ৰখৰ আছিল। ১৯০৭ চনত প্ৰথম বিভাগত প্ৰৱেশিকা আৰু ১৯০৯ চনত প্ৰথম বিভাগত আই. এ. পাছ কৰি ১৯১১ চনত কলিকতাৰ স্কটিছ কলেজৰপৰা ইতিহাসত অনাৰ্চ লৈ বি. এ. পাছ কৰে। বি. এ. চতুৰ্থ বাৰ্ষিকত পঢ়ি থাকোঁতে তেখেতৰ পিতৃ বিয়োগ হয় আৰু ১৯১২ চনত জ্যেষ্ঠ ভাতৃৰ মৃত্যু হয়। ১৯১৩ চনত বৰদলৈদেৱে টাইফয়ড্ ৰোগত ভোগে আৰু তাৰ মাজেদি ১৯১৪ চনত ইতিহাসত এম. এ. পৰীক্ষা দি দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে। এম. এ. পঢ়ি থাকোঁতেই আইন শিক্ষাও লাভ কৰে আৰু ১৯১৪ চনত বি. এল. পাছ কৰে।

বৰদলৈ গুৱাহাটীলৈ উভতি আহি চৰকাৰী কটন কলেজত চাকৰি বিচাৰি অকৃতকাৰ্য্য হোৱাত দেশভক্ত তৰুণৰাম ফুকনদেৱৰ অনুৰোধত সোণাৰাম হাইস্কুলত শিক্ষকতা আৰম্ভ কৰে। ১৯১৭ চনত স্বাধীন ব্যৱসায় হিচাপে ওকালতি আৰম্ভ কৰে।

১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত সমগ্ৰ ভাৰত ব্যাপি অসহযোগ আন্দোলন আৰম্ভ হয় আৰু সৰ্বভাৰতীয় নেতাসকলৰ লগতে অসমৰ গান্ধীবাদী নেতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশপ্ৰাণ

চন্দ্ৰনাথ শৰ্মা আৰু দেশপ্ৰেমিক কুলধৰ চলিহাই ওকালতি এৰি কংগ্ৰেছত যোগ দিয়ে। তাৰ অলপ দিন পিছতে দেশভক্ত তৰুণৰাম ফুকন আৰু গোপীনাথ বৰদলৈদেৱেও কংগ্ৰেছত যোগ দি সক্ৰিয় ভূমিকা গ্ৰহণ কৰে। ফুকনদেৱৰ আদৰ্শৰ প্ৰতি বৰদলৈদেৱ সততে শ্ৰদ্ধাৱান আছিল।

১৯১৯ চনৰ ৬ এপ্ৰিলত জেনেৰেল ডায়াৰৰ জালিয়ানাৱালাবাগৰ বৰ্বৰোচিত হত্যাকাণ্ডৰ প্ৰতিবাদত মহাত্মা গান্ধীয়ে আইন অমান্য আন্দোলনৰ আহ্বান দিয়ে। আন্দোলনে ভালেখিনি গা কৰি উঠিছিল মাত্ৰ, এনেতে ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীৰ দিনা যুক্ত প্ৰদেশৰ চৌৰী চৌৰা পুলিচ ষ্টেচনত এদল শোভাযাত্ৰীয়ে জুই দিয়াৰ ফলত কেইজনমান পুলিচ কৰ্মচাৰী মৃত্যু মুখত পৰে। ততালিকে ঘটনাই অন্যৰূপ ধাৰণ কৰিলে। মহাত্মা গান্ধীয়ে মৰ্মান্তিক দুখ পালে আৰু লগে লগে আইন অমান্য আন্দোলন বাতিল কৰিলে। ১৯২২ চনৰ ১৩ মাৰ্চত গান্ধীজীক গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত তেখেতৰ ৬ বছৰ জেল হয়।

চৌৰী চৌৰা ঘটনাৰ পিছত গান্ধীজীয়ে আইন অমান্য আন্দোলন উঠাই লোৱাত এচাম চৰমপন্থী নেতাই বিৰূপ সমালোচনা কৰিছিল যদিও বৰদলৈদেৱে মহাত্মা গান্ধীয়ে হিংসাত্মক কাৰ্যক নিন্দা কৰা আৰু তাৰ পৰিপ্ৰেক্ষিতত আন্দোলন উঠাই লোৱা দুয়োটা কাৰ্যকে সমৰ্থন কৰিছিল। এই সন্দৰ্ভত বৰদলৈদেৱে কৈছিল—"মহাত্মাৰ বিচাৰ সম্পূৰ্ণৰূপে নৈতিকতাৰ ওপৰত নিৰ্ভৰশীল। এই মহৎ সিদ্ধান্তই স্পষ্টকৈ প্ৰমাণ কৰে যে, যেই সেই উপায়েৰে স্বৰাজৰ দৰে অমূল্য বস্তু ল'বলৈকে তেওঁ ৰাজী নাছিল। ব্যক্তিগত হিংসা, ঘৃণা, দ্বেষ আৰু আনুষঙ্গিক মিছা প্ৰতাৰণা বা প্ৰবঞ্চনাৰ দ্বাৰা অৰ্জন কৰা কোনো বস্তুৱেই স্থায়ী হ'ব নোৱাৰে—এইটো তেওঁৰ ধ্ৰুব বিশ্বাস আছিল। সেই কাৰণে পৰম কাম্য স্বৰাজকো তেওঁ অসৎ উপায়েৰে লাভ কৰিবলৈ ৰাজী নহয়। "তোমালোকে ভাবি চোৱা

যে, এনে বিচাৰ আৰু সিদ্ধান্ত কেৱল জগতৰ মহাপুৰুষসকলৰ ক্ষেত্ৰতহে দেখা যায়।"

অসহযোগ আন্দোলনৰ সময়ত দেশভক্ত, কৰ্মবীৰ আৰু বিষ্ণুৰাম মেধি ডাঙৰীয়াক গ্ৰেপ্তাৰ কৰি নিয়াৰ পিছত বৰদলৈদেৱে দক্ষিণ পাৰৰ গাঁওবিলাকত সংগঠনৰ কাম কৰি গাৰো পাহাৰৰ ডামৰা পৰ্যন্ত ঘূৰি ফুৰিছিল।

১৯২১ চনৰ আহমদাবাদ কংগ্ৰেছলৈ বৰদলৈদেৱে গৈ তাত খাদীৰ বহুল প্ৰচলন দেখি আহি অসমৰ গাঁওবিলাকলৈ গৈ খেতিয়কসকলক খাদ্য সামগ্ৰী আৰু কপাহ উৎপন্ন কৰি স্বাৱলম্বী হ'বলৈ উপদেশ দিছিল। আনকি অশেষ কৰ্মব্যস্ততাৰ মাজত নিজেও প্ৰতিদিনে সূতা কাটিছিল আৰু ঘৰৰ প্ৰতিজনকে এই কামত নিয়মিতভাৱে ব্যস্ত ৰাখিছিল। কাপোৰত কিদৰে নানা ধৰণৰ ৰং দি গ্ৰাহকৰ মন আকৰ্ষণ কৰিব পাৰি এই কৌশলো বৰদলৈদেৱে শিকিছিল।

১৯২৬ চনত দেশভক্ত, কৰ্মবীৰ, বৰদলৈ, মহেন্দ্ৰমোহন চৌধুৰী, অমিয় কুমাৰ দাস, চন্দ্ৰনাথ শৰ্মা, বিজয় চন্দ্ৰ ভাগৱতী প্ৰমুখ্যে গান্ধীবাদী কংগ্ৰেছ নেতাসকলৰ অহোপুৰুষাৰ্থৰ ফলত পাণ্ডু কংগ্ৰেছ ধুমধামেৰে সমাধা হয়। পাণ্ডু কংগ্ৰেছৰ দেনাত ফুকন আৰু কৰ্মবীৰ চকু গৈ পোত গৈছিল যদিও এই পাণ্ডু কংগ্ৰেছে অসমক ভাৰতবাসীৰ আগত পোন প্ৰথমবাৰৰ বাবে দাঙি ধৰিছিল। অসমৰ প্ৰকৃত সমস্যা কিছুমান সৰ্বভাৰতীয় নেতাসকলে বুজিবলৈ সমৰ্থ হৈছিল। উল্লেখযোগ্য যে বৰদলৈ ডাঙৰীয়াই আহমদাবাদ কংগ্ৰেছৰ তোৰণ, সভামণ্ডপ আদি শুক্ল-শুদ্ধ খাদী কাপোৰেৰে নিৰ্মাণ কৰা যি আদৰ্শ দেখি আহিছিল—পাণ্ডু কংগ্ৰেছত তাক আংশিকভাৱে হ'লেও কৃষ্ণনাথ শৰ্মাৰ উদ্যোগত ফলৱতী কৰিছিল।

অসহযোগ আন্দোলনৰ কাৰ্য্য-সূচী সফল কৰি তুলিবলৈ মহাত্মা গান্ধী অসমলৈ আহি গুৱাহাটীত তৰুণৰাম ফুকনৰ ঘৰত আলহী আছিল। গান্ধীজীৰ লগত মৌলানা মহম্মদ আলি, যমুনালাল

বজাজ, কাণপুৰৰ মৌলানা আজাদ চোহানীও আছিছিল। তৰুণৰাম ফুকনৰ হাউলিত অনুষ্ঠিত বিদেশী বস্ত্ৰৰ পৰ্বতাকাৰ দমত মহাত্মা গান্ধীয়ে জুই দিছিল আৰু সেই জুই ক্ৰমেও পাঁচদিন পৰ্যন্ত জ্বলিছিল। অসহযোগ আন্দোলনত দেশভক্ত আৰু কৰ্মবীৰৰ লগত বৰদলৈদেৱেও বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল আৰু আন আন মুখ্য নেতাসকলৰ লগতে বৰদলৈ দেৱকো হেণ্ডকাফ্ লগাই মোটা ৰচিৰে আটাইকে সাঙুৰি গুৱাহাটীৰপৰা তেজপুৰলৈ চালান দিছিল।

বৰদলৈদেৱ অসীম সহিষ্ণু আৰু অতি দূৰদৰ্শী লোক আছিল। শাহুল্লা মন্ত্ৰীসভাৰ সৈতে বিৰোধ থকা সত্বেও দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত মহত্বৰ আৰু নিৰ্ভীকতাৰ পৰিচয় দি শাহুল্লাৰ লগত আলাপ-আলোচনাত বহিছিল আৰু শাহুল্লাৰ কুটনীতিৰ মেৰপাকৰপৰা অসম আৰু অসমত যুগ যুগ ধৰি বাস কৰা হিন্দু, মুচলমান, খ্ৰীষ্টান, অনুসূচীত আৰু পৰ্বত-ভৈয়ামৰ লোকসকলৰ মাজত সংহতি আৰু সম্প্ৰীতি অটুট ৰাখিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল।

সেইটো নকৰা হ'লে অসম হয়তো আজি ভাৰতবৰ্ষৰ মানচিত্ৰৰ-পৰা নিশ্চিহ্ন হ'লহেঁতেন আৰু অসমীয়া জাতি বা ভাষা বুলি বস্তু এটা নাথাকিলহেঁতেন। অসমৰ এই দাৰুণ সঙ্কটৰ সময়ত মহাত্মা গান্ধীৰ বাহিৰে প্ৰায়বোৰ ভাৰতীয় নেতা অসমক ভাৰতৰপৰা বিচ্ছিন্ন কৰাত একমত হৈছিল। গোপীনাথ বৰদলৈৰ নিচিনা অসীম ব্যক্তিত্বশালী আৰু প্ৰতিভাৱান লোক থকাত অসম সেইবাৰলৈ ৰক্ষা পৰিল। বৰদলৈদেৱে মহেন্দ্ৰমোহন চৌধুৰী আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীৰ জৰিয়তে মহাত্মা গান্ধীলৈ সন্দেশ পঠাই অসমৰ সঙ্কটৰ কথা জনালে। বৰদলৈদেৱৰ অনুৰোধ ৰক্ষা কৰি মহাত্মাজীয়ে মৃতসঞ্জীৱনী সুধা ঢালি অসমীয়া জাতিক প্ৰাণে বচাইছিল।

বৰদলৈৰ অকাল মৃত্যু নোহোৱা হ'লে অসমৰ বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ, তিনিজনা মহাপুৰুষৰ মহাপ্ৰয়াণৰ পুণ্যভূমি কোচবিহাৰ জলপাইগুৰি অঞ্চলটোক সেই অঞ্চলৰ জনতাৰ আকুল কণ্ঠক ৰোধ

কৰি আন ৰাজ্যৰ লগত জাপি দিব নোৱাৰিলেহেঁতেন। সিও এক বিৰাট ৰাজনৈতিক কৌশলেই আছিল।

নিষ্ঠুৰ কালে বৰদলৈদেৱক পিছে পিছে খেদি লৈ ফুৰিছিল। ৰাজনীতিৰ লগতে অসমৰ কলা-সংস্কৃতিৰ প্ৰতিও বৰদলৈদেৱৰ বিশেষ শ্ৰদ্ধা আৰু অনুৰাগ আছিল। ১৯৫০ চনটো অসমৰ বাবে অমঙ্গলীয়া আছিল। বৰদলৈ ঢুকুৱাৰ পাছত সেই বছৰতে প্ৰবল ভূমিকম্প আৰু বানপানী হৈ অসমৰ ৰাইজৰ দুখ-দুৰ্গতিৰ সীমা নাইকিয়া কৰিছিল। তেতিয়াৰ অসমৰ ৰাজধানী চিলঙত বৰদলৈৰ মৃত্যুৰ দুদিন মান আগতে বিনামেঘে বজ্ৰপাত হৈছিল। সেই বছৰৰে ৩ আগষ্টৰ. ৰাতি প্ৰয়াত মহাত্মা গান্ধীৰ আত্মাই সপোন দেখুৱাই বৰদলৈদেৱক আহ্বান জনাইছিল। ৫ আগষ্টৰ দিনা দিন দুপৰতে বৰদলৈদেৱৰ গুৱাহাটীৰ শিলপুখুৰীৰ বাসভৱনৰ শোৱা কোঠালিত ক'লা ফেঁটীসাপ এটি বৰদলৈদেৱৰ পালেঙত শুই আছিল। সেই একে দিনাই সন্ধ্যা গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত অনুষ্ঠিত হ'বলগীয়া 'প্ৰতিবাদনাটক' চাবৰ কাৰণে আমন্ত্ৰিত হৈ আবেলি গুৱাহাটীলৈ চিলঙৰপৰা যাত্ৰা কৰিছিল। বাটৰ কেঁকুৰি এটাত বৰদলৈ আৰু তেখেতৰ পৰিয়ালৰ জীৱন বচাবলৈ যাওঁতে অতি মৰম লগা ক'লা কুকুৰ এটাই বৰদলৈৰ গাড়ীৰ চকাৰ তলত প্ৰাণ দিছিল। এই ঘটনাই বৰদলৈক বৰকৈ মৰ্মাহত কৰি তুলিছিল। ৰাতি দহমান বজাত থিয়েটাৰ চাই ঘৰ পাই তেখেতে হঠাৎ বুকুত এটি অসহনীয় বিষ অনুভৱ কৰিলে। লগে লগে লোকবন্ধু .বৰদলৈদেৱৰ পৰম বন্ধু, হিয়াৰ এফাল ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাদেৱক খবৰ দিয়া হ'ল। খবৰ পায়েই ডাক্তৰ বৰুৱাই "মোৰ জীউটো গ'লনেকি" বুলি চিৎকাৰ কৰি উঠিল। হায়! বীৰ প্ৰসৱিনী অসম মাতৃৰ নয়নৰ মণি, আঁচলৰ ধন, দেহৰ জীউলাও লোকপ্ৰিয় গোপীনাথ বৰদলৈ 'পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে' বুলি মৌন প্ৰাৰ্থনা কৰি অনন্ত ধামলৈ গতি কৰিলে।

বৰদলৈদেৱৰ মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে হাজাৰ-বিজাৰ শোকাকুল জনতাৰে ঘৰ ভৰি পৰিল। উত্তৰ-পূৱ ভাৰতৰ বহুতো সৰ্বভাৰতীয় নেতা শোকাভিভূত হৈ তেখেতৰ অন্ত্যেষ্টিক্ৰিয়াত যোগ দিছিল। তেখেতৰ বিয়োগত শোক প্ৰকাশ কৰি চৰ্দাৰ পেটেলে লিখিছিল—"আধুনিক অসমৰ নিৰ্মাতা, শ্বেৰ-ই-আসাম গোপীনাথ বৰদলৈৰ মৃত্যুত ভাৰতে এজন অগ্ৰগণ্য দেশপ্ৰেমিক হেৰুৱালে।"

শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীদেৱ বৰদলৈদেৱৰ এজন পৰম বন্ধু আছিল। তেখেতে লিখিছে—"লোকপ্ৰিয় বৰদলৈ গান্ধী যুগৰ এজন শ্ৰেষ্ঠ প্ৰতিনিধি। গান্ধীবাদৰ আদৰ্শৰ প্ৰেৰণাই তেখেতক এক বিশেষ ব্যক্তিৰ অধিকাৰী কৰিছিল। তেখেতৰ এই ব্যক্তিত্বই সকলোকে আকৰ্ষণ আৰু প্ৰভাৱান্বিত কৰিছিল। কোনো সন্দেহ নাই যে তেখেতৰ জীৱন দৃষ্টান্তই সদায় নতুন প্ৰেৰণাৰ সৃষ্টি কৰিব--সৰ্বসাধাৰণৰ কল্যাণকামী এখন নতুন সমাজ ৰচনাৰ কামত।"

শ্ৰীগৌৰীশঙ্কৰ ভট্টাচাৰ্য্যই লিখিছে—"ভাৰতীয় মহাজাতিক সমাজৰ ভিতৰত অসমৰ স্বকীয়া ৰাজনৈতিক সত্তা প্ৰতিপন্ন কৰা, মহাত্মা গান্ধী তথা সৰ্বভাৰতীয় নেতৃত্বক সেই বিষয়ে উপলব্ধি কৰোৱা আৰু ভাৰতৰ সমগ্ৰ উত্তৰ-পূৱ অঞ্চলৰ ঐক্য, সংহতি আৰু সমন্বয়ৰ ভেটি স্থাপনৰ ঐতিহাসিক ভূমিকা লোৱা বিষয়ত লোকপ্ৰিয় বৰদলৈৰ স্থান অদ্বিতীয়।"

অসমৰ অন্যতম কৃতী ৰাজনীতিবিদ আৰু মুখ্যমন্ত্ৰী তথা পঞ্জাৱৰ ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰীদেৱে লিখিছে—"পৰ্বত-ভৈয়ামৰ মাজত তেখেত এগছি মিলা-প্ৰীতিৰ সূত্ৰ আছিল।" বৰদলৈদেৱৰ মৃত্যুত এনে মহান কাৰ্যৰ বাবে কৃতজ্ঞতা জনাই এ. জেদ. ফিজোৱে লিখিছিল—"বৰদলৈদেৱ ওৰে জীৱন নগাসকলৰ বন্ধু আছিল আৰু তেখেতৰ এই বন্ধুত্বক তেওঁলোকে অতি মৰমেৰে আঁকোৱালি লৈছিল। তেখেতৰ বিয়োগত আজি নগাসকল কঙাল হৈ পৰিছে।"

বৰদলৈদেৱৰ অন্যতম পৰম অনুগামী, বিশিষ্ট সাংবাদিক তথা সাহিত্যিক শ্ৰীসতীশ চন্দ্ৰ কাকতীদেৱে বৰদলৈ ডাঙৰীয়াই অসমৰ পৰ্বত-ভৈয়ামৰ মাজত সম্প্ৰীতি-সমন্বয় গঢ়াৰ উৎস গান্ধীবাদৰ আদৰ্শৰপৰা পোৱা বুলি উল্লেখ কৰিছে—"পৰ্বত-ভৈয়ামৰ অসমীয়া বাইজৰপৰা লোকপ্ৰিয় বৰদলৈয়ে যি অকৃত্ৰিম শ্ৰদ্ধা লাভ কৰিছিল, তাৰ প্ৰধান কাৰণ আছিল গান্ধীজীৰ প্ৰতি থকা বৰদলৈৰ পৰম শ্ৰদ্ধা আৰু গান্ধীবাদৰ ওপৰত অটল বিশ্বাস।"

বৰদলৈদেৱ এজন বিচক্ষণ ৰাজনীতিবিদ হোৱাৰ উপৰিও এজন সুপিতৃ, সুবক্তা, সুসাহিত্যিক, সুঅভিনেতা, প্ৰবীণ খেলুৱৈ, পাকৈত চিকাৰী, সুগায়ক, সুবেহেলাবাদক আৰু সমাজ সংস্কাৰক আছিল। নিজৰ নটা ল'ৰা-ছোৱালীক প্ৰকৃত মানুহ কৰা, দেশৰ প্ৰতিজন শিশুকে নিজৰ বুলি আঁকোৱালি লোৱা, বাল্যবিবাহ বন্ধ কৰা, কানি বৰ বিহৰপৰা দেশক ৰক্ষা কৰা, অসমক ভাৰতৰ বুকুত সৰ্ব-ভাৰতীয় স্বীকৃতি দিয়া আদি প্ৰতিটো দিশত বৰদলৈদেৱে নিষ্ঠাৰে লাগিছিল।

কাৰাগাৰত থকা সময়ত বৰদলৈদেৱে ভালেমান মূল্যৱান গ্ৰন্থ পঢ়িছিল আৰু তাৰ পৰিণতি স্বৰূপে তেখেতৰ কাপৰপৰা (১) শ্ৰীৰামচন্দ্ৰ (২) বুদ্ধদেৱ (৩) যীশুখ্ৰীষ্ট (৪) হজৰত মহম্মদ (৫) মহাত্মা গান্ধী কেইবাখনো মূল্যৱান গ্ৰন্থ আৰু বহুতো চিন্তা-মূলক ৰচনা ওলায়। শিক্ষা, সাহিত্য-সংস্কৃতিৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা অতুলনীয় আছিল। সেয়ে ১৯৩৭ চনত পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱৰ পৌৰোহিত্যত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ আদৰণি সমিতিৰ তেখেত সভাপতি আছিল। মুখ্যমন্ত্ৰীৰ গধুৰ দায়িত্বত থাকিও শিক্ষা দপ্তৰ নিজৰ হাতত ৰাখিছিল।

বৰদলৈদেৱৰ প্ৰকৃতি প্ৰেম মন কৰিবলগীয়া। অৱসৰ বিনোদনৰ সময়ত কেতিয়াবা অকলে, কেতিয়াবা পৰিয়ালবৰ্গৰ লগত আৰু কেতিয়াবা দেশভক্ত ফুকন, শ্ৰীসতীশ চন্দ্ৰ কাকতী প্ৰমুখ্যে বন্ধু

সহকৰ্মীসকলৰ লগত বালিভাত, বনভোজ খাবলৈ নাইবা চিকাৰ কৰিবলৈ গৈছিল। এবাৰ বন্দুকটো হাতত লৈ বোন্দাৰ হাবিত চিকাৰ কৰিবলৈ সোমাল। বৰ্তমানৰ তেল শোধনাগাৰৰ থলীয়ে একালৰ বোন্দাপাহাৰ, ধাননি পথাৰ। তাতে বিহগী কবি ৰঘুনাথ চৌধাৰীৰ পামঘৰ আৰু 'কেতেকী'ৰ জন্ম। চিকাৰৰ অন্তত বৰদলৈ আহি চৌধাৰীৰ পামঘৰত সোমাল। কবি চৌধাৰী ঘৰত নথকাত চোতালতে বেঞ্চ এখনত বহিল আৰু বহু পৰলৈ চৌধাৰীৰ ফুলকবি, বন্ধাকবি, সৰিয়হ, মটৰমাহ আদিৰ মোহনীশক্তিত তন্ময় হ'ল। চকা পাতত বহাত বৰদলৈ ঘৰলৈ আহিল আৰু পিছদিনা কবি চৌধাৰীলৈ অপূৰ্ব চিঠি এখনি লিখিলে—

"প্ৰিয় চৌধাৰী! আগতে মই ভাবিছিলোঁ আপুনি কবিতা লিখে। কালি আবেলি আপোনাৰ পামলৈ গৈ বুজিলোঁ আপুনি অকল কবিতাকে নিলিখে, কবিতাৰ সৃষ্টিও কৰে। শাৰীয়ে ৬/৭ হাজাৰ বন্ধা কবি, ফুল কবিৰ সৌন্দৰ্য, পূবে-পশ্চিমে হালধীয়া, ৰঙা, নীলা ফুলেৰে সুশোভিত চামে চামে মটৰমাহ, বতাহত ঢৌ খেলি থকা সৰিহ ফুলৰ অনুপম ৰূপৰাশি মই বিমোহিত হৈ উপভোগ কৰিলোঁ। ক্ষন্তেকৰ বাবে পাহৰি গৈছিলোঁ, মই ক'ত আছোঁ— ইন্দ্ৰৰ নন্দন কাননত নে মৰ্ত্যৰ কোনো দেৱাংগ ফুলনিত।"

বৰদলৈদেৱ পৰম ধাৰ্মিক লোক আছিল। ঈশ্বৰত সম্পূৰ্ণ বিশ্বাস ৰাখি সকলো কাম কৰিছিল। বৰগীত, ৰবীন্দ্ৰ সংগীত চৰ্চা কৰিছিল আৰু গীতা, কীৰ্তন, নামঘোষা অধ্যয়ন কৰিছিল। এদিনো শুইন নোযোৱাকৈ নিজৰ ল'ৰা-ছোৱালীহঁতে যাতে প্ৰাৰ্থনা কৰে তাৰ প্ৰতি লক্ষ্য ৰাখিছিল। আনকি কাৰাগাৰত থাকিও ল'ৰা-ছোৱালীহঁতলৈ প্ৰাৰ্থনা সন্ধ্যা গায়ত্ৰীৰ কথা সোঁৱৰাই দি আছিল। তেখেতে প্ৰতিজন ল'ৰা-ছোৱালী স্বাৱলম্বী হোৱাটো বিচাৰিছিল। জেলৰপৰা মাজু জীয়াৰী শ্ৰীমতী হেমলতা চাংকাকতীলৈ লিখিছিল—"তুমি অকণমান ছোৱালীজনীয়ে ইমান বন্ধা কাম কেনেকৈ কৰিব পাৰিছা? ঘৰত

ৰান্ধনি দিব নোৱৰা কাৰণে মোক বেয়া নাপাবা। সাধাৰণ মানুহে এইদৰে নিজৰখিনি নিজে ৰান্ধি-বাঢ়ি খায়। লগত তোমাৰ কামো শিকা হৈছে—গাত শক্তি হ'ব। সেইবুলি পঢ়িবলৈ নেৰিবা।" লগতে নিজৰ ল'ৰা-ছোৱালীহঁতক খেতি কৰা, খৰি কটা, মিস্ত্ৰী কাম, বন্ধা-বঢ়া, বোৱা-কটা আদি কাম নিজে কৰিবলৈ উপদেশ দিছিল।

বৰদলৈদেৱে ল'ৰা-ছোৱালীহঁতক অনাসক্ত হ'বলৈ প্ৰায়ে উপদেশ দিছিল। আৰু অনাশক্তৰ শ্লোকবোৰ ব্যাখ্যা কৰি বুজাই দিছিল। মুখ্যমন্ত্ৰী হোৱা বা ৰাজনৈতিক ক্ষমতাৰ অধিকাৰী হোৱা তেখেতৰ লালসা কোনো দিন নাছিল। এবাৰ জেলৰপৰা লিখা চিঠিত এনেদৰে ব্যক্ত কৰিছে—"ইয়াত বহি ভৱিষ্যত জীৱনৰ নানা কথা পাতিছোঁ। কিন্তু সকলো পৰমেশ্বৰৰ ওপৰত। পাৰিলে মই পুনৰাই ওকালতি কৰিম আৰু ৰাজনীতি ক্ষেত্ৰলৈ উভতি যাবৰ মন নাই। গাঁৱলীয়া জীৱনৰ বাহিৰে আমাৰ চলা টান হ'ব বুলি ভাবিছোঁ। তোমালোক তালৈ সাজু হ'ব পাৰিবানে?"

এঠাইত ব্ৰহ্মচৰ্য্য ব্ৰতৰ উল্লেখ কৰি সহধৰ্মিণীৰ প্ৰতি এনেদৰে পৰামৰ্শ আগ বঢ়াইছে—"সহধৰ্মিণী হে তোমাৰ পৱিত্ৰতাই উভয়কে ধৰ্মপথত আগ বাঢ়িবলৈ শক্তিবন্ত কৰিবলৈ পৰমেশ্বৰক প্ৰাণেৰে সৈতে খাটাং সতীৰ প্ৰাৰ্থনা পৰমেশ্বৰে নুশুনি নোৱাৰে।"

তাকৰীয়া সীমিত দৰমহাৰে লানি নিছিগা আলহী-অতিথিক শুশ্ৰূষা কৰা আৰু ডাঙৰ পৰিয়ালটোক ভৰণ-পোষণ দিয়াত বৰদলৈদেৱে বৰ টান পাইছিল। সেয়ে সহধৰ্মিণী আৰু ল'ৰা-ছোৱালীহঁতক অনাড়ম্বৰভাৱে জীৱন যাপন কৰাৰ উপদেশ দিছিল। ল'ৰা-ছোৱালীহঁতক নিজৰ পিন্ধা-উৰা কাপোৰ-কানি সূতা কাটি তাঁত বৈ ল'বলৈ অভ্যাস কৰাইছিল। মুখ্যমন্ত্ৰীৰ মটৰ গাড়ীখন কেতিয়াও পৰিয়ালৰ আমোদ-প্ৰমোদৰ কাৰণে ব্যৱহাৰ কৰা নহৈছিল। চিলঙত এদিন দবাপিটা বৰষুণ বতৰত ল'ৰা-ছোৱালীহঁতক স্কুলত থৈ আহিবলৈ গাড়ীখনৰ বাবে অনুৰোধ কৰাত তেখেতে খঙেৰে

কৈছিল—“কলিকতাৰপৰা আনি দিয়া পানীকোট আৰু ছাতি লৈ স্কুললৈ যাবলৈ দিয়া।”

বিশ্বাস কৰিবলৈ টান যেন লাগিলেও মুখ্যমন্ত্ৰীৰ বাহিৰত বহা কোঠালিটোৰ বাহিৰে বাসভৱনৰ আন কোনো কোঠালিতে হেনো কাৰপেট, সাজ-সজ্জা বা ভাল পৰ্দা আদি নাছিল। আনকি এবাৰ তেখেতৰ অসুখৰ সময়ত সাধাৰণ পাউৰুটি এটা যোগাৰ কৰিব নোৱাৰাত বিনা পথ্যেৰে নিশাটো কটাবলগীয়া হৈছিল। ধৰ্মবিষয়ত সংকীৰ্ণতা বৰ্জন কৰি উদাৰ হোৱাটো তেখেতে বিচাৰিছিল আৰু নিজেও সেই আদৰ্শ মানি চলিছিল। তেখেতৰ লিখাত পোৱা যায়—“বহু সময়ত মানুহৰ সংকীৰ্ণতাৰ কাৰণে, বিশেষকৈ আমাৰ জ্ঞানৰ অসম্পূৰ্ণতাৰ কাৰণে আমি যি সমাজত বাস কৰোঁ, যিভাবে পূজা সংকাৰ কৰোঁ তাকে আদৰ্শ বুলি ধৰি লৈ আনৰ নিয়ম-নীতি বা ধৰ্ম-বিশ্বাস তাচ্ছিল্য কৰিবলৈ শিকোঁ। এই সংকীৰ্ণতাৰ বশৱৰ্তী হৈ কিছুমান লোকে মহাপুৰুষসকলক নিজৰ জ্ঞানৰ তুলাচনীৰে ইজনৰ লগত সিজনক তুলনা কৰি সমাজত কাজিয়াৰ সৃষ্টি কৰে। মোৰ মনেৰে প্ৰকৃত বিজ্ঞ লোকসকল বিশেষকৈ বিজ্ঞ হিন্দুসকলে সংকীৰ্ণ মনৰ হ'ব নোৱাৰে। আনকি কোনো প্ৰকৃত ধাৰ্মিক বা বুজ থকা মানুহেই তেনে সংকীৰ্ণতাক প্ৰশ্ৰয় দিব নোৱাৰে।”



# ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা

"ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাদেৱলৈ মনত পৰিলে এখনি হাস্যময় মুখ আৰু এক সবল সুঠাম শৰীৰৰ এজন মানুহৰ লগৰ মানুহৰ ছবি যেন চকুৰ আগত ভাহি উঠে। তেওঁৰ নিজৰ দেহৰ আৰু মনৰ সুস্বাস্থ্য আনকো বিলাই দিব পাৰিছিল বাবেই তেওঁ সাধাৰণ বৰ-সৰু তৰপৰ ডাক্তৰৰ লগৰ ডাক্তৰ নাছিল। এজন অসাধাৰণ চিকিৎসক আছিল। অনেক সময়ত তেওঁৰ দুআষাৰ কথাই চিকিৎসাৰ কাম কৰিছিল। তেওঁৰ মুকলি-হাকলি মনৰ ভিতৰত যেই কোনো লোকেই সহজে প্ৰৱেশ কৰিব পাৰিছিল—যেন মুক্ত এখন তোৰণহে। লগ পোৱাৰ লগে লগেই যেনেকি দূৰৰ মানুহ হওক ওচৰ হৈ পৰিছিল। এই দূৰকে নিকট আৰু পৰকে ভাই কৰিব পৰা মানুহজনেই ভুৱনেশ্বৰ বৰুৱা ডাক্তৰ।"

ডক্টৰ মহেশ্বৰ নেওগে লোকবন্ধু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাৰ সম্পৰ্কত কৰা ওপৰৰ মন্তব্যটোত ডাক্তৰ বৰুৱাৰ দুখন ছবি—ভিতৰৰ আৰু বাহিৰৰ সুস্পষ্টভাৱে দেখিবলৈ পোৱা যায়। কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতে গাটো বেয়া বেয়া লাগি থকা নেওগে উজান বজাৰৰ লুইতৰ পাৰৰ ৰাজবাৰীৰ ৰোগী চোৱা ঘৰৰ চোতালত শাৰীপাতি থিয় হৈ ডাক্তৰ বৰুৱাক সাক্ষাৎ কৰিছিল। ডাক্তৰ বৰুৱাই খৰ্ খৰ্‌কৈ ৰোগী চাইছিল। দৰ্শন, স্পৰ্শন আৰু এটা বা দুটা প্ৰশ্ন কৰিয়েই ৰোগীৰ বেমাৰৰ নিৰাকৰণ কৰিব পাৰিছিল। ৰোগীৰ ভিৰ ইমান বেছি আছিল যে সাধাৰণ ৰোগীক শাৰী পাতি থিয় কৰাই একালৰপৰা পৰীক্ষা কৰি দিব লগাক লগে লগে প্ৰেচ্‌ক্ৰিপচন দিছিল আৰু দিবৰ প্ৰয়োজন নোহোৱাক উৎসাহ-উপদেশ দি পঠাই দিছিল।

চোতালত শাৰীত থিয় হৈ থকা ৰোগীসকলক এজন এজনকৈ চাই আহি নেওগৰ ওচৰ পায়েই পৰিচয় সোধাৰ লগে লগে বাহুত ধৰি শাৰীৰপৰা টানি আনি এখন হাতেৰে মূৰটো খন্তেক পৰ ধৰি থাকিল, তাৰ পিছত ক'লে—"চব ঠিক হৈ যাব, ভালকৈ খাবা, ভালকৈ খেল-ধেমালি কৰিবা, ভালকৈ পঢ়িবা। প্ৰেচ্‌ক্ৰিপচন এখন পোৱাৰ আশাত বৈ থকা নেওগক এইবাৰ "এক চহমনি আৰু এক প্ৰকাৰৰ ছুটা বাঘচকা" দি ক'লে—"তোমাৰ একো হোৱা নাই, যোৱা, নৈৰ পাৰত ফুৰি ফুৰি হোষ্টেললৈ যোৱাগৈ। চহমনি আৰু বাঘচকা খাই নেওগৰ কিবা কিবা লগা বেমাৰটো ভাল হ'ল।

অসমৰ এই যুগৰ সৰ্বশ্ৰেষ্ঠ এইজন ধনন্তৰীজনৰ ১৮৭৩ চনৰ ভাদ মাহৰ ১৮ তাৰিখে ডিব্ৰুগড়ৰ খলিহামাৰীত জন্ম হৈছিল। তেখেতৰ পিতৃ প্ৰখ্যাত মজিন্দাৰ বৰুৱাৰ বংশোদ্ভৱ জীৱেশ্বৰ বৰুৱা আৰু মাতৃ গিৰিজা বৰুৱা। জীৱেশ্বৰ বৰুৱাৰ তেৰটা ল'ৰা-ছোৱালীৰ ভিতৰত ভুৱনেশ্বৰ বৰুৱা ষষ্ঠ সন্তান আছিল। এই সুবৃহৎ পৰিয়ালটোৰ ভৰণ-পোষণৰ ভাৰ জীৱেশ্বৰ বৰুৱাই অকলে লোৱাটো টান হৈ পৰিছিল। সেই কাৰণে ভুৱনেশ্বৰ বৰুৱাই দেউতাকৰ লগতে পৰিয়ালটোৰ বহুতো দায়িত্ব বহন কৰিবলগীয়া হৈছিল।

ভুৱনেশ্বৰ বৰুৱাক দহ-বাৰ বছৰ বয়সলৈকে স্কুলত দিয়া হোৱা নাছিল। শেষত মোমায়েক ফণীধৰ চলিহাই ভুৱনেশ্বৰক 'ঘৰবুঢ়া' কৰি ৰখাটো ভাল নেপাই পঢ়া-শুনাৰ ব্যৱস্থা কৰিবলৈ বাৰে বাৰে কোৱাত স্কুললৈ পঠিওৱাৰ দিহা কৰা হ'ল। প্ৰথমে গুৱাহাটীত থকা মাজু ভিনিহিয়েক ডাক্তৰ ৰবি নাৰায়ণ বৰাৰ ঘৰত থাকি কিছুদিন পঢ়া-শুনা কৰিলে। তাৰ পিছত ডিব্ৰুগড়লৈ পঠোৱা হ'ল। আৰু তাত কুঞ্জলাল বৰুৱাৰ যত্নত পঢ়িবলৈ ল'লে। কিয় জানো ভুৱনেশ্বৰৰ সৰুৰেপৰা ডাক্তৰ হোৱাৰ এটি প্ৰবল হাবিয়াস আছিল। ইচ্ছা থাকিলে বাটে পোৱালি মেলাৰ দৰে লিখা-পঢ়াত কিছু আগ-বঢ়াৰ লগে লগে বৰুৱাই সেইপিনে মন পোনাবলৈ ধৰিলে। কিন্তু

সংস্কৃতত দুৰ্বল হোৱা কাৰণে প্ৰৱেশিকাত দ্বিতীয় বিভাগ পালে। ১৯১৪ চনত আই. এছ-চি.ও দ্বিতীয় বিভাগত পাছ কৰি ঘৰখন পৰিচালনা কৰাৰ কাৰণে অৰ্থৰ অভাৱ হোৱাত সহকাৰী স্কুল পৰি-দৰ্শকৰ চাকৰিত সোমাল। নিষ্ঠা আৰু সততাৰে কাম কৰি অতি কম দিনৰ ভিতৰতে সকলোৰে শ্ৰদ্ধাভাজন হৈ উঠিল। কিন্তু ভুবনেশ্বৰ বৰুৱাৰ ডাক্তৰী পঢ়াৰ আশা তেতিয়া তীব্ৰ হৈয়েই আছিল। কিন্তু মাজিউ ককায়েক লক্ষেশ্বৰ বৰুৱাৰ ( অসম বিধান সভাৰ ভূতপূৰ্ব অধ্যক্ষ ) আইন পঢ়া তেতিয়াও শেষ নোহোৱাত নিশ্চয় ইচ্ছাক দমাই ৰাখিছিল।

বৰুৱা তুৰাত সহকাৰী পৰিদৰ্শক হৈ থাকোঁতে শিক্ষাধিকাৰ মিঃ স্মল তুৰালৈ গৈ বৰুৱাৰ কামত অত্যন্ত সন্তুষ্ট হৈ তেখেতক আ. ই.লৈ প্ৰমোচন দিবলৈ খোজাত বৰুৱাই বিনম্ৰভাৱে ক'লে যে তেওঁ যদি সঁচাকৈয়ে তেওঁৰ কামত সন্তুষ্ট হৈছে তেন্তে তেওঁক প্ৰমোচন নিদি জলপানী এটা দি ডাক্তৰী পঢ়াবলৈ পঠালে পৰম সুখী হ'ব। মিঃ স্মলে অনুৰোধ ৰাখি বৰুৱাক মেডিকেল পঢ়াৰ ব্যৱস্থা কৰি দিয়াত কলিকতা মেডিকেল কলেজৰপৰা ডাক্তৰী পাছ কৰি ডিব্ৰুগড়লৈ আহি অসহযোগ আন্দোলনৰ কামত লাগি গ'ল। উল্লেখযোগ্য যে সময়ত তেখেতে চিকিৎসা বিদ্যাত ইমান প্ৰসিদ্ধি লাভ কৰিলে যে তেখেতৰ দৰে সৰ্বগুণৰ দ্বিতীয় ডাক্তৰ এজন অসম ভূমিত আজিলৈকে নোপজিল। তেখেত ডাঃ বিধান চন্দ্ৰ ৰায়ৰ কৃতিমান ছাত্ৰ আছিল। সেই সময়ত অসমৰপৰা কোনো বেমাৰী ডাঃ বিধান চন্দ্ৰ ৰায়ৰ ওচৰলৈ গ'লে তেখেতৰ প্ৰথম প্ৰশ্নটোৱেই আছিল—"তোমালোকে ভুবনেশ্বৰ বৰুৱাক দেখুৱাই আনিছা নে নাই? তেওঁ পঠিয়ালেহে মোৰ ওচৰলৈ আহিবা।" কাজেই চিকিৎসা বিদ্যাত ডাঃ বৰুৱাৰ কিমান জ্ঞান আৰু অভিজ্ঞতা আছিল ইয়াতে বুজিব পাৰি। উজনিৰ চাবুৱা অঞ্চলত চৰকাৰী কামত থকা সময়ত ডাক্তৰ বৰুৱাই বালগঙ্গাধৰ তিলকৰ স্বৰাজ ন্যাস পুঁজিলৈ ধন সংগ্ৰহ কৰি থকা কথা

গম পাই তেওঁক তুৰন্তে বৰপেটালৈ এছিষ্টেণ্ট চাৰ্জন হিচাপে পঠিয়ালে। তাতো গৈ ডাক্তৰ বৰুৱা দেশ স্বাধীন কৰা কামত পুৰাদমে আত্মনিয়োগ কৰিলে। চৰকাৰী কাম কৰিলেও চাকৰি যোৱাৰ ভয়ত ডাক্তৰ বৰুৱাই কাহানিও কাৰো ওচৰত মূৰ দোঁৱোৱা নাছিল। তেখেতৰ এনে ধৰণৰ সাহপিত দেখি উচ্চ পদস্থ চৰকাৰী বিষয়াও জোকাবলৈ সাহস নকৰিছিল।

ডাক্তৰ বৰুৱা মঙ্গলদৈত চৰকাৰী কাম কৰি থাকোঁতে তেখেতে ৰাজনৈতিক বন্দীসকলক বিশেষ অনুগ্ৰহ দেখুৱাইছে বুলি তেখেতৰ ওপৰত এটা অভিযোগ অনাত তেতিয়াই চৰকাৰী কাম ইস্তফা দি গুৱাহাটীলৈ আহি “শঙ্কৰদেৱ ফাৰ্মাচী” খুলিলে। ফাৰ্মাচীখনৰ নামটো সম্পৰ্কত ক'ব পাৰি যে মহাপুৰুষজনাৰ তেখেত একান্ত ভক্ত আছিল। ওবে জীৱনত তেখেতে মহাপুৰুষীয়া নীতি-ধৰ্ম আচৰণ কৰিছিল আৰু পুৱা-গধূলি বৰগীত-প্ৰাৰ্থনা গীত অতি সুললিত সুৰত গাইছিল আৰু ল'ৰা-ছোৱালীহঁতকো সেইবোৰ যথাযথভাৱে অনুশীলন কৰাৰ প্ৰেৰণা যোগাইছিল। বৰপেটাত থাকোঁতে ডাক্তৰ বৰুৱাক লোকে ‘শঙ্কৰদেৱ’ বুলিহে মাতিছিল। মহাপুৰুষজনাৰ দৰে সৰ্বগুণাকৰ হ'ব নোৱাৰিলেও সিন্ধুত বিন্দু হৈ ভাহি যোৱাৰ চেষ্টাৰ ক্ৰুটি কৰা নাছিল। সেয়েহে মহাপুৰুষৰ আদৰ্শত আপ্লুত হৈ দৰিদ্ৰনাৰায়ণৰ সেৱাত ‘শঙ্কৰদেৱ ফাৰ্মাচী'ৰ দুৱাৰ মুকলি কৰিছিল য'ত ‘কুকুৰ চণ্ডাল গৰ্দ্দভৰ আত্মা ৰাম' হৈ ভগৱানৰ অপাৰ মহিমা প্ৰচাৰ কৰিছিল। সেয়ে দৰিদ্ৰ, নিষ্পেষিত, নিৰাশ্ৰয়জনৰ কাৰণে ডাক্তৰ বৰুৱা মানুহ নাছিল, নৰৰূপী নাৰায়ণ আছিল। তেখেত এজন ব্যক্তিয়েই নাছিল, এটা বিৰাট অনুষ্ঠানো আছিল। তেখেতৰ মানৱসেৱাৰ সঁচা সঁচা কাহিনীবোৰ আজিৰ যুগৰ তথাকথিত নতুন পুৰুষ নামান্তৰে প্ৰগতিবাদীসকলে জানিলে সাঁথৰ অথবা কিম্বদন্তীৰ সাধু বুলি ক'ব। কিয়নো তেওঁলোক আদৰ্শৰ বলি হ'ব নোৱাৰে বা হ'বলৈ সামান্যতম চেষ্টাও নকৰে; আনহাতে, আদৰ্শক বলি দি নিজৰ, আত্মীয়জনৰ

স্বাৰ্থ সিদ্ধি কৰে। ডাক্তৰ বৰুৱাৰ জীৱনৰ অলেখ ভেজৰণ্ডা সঁচা কাহিনীৰ দুটি-এটি আজিৰ চামৰ নতুন পুৰুষৰ কাৰণে তুলি দিয়াৰ লোভ সাম্ৰাৰিব নোৱাৰিলোঁ।

মঙ্গলদৈত ডাক্তৰী কৰি থাকোঁতে প্ৰায় বাৰবছৰীয়া মান ল'ৰা এটাক গোনাম'হে শিঙেৰে খুঁচি নাড়ীভুঁড়ি সোপাকে উলিয়াই বোকা পানীত 'দধি মন্থন' কৰিলে। পিছদিনা গৰুগাড়ীৰে কলধপ্ কলধপ্ কৰি থকা জীৱটি ডাক্তৰ বৰুৱাৰ বঙলাৰ সম্মুখ পোৱালেহি। ল'ৰাটো যে মৰাৰপৰা পুনৰ জী উঠিব কোনেও ভবা নাছিল। কিন্তু ভগৱানৰ কৃপাত পুনৰ জীৱন পালে। দুমাহ নেৰানেপেৰা চেষ্টা কৰি ল'ৰাটোৰ প্ৰাণ ৰক্ষা কৰিলে। নাৰ্চ নথকাত ধোৱা-পখলা সকলো কাম নিজহাতে কৰিলে। অস্ত্ৰোপচাৰৰ সময়ত ডাক্তৰ বৰুৱাৰ পৰম বন্ধু মানৱ দৰদী অমিয় কুমাৰ দাসে টিপ্‌চাকি জ্বলাই পোহৰ ধৰিলে।

১৯২৭ চনৰ জুন মাহৰ এটি শুভদিনত অমৃতযোগত শ্ৰীযুতা ইন্দুপ্ৰভা বৰুৱাৰ লগত ডাক্তৰ বৰুৱাৰ বিয়া হয়। বিয়াৰ দিনটোতো ৰোগীৰ পিছে পিছে ঘূৰি ফুৰোঁতে আহৰি নাই। দৰা ওলোৱাৰ সময়ত লৰালৰিকৈ আহি উপস্থিত হ'ল আৰু ৰোগী চাই অহা লেতেৰা ধুতি-পাঞ্জাবীৰে আপোন ভোলা শিৱশঙ্কৰৰ দৰে দৰা সাজি যাবলৈ ওলাল। অমিয় কুমাৰ দাসে দৰাৰ বেহ-ৰূপ দেখি নিজৰ পাঞ্জাবী চোলা এটা পিন্ধিবলৈ দিলে। বিয়া শেষ হোৱাত ন কইনাক পিছত পঠাবলৈ অনুৰোধ কৰি টান্ অৱস্থাত এৰি যোৱা ৰোগীজনৰ খবৰ ল'বলৈ কোবাকোবিকৈ আহিল। বেমাৰীৰ লগত দৌৰাদৌৰিকৈ ঘূৰি ফুৰিবলগীয়া হোৱাত খোবাখুবুনীৰ দিনো দুদিন পিছুৱাই দিয়া হ'ল। খোবাখুবুনীৰ দিনাত খবৰ আহিল কুৰুৱাত হেনো কলেৰা লাগি বহুত মানুহ মৰিল। বন্ধুবৰ দাসক লগত লৈ গ'ল। তাতো ধুমুহাত ব্ৰহ্মপুত্ৰত নাওখন বুৰি মৰোঁজীওঁ অৱস্থা হ'ল। ভিজা গাৰে দুই বন্ধু কুৰুৱা পাই ৰোগীলকলৰ সেৱা-শুশ্ৰূষাত

ব্যস্ত হৈ পৰিল। বুঢ়ী বিধবা এজনীয়ে একমাত্র পুতেকক যমৰ হাতৰপৰা উদ্ধাৰ কৰাৰ কাৰণে কৃতজ্ঞতাত গদ্‌গদ হৈ কাণৰ থুৰীয়া-যোৰ শৰাই এখনত থৈ আগবঢ়ালে। অনাথৰ নাথ লোকবন্ধুৱে থুৰীয়াযোৰ ওভতাই দিয়াৰ লগতে বেমাৰীৰ পথ্যাদি কিনাৰ কাৰণে জেপৰপৰা কেইটামান টকাও দি আহিল। শেষ নিশা বেমাৰী চাই আহি ঘৰ পালে আৰু ঘৰৰ এটা প্রাণীকো নজগাই বাহিৰৰ বেমাৰী বহা বেঞ্চখনতে শুই থাকিল। এইজনেই আছিল করুণাসিন্ধু স্বার্থ-ত্যাগী দীনদৰিদ্রৰ সাক্ষাৎ ঈশ্বৰ ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা। ডাক্তৰ বৰুৱাৰ অপাৰ ব্যক্তি মহিমা। তেখেতৰ মৰমৰ উম আৰু সান্নিধ্যৰ সুখ পোৱাসকলে তেখেতক কোনোকালে পাহৰিব নোৱাৰে। আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ কাৰণে ডাক্তৰ বৰুৱা আল্লাদ্দিনৰ যাদুবন্তি" হৈ ৰ'ব।

সংসাৰ ক্ষেত্রত ডাক্তৰ বৰুৱা আদর্শ স্বামী, আদর্শ পিতৃ আৰু আদর্শ ওচৰচুবুৰীয়া আছিল। নিজৰ ছোৱালীৰ দৰে ওচৰচুবুৰীয়াৰ ল'ৰা-ছোৱালীকো মৰম কৰিছিল, মাঘ বিহুৰ উৰুকাৰ ভোজ, বনভোজ আদিৰ সময়ত ওচৰচুবুৰীয়াৰ ল'ৰা-ছোৱালীৰ সৈতে আয়োজন কৰি ৰন্ধা-বঢ়াৰেপৰা সকলো কৰি আনন্দ পাইছিল। ভূতপূর্ব এম. পি. শ্রীযুতা পুষ্পলতা দাসে ডাক্তৰ বৰুৱাৰ ঘৰুৱা জীৱনত এভুমুকি মাৰি লিখিছে—"ডাক্তৰ বৰুৱাই সঙ্গীবিহীন হৈ এখন্তকো থাকিবলৈ ভাল নেপাইছিল। লগৰীয়াসকল নহা যেন দেখিলে অসুখো বেছি হোৱা যেন পাইছিল। তেখেতে আজৰি সময়খিনি ল'ৰা-ছোৱালী পৰিয়ালৰ সকলোৰে লগত খেল-ধেমালি আদি কৰিবলৈ বৰ ভাল পাইছিল। গধূলি বেলিকা প্রায়ে আন কাম নেথাকিলে লুডু, কেৰোম, লেক্সিকন আদি ল'ৰা-ছোৱালীৰ লগত খেলি কটাইছিল। কেতিয়াবা কোনো নাথাকিলে অকলে বহি 'পেছেন্স' (Patience) বোলা খেলটো খেলিয়েই সময় কটাইছিল। ল'ৰা-ছোৱালীবিলাক ঘৰত থকা সময়ছোখৰত তেওঁবিলাকৰ লগত

খেলি, নহ'লে তেওঁবিলাকক গান গাবলৈ আৰু নাচিবলৈ দি আনন্দ পাইছিল। কেতিয়াবা আকৌ ৰান্ধনি ঘৰত সোমাই ভাতকে ৰান্ধিবলৈ ওলাইছিল। ৰন্ধা-বঢ়া বিষয়তো তেখেতে পৈণত আছিল। ল'ৰা-ছোৱালীবিলাকক ৰন্ধা-বঢ়াৰ কামত উদ্‌গনি দিবলৈ তেওঁ-বিলাকে ৰন্ধা বস্তুবিলাক প্ৰথমতে সিমান সোৱাদ নহ'লেও তেখেতে সদায়েই "১০০ৰ ভিতৰত ১০০ নম্বৰ পাইছাইক বুলি উৎসাহ দিছিল।"

ডাক্তৰ বৰুৱাৰ নাচ-গান, থিয়েটাৰ, চিনেমা, চাৰ্কাচ, বায়স্কোপ আদি চোৱাত নিচা আছিল। ভাল চিনেমা আহিলে সময় সুবিধা বুজি দলে-বলে গৈ উপভোগ কৰিছিল। ল'ৰা-ছোৱালীহঁতক আবেলিৰ 'প্ৰোগ্ৰেম' বনোৱাত তেওঁলোকৰ মাজত প্ৰতিযোগিতা আনি দিছিল। ৰোগী চোৱা ঘৰৰপৰা আহিয়েই কোনে কি প্ৰোগ্ৰেম কৰিছিল ধেমালিৰ চলেৰে তেওঁলোকৰ বিচাৰ-বুদ্ধিৰ পৰীক্ষা কৰি কেতিয়াবা বৰশী বোৱা, কেতিয়াবা দূৰলৈ চাহ-জলপান খাবলৈ যোৱা, কেতিয়াবা ভাল চিনেমা চোৱা প্ৰোগ্ৰেমত ডাক্তৰ বৰুৱাই যোগ দিছিল। ডাক্তৰ বৰুৱা কেৱল শৰীৰৰে ডাক্তৰ নাছিল, এজন শিশু মনস্তাত্ত্বিকো আছিল। সেয়ে শিশুৰ মন যাতে সদায় প্ৰফুল্লিত হৈ থাকে তাৰ বাবে নিজেতো চেষ্টা কৰিছিলেই আনকো তেনে কৰিবলৈ পৰামৰ্শ দিছিল।

ডাক্তৰ বৰুৱাৰ অন্তৰ যে শিশুৰ দৰে কোমল আৰু সৰল আছিল তাৰ বহুতো উদাহৰণ পোৱা যায়। এবাৰ সৰস্বতী পূজাৰ সময়ত নাতিনীয়েক এজনী অকলশৰীয়া হৈ আমন-জিমনকৈ থকা দেখি সিদিনা ৰোগী চোৱা ঘৰলৈ নগৈ নাতিনীয়েকক আনন্দ দিয়াৰ কাৰণে ঘৰতে খৰ্-খৰকৈ সৰস্বতী পূজাৰ যা-যোগাৰ কৰিলে। নাতিনী ছোৱালীৰ লগত বুঢ়া ককাদেউতাও সৰল শিশুটি হৈ ঘৰ মুচি, মাহ-প্ৰসাদ ধুই শৰাই নৈবেদ্য সাজি অকণমানী ছোৱালীজনীক অপাৰ আনন্দ দিলে। সংসাৰ ধৰ্মৰ জালৰপৰা লক্ষ্য কৰিলে

কথাটো নিচেই সৰু যেন লাগিলেও অন্তৰ দৃষ্টিৰে চালে ইয়াৰ প্ৰমূল্য অসাধাৰণ।

ধৰ্মীয় জীৱনত ডাক্তৰ বৰুৱা গোড়া নাছিল যদিও নিজৰ হাউলিতে মহাপুৰুষীয়া ধৰ্মৰ আৰ্হিত গোসাঁইঘৰ স্থাপন কৰি নিত্যনৈমিত্তিকভাৱে নাম-প্ৰসঙ্গ, গোসাঁই-সেৱা আদি কৰিছিল। পুৱাৰ গোসাঁই-সেৱা নকৰাকৈ চাহ্-জলপান আদি একোকে নেখাইছিল। নতুন আলহী আদি আহিলে ঘৰৰ ইটো কোঠালি, সিটো কোঠালি দেখুৱাই গোসাঁই ঘৰটোৰ ফালে হাতযোৰ কৰি দেখুৱাইছিল "এইটোৱেই মোৰ আশ্ৰয়ৰ স্থল।"

ডাক্তৰ বৰুৱাৰ গান্ধীবাদত অসীম বিশ্বাস আৰু দৃঢ় আস্থা আছিল। মহাত্মা গান্ধীৰ পৰিকল্পিত ৰামৰাজ্য এখন স্থাপন কৰা আদৰ্শই ডাক্তৰ বৰুৱাক গভীৰভাৱে আকৰ্ষণ কৰিছিল। মহাত্মা গান্ধীৰ প্ৰত্তিটো কথা আৰু প্ৰতিটো কামেই ডাক্তৰ বৰুৱাৰ মানত বেদবাক্য স্বৰূপ আছিল। পুৱা আৰু গধূলি যঁতৰত সূঁতা কটাটো ডাক্তৰ বৰুৱাৰ শ্বাস-প্ৰশ্বাসৰ দৰে আছিল। নিজৰ লগতে পত্নী, ল'ৰা-ছোৱালী, ঘৰ-ঘৰুৱা সকলোৱে অনিবাৰ্য্যভাৱে সূতা কাটিব লাগিছিল; চাফাই কামকে ধৰি ঘৰৰ সকলো কাম কৰিব লাগিছিল।

ডাক্তৰ বৰুৱাৰ খং নামৰ বেমাৰটো আগতে আছিল। কিন্তু গান্ধী-বাদত সম্পূৰ্ণ আস্থা ৰাখি সূঁতা কাটিবলৈ ধৰাত খংটো লাহে লাহে টুটি গৈ শেষত একেবাৰে নাইকিয়া হ'ল। ডাক্তৰ বৰুৱাই সূঁতা কাটে, আহোম যুগৰ নাৰীসকলে ৰাতিটোৰ ভিতৰতে কঁপাহ নেওঠি, সূতা কাটি, কাপোৰ বুই গিৰীয়েকক দিয়া ৰক্ষা কৱচ পিন্ধি যুঁজলৈ পঠোৱা আৰ্হিৰে ডাক্তৰ বৰুৱাই পত্নী ইন্দ্ৰপ্ৰভা বৰুৱাই কাটিবুই দিয়া খদ্দৰৰ কাপোৰ পিন্ধি স্বাধীনতা যুঁজত অকুণ্ঠ চিত্তে জঁপিয়াই পৰিছিল। ডাক্তৰ বৰুৱাৰ নীতিধৰ্ম আছিল—"মই অক্ষম হৈ, পঙ্গু হৈ আনৰ অনুগ্ৰহৰ পাত্ৰ হৈ আৰু ভীৰুৰ দৰে মৰিম

বুলি ভয় কৰি বাচি থাকিবলৈ নোখোজো। কামৰ মাজতে মোক যেন মৰণে সামৰি লয়, এই মোৰ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা।”

ডাক্তৰ বৰুৱাৰ সমাজ জীৱন আৰু ঘৰুৱা জীৱন একেটা মুদ্ৰাৰে দুপিঠিৰ দৰে আছিল। ঘৰৰ শিশু আৰু দেশৰ শিশুৰ মাজত ডাক্তৰ বৰুৱা আৰু তেখেতৰ সুযোগ্যা পত্নীয়ে কোনো প্ৰভেদ ৰখা নাছিল। সেয়ে দুয়ো “গজালি সমিতি” নামেৰে এটি শিশু অনুষ্ঠানৰ গঢ় দি শিশুসকলৰ শাৰীৰিক আৰু মানসিক উৎকৰ্ষতা সাধন কৰাৰ কাৰণে চেষ্টা চলাই আহিছিল। ৰুচো, মেৰীয়া মণ্টেচৰী, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু ঋষি অৰবিন্দৰ শিক্ষা পৰিক্ৰমাৰ দ্বাৰা অনুপ্ৰাণিত হৈ এই শিশু সদনটি খুলি শিশুমনৰ স্বাধীন চিন্তাক স্বাধীনভাৱে পৰিণত ৰূপ দিয়াৰ প্ৰয়াসেৰে বৰুৱা দম্পতিয়ে কাম কৰি গৈছিল। এই অনুষ্ঠানটোৰ জৰিয়তে কণ কণ ল’ৰা-ছোৱালীহঁতক খেল-ধেমালিৰ ছলেৰে সুঁতাকটা, চাফাই কাম কৰা, ৰন্ধা-বঢ়া আদি জাগতিক জীৱনত প্ৰয়োজন হোৱা সকলো কামৰে আভাস দিছিল।

খোৱা খাদ্যৰ ক্ষেত্ৰত ডাক্তৰ বৰুৱাই জিভাৰ সোৱাদতকৈ স্বাস্থ্যৰ উপকাৰিতাৰ প্ৰতিহে জোৰ দিছিল। প্ৰয়োজনতকৈ বেছিকৈ মা-মচলা আদিৰে ৰন্ধা বস্তুক তেখেতে “অবৈজ্ঞানিক বা অসভ্য জগতৰ দস্তুৰ” বুলি মন্তব্য কৰিছিল। কেঁচা শাক-পাচলিৰ উপকাৰিতা সম্পৰ্কে প্ৰায়েই কৈছিল আৰু নিজে শাকনিবাৰী পাতি পুৱা-গধূলি আজৰি সময়ত হাতে-কামে লাগি গৈছিল। আনকি নিজৰ ল’ৰা-ছোৱালী, ঘৰৰ কাম-বন কৰা ল’ৰা-ছোৱালীৰ মাজতো প্ৰতিযোগিতাৰ ভাব সুমাই দি কোনে কিমান ভাল শাক-পাচলি কৰিব পাৰে তাৰ বাবে পুৰস্কাৰ ঘোষণা কৰিছিল আৰু দিছিল।

চৰকাৰৰপৰা বৃত্তি লৈ ডাক্তৰী পাছ কৰা কাৰণে প্ৰতিশ্ৰুতি বদ্ধ হৈ ডাক্তৰ বৰুৱা ডিব্ৰুগড়, মঙ্গলদৈ, বৰপেটা আদিত কিছুদিন

চাকৰি কৰিবলগীয়া হৈছিল। প্ৰকৃততে তেখেতৰ দুই ভৰি দুই নাওঁত আছিল। একালে প্ৰতিশ্ৰুতিবদ্ধ আনফালে মুক্তিযুদ্ধ। তাৰ মাজেদি অসহযোগ আন্দোলনত জঁপিয়াই পৰি নানা লটি-ঘটি খাবলগীয়া হৈছিল। শাস্তি হিচাপে অ'ৰপৰা ত'লৈ সঘনে বদলি কৰিছিল আৰু ভৱিষ্যতলৈ চৰকাৰ বিৰোধী কোনো কামত লিপ্ত নহ'বলৈ তেখেতক সাৱধান কৰি দিছিল।

শেষত অতিষ্ঠ হৈ চাকৰি এৰি দি দিনক ৰাতি, ৰাতক দিন কৰি সমাজসেৱা আৰু দেশ স্বাধীন কৰাৰ কামত উঠি পৰি লাগিছিল। সেই অপৰাধত কেবাবাৰো কাৰাবৰণ কৰিবলগীয়া হৈছিল। এবাৰ শিলচৰ জেলতো আছিল। কিন্তু ডাক্তৰ বৰুৱা কোনো জেলতে বেছিদিন থাকিবলগীয়া নহৈছিল। ৰাইজৰ দাবীত বাৰে বাৰে তেখেতক মুক্তি দিবলগীয়া হৈছিল। এইদৰে জেল, ৰোগী চোৱা, ঘৰ আৰু সভা-সমিতিৰ মাজত ডাঃ বৰুৱাই তাঁত বাটি কাঢ়ি থাকিছিল। উল্লেখযোগ্য যে জেলত থাকিলেও জেল-বন্দীসকলৰ অসুখ-বিসুখ হ'লে ডাক্তৰ বৰুৱা বাহিৰত থকাৰ দৰে সমানে ব্যস্ত হৈ পৰিছিল।

পিকেটিং, সত্যগ্ৰহ, ধৰ্মঘট আদিৰ সময়ত ডাঃ বৰুৱা আৰু ডাক্তৰ হৰিকৃষ্ণ দাস অতিশয় ব্যস্ত হৈ পৰিছিল। কাৰণ পুলিচৰ লাঠি, সঙ্গীন আৰু বুটজোতাৰ প্ৰহাৰত ক্ষত-বিক্ষত লোকসকলক প্ৰাথমিক চিকিৎসা কৰাৰেপৰা ৰাতি পৰ দিয়া পৰ্য্যন্ত সকলো কাম কৰিব লাগিছিল।

১৯২১ চনৰ পিছতে ১৯২৮ আৰু ১৯৩০ চন দুটা ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত বিশেষ স্মৰণীয়। ১৯২৮ চনৰ 'চাইমন কমিচন'ৰ প্ৰস্তাৱৰ প্ৰতিবাদত আৰু ১৯৩০ চনত 'লোণ আইন' আৰু 'কানিংহাম চাৰ্কুলাৰ'ৰ প্ৰতিবাদত সমগ্ৰ দেশব্যাপি আন্দোলন হৈছিল। শ শ নিৰ্বাহ লোক পুলিচৰ গুলীত, লাঠীৰ কোবত প্ৰাণ হেৰুৱাব লগাত পৰিছিল। চাইমন কমিচনৰ প্ৰতিবাদত শোভা-

যাত্ৰা কৰোঁতে লালা লাজপত ৰায়ৰ নিচিনা সৰ্বভাৰতীয় নেতাক লাঠীৰে টঙনিয়াই হত্যা কৰিছিল আৰু পণ্ডিত জৱাহৰলাল নেহৰুকো লাঠীৰে কোবাই বগৰাই দিছিল।

কানিংহাম চাৰ্কুলাৰৰ ঘোৰ প্ৰতিবাদ কৰি অসমতো সত্যাগ্ৰহ, হৰতাল, শোভাযাত্ৰা আদি হৈছিল। সেই সময়ত কিছুমান জাতীয়তাবাদী স্কুল পতা হৈছিল। তেজপুৰত তেজপুৰ একাডেমী আৰু গুৱাহাটীত কামৰূপ একাডেমীৰ জন্ম হয়। কামৰূপ একাডেমীৰ জন্ম লগ্নৰেপৰা ভৰ যৌৱনকাল পোৱা সময়লৈকে গোপীনাথ বৰদলৈ, ডাক্তৰ বৰুৱা, গৌৰীকান্ত তালুকদাৰ, দেবেন্দ্ৰ নাথ শৰ্মা, শ্ৰীঈশ্বৰ প্ৰসাদ চৌধুৰী, গোলাপ চন্দ্ৰ চৌধুৰী আৰু শ্ৰীসতীশ চন্দ্ৰ কাকতি প্ৰমুখ্যে লোকসকলে অশেষ আহোপুৰুষাৰ্থ কৰিছিল।

১৯৩১ চনত গান্ধী আৰউইন চুক্তি মৰ্মে আন্দোলন স্থগিত ৰখা হ'ল। ১৯৩০ চনৰ আন্দোলনৰ পৰিপ্ৰেক্ষিতত মতিলাল নেহৰুৰ লগত আলোচনা কৰিবলৈ ডাক্তৰ বৰুৱা, ত্যাগবীৰ হেম বৰুৱা আৰু যাদৱ প্ৰসাদ চলিহা কলিকতালৈ গৈছিল। প্ৰসঙ্গক্ৰমে মতিলাল নেহৰুৱে "হেজাৰৰ ওপৰ সেৱকে কাৰাগাৰ বৰণ কৰা সত্বেও ফুকন আন্দোলনৰপৰা আঁতৰি থকাত অসন্তোষ প্ৰকাশ কৰিলে।"

১৯৪৭ চনৰ ১৪ আগষ্টৰ ৰাতি ১২-০০ বজাৰ পিছত ( ১৫ আগষ্ট পৰাৰ লগে লগে ) ভাৰতবৰ্ষ স্বাধীন হ'ল। সেই শুভ মুহুৰ্ত্তটোত ভাৰতে নতুন জন্ম লভিলে। ভাৰতৰ শেষ ভাইচৰয় লৰ্ড মাউণ্ট বেটেনে স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ হাতত ভাৰতবৰ্ষৰ শাসনভাৰ অৰ্পণ কৰি শপত গ্ৰহণ কৰালে।

১৯৪৭ চনৰ ১৪ আগষ্টৰ ৰাতিটো ভাৰতীয় জনগণৰ কাৰণে সঁচাকৈয়ে কল্পনাতীত আনন্দ মুখৰ ৰাতি আছিল। সেইদিনা ৰাতি সমগ্ৰ ভাৰত জাগি আছিল। স্বাধীনতাক ভালপোৱাসকলে

মুক্তিৰ আনন্দত আৰু ইংৰাজৰ গোলাম হৈ থাকিবলৈ অহৰহ চেষ্টা চলাই থকাসকলে ক্ষমতাচ্যুত হোৱাৰ দুখত শুদ্ধ পৰা নাছিল। ৰাতি ১২ বজাৰ শুভলগ্নৰ সময়টোলৈ সকলোৰে অতি উদ্বিগ্ন-চিত্তে অপেক্ষা কৰি আছিল। বাৰ বজাৰ লগে লগে সমগ্ৰ দেশত মঙ্গল উৰুলিৰ ধ্বনি, ঢবা-বৰকাঁহৰ শব্দ, শঙ্খ, বিকুলৰ সম্মোহনী সুৰ, বন্দুক-বৰতোপৰ মেদিনী কঁপাই তোলা আৰু আকাশ নিনাদিত কৰা গুৰুম গুৰুম শব্দ, ত্ৰিৰঙ্গ পতাকাৰ শূন্যমাৰ্গলৈ গতি, ৰাষ্ট্ৰীয় সঙ্গীতৰ হৃদয়তন্ত্ৰী স্পৰ্শ কৰা সুমধুৰ ঝঙ্কাৰ ধ্বনীয়ে কল্পনাৰ সৰগ ৰচনা কৰিছিল।

ডাক্তৰ বৰুৱাৰ সিদিনা আনন্দই হিয়া নধৰা হৈছিল। অসমক প্ৰগতিৰ পথত কিদৰে আগবঢ়াই নিব পাৰে দেখাৰ চিন্তাই মনত ঠাই পাইছিল। অসমত হাইকোৰ্ট, বিশ্ববিদ্যালয়, মেডিকেল কলেজ, আয়ুৰ্ব্বেদ কলেজ কেতিয়া ক'ত পতা হ'ব, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং কেতিয়া হ'ব? ভাগৱত ভক্তিৰ মূল বস্তু 'ঘনীভূত' শব্দই ৰূপ আকাৰে প্ৰকাশ পায়। ডাক্তৰ বৰুৱাৰ সপোন আৰু সংবেদনে ৰূপ আকাৰে প্ৰকাশ পালে। লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে এদল ৰাজনীতিবিদ, শিক্ষাবিদ্ আৰু সমাজকৰ্মী হাতত লৈ প্ৰতিটো অনুষ্ঠান গঢ়াৰ আঁচনি প্ৰস্তুত কৰিলে। কালক্ৰমত 'লুইতৰ পাৰ ভাঙি' প্ৰাগজ্যোতিষত বিশ্ববিদ্যালয় স্থাপন হ'ল। ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল হস্পিতাল পূৰ্ণাঙ্গ হৈ অসম মেডিকেল কলেজ নাম ল'লে। জালুকবাৰীত আয়ুৰ্ব্বেদ কলেজ স্থাপন হ'ল। নৰক, ভগদত্ত স্মৃতিয়ে পৰশা দীঘলী পুখুৰীৰ পাৰত গুৱাহাটী হাইকোৰ্ট জিলিকি উঠিল।

এনেতে নিষ্ঠুৰ কালৰ হাতত ১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা দিল্লীত মহাত্মা গান্ধীৰ আততায়ীৰ হাতত মৃত্যু হ'ল। তাৰপৰা দুই বছৰ পাৰ নৌহওঁতে ডাক্তৰ বৰুৱাৰ প্ৰাণৰো প্ৰাণৰ আধুনিক অসম নিৰ্মাতা গোপীনাথ বৰদলৈৰ ১৯৫০ চনৰ ১৫ আগষ্টৰ দিনা

নিশা হোৱা আকস্মিক বিয়োগত ডাঃ বৰুৱাৰ হিয়া শোক আৰু হতাশাত থান্‌বান্ হৈ পৰিল।

দেশ স্বাধীন হোৱাৰ পিছত মহাত্মা গান্ধীৰ আদৰ্শত থাকি প্ৰশাসনৰ কোনো দায়িত্ব ল'বলৈ ডাক্তৰ বৰুৱাই ইচ্ছা নকৰি বহুবাধিককাল অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি হোৱাৰ বাহিৰে ৰাজনীতিৰ ক্ষেত্ৰত তেখেত সোমোৱা নাছিল। তথাপিও 'কমলি এৰিলেও কমলিয়ে নেৰা'ৰ দৰে ডাক্তৰ বৰুৱাক অসমৰ ৰাজনীতিত উদ্ভৱ হোৱা কোনো এটা সমস্যাই এৰি দিয়া নাছিল। তেনে কিবা জটিল সমস্যা উদ্ভৱ হ'লেই গোপীনাথ বৰদলৈ চিলং পাহাৰৰপৰা নামি আহি ডাঃ বৰুৱাৰ লগত গভীৰভাৱে আলোচনা কৰিছিল অথবা প্ৰয়োজন বোধে ফোন কৰি ডাঃ বৰুৱাক চিলঙলৈ মাতি নিছিল। কোনোবাই তেখেতক মন্ত্ৰী হোৱাৰ কথা ক'লে তেখেতে বেজাৰ পাইছিল আৰু কৈছিল—"মই মন্ত্ৰী বা এম্. এল্. এ. হ'বলৈ ৰাজনীতি কৰা নাছিলোঁ, হাবিয়াসো নকৰোঁ।" ডাক্তৰ বৰুৱাই মন্ত্ৰী হ'বলৈ ইচ্ছা নকৰাৰ যুক্তি দিছিল—"তেওঁলোকতকৈ ওপৰত থাকি কামবোৰ কৰিবলৈহে মই আছোঁ। দলত সোমালে সাহসেৰে কাকো একো কথা কোৱাৰ থল নাথাকে। বাহিৰত থাকি তেওঁলোকৰ ভুলবোৰ আঙুলিয়াই দি তাক সংশোধন কৰাতহে মোৰ শক্তি খৰচ কৰিম।" ডাক্তৰ বৰুৱাৰ ব্যক্তিত্বৰ সঁচাকৈয়ে তুলনা নাই। আনৰ তলতীয়া হৈ কাম কৰাত তেখেতে প্ৰেৰণা নাপাইছিল। সামাজিক দায়বদ্ধতাৰ গূঢ়াৰ্থ তেখেতে ভালদৰে বুজিছিল আৰু গোটেই জীৱন তাক স্বাধীনভাৱে শুদ্ধ প্ৰণালীৰে কৰি গৈছিল।

ৰাজনীতিৰ বাহিৰেও অসমৰ শিক্ষা আৰু সাংস্কৃতিক জগততো ডাঃ বৰুৱাৰ অৱদান কম নহয়। বিশ্ববিদ্যালয়, হাইকোৰ্ট মেডিকেল কলেজ আদিৰ বাহিৰেও বেচৰকাৰী বি. বৰুৱা কলেজ, লোকপ্ৰিয় বৰদলৈ ফুটবল ট্ৰফী, বৰদলৈ টি. বি. হস্পিতাল আদি পতাত ডাঃ বৰুৱাৰ অৱদান সবাতোকৈ অধিক।

উল্লেখযোগ্য যে ১৯৫০/৫১ চনলৈকে অসমত নাট বা থিয়েটাৰত সহ অভিনয় কৰাৰ দস্তুৰ নাছিল। সংৰক্ষণশীল সমাজত নৃত্য-গান কৰা থিয়েটাৰ আদিত অভিনয় কৰা মুকলি মঞ্চত বিহুনাচ, ছোৱালীক কেৱল নিন্দাৰ চকুৰেই চোৱা নহৈছিল, তেনে কৰা-সকলক সমাজচ্যুত কৰাৰ নজিৰো বহুত পোৱা যায়। তেনে এটি সন্ধিক্ষণত ডাঃ বৰুৱাই ১৯৫০ চনত কুমাৰ ভাস্কৰ নাট্যমন্দিৰত অনুষ্ঠান কৰা থিয়েটাৰত প্ৰথমবাৰৰ কাৰণে দুঃসাহস দেখুৱাই সহ অভিনয়ৰ পাতনি মেলিছিল।

ডাক্তৰ বৰুৱা মানুহৰ লগৰ মানুহ আছিল। উচ্চ-নীচ, ধনী-দুখী, ক'লা বগা, হিন্দু-মুছলমান আদি সংকীৰ্ণ ভাৱধাৰাই ডাঃ বৰুৱাৰ মন আৰু হৃদয়ত কোনো দিনে প্ৰৱেশ কৰিব নোৱাৰিছিল। সেয়ে হ'লে ১৯৫১/৫২ চনত লতাশিল খেল পথাৰত পতা বিহু অনুষ্ঠানৰ পতাকা লেখা-পঢ়া নজনা দিন মজুৰি কৰি খোৱা এশ এক বছৰীয়া ইছলামধৰ্মীয় বুঢ়া এজনৰ দ্বাৰা উত্তোলন নকৰিবও পাৰিলেহেঁতেন। এইজনেই আছিল দৰদী সৰ্ব্বধৰ্ম সমন্বয়ৰ প্ৰতীক ডাঃ বৰুৱা। ডাঃ বিধান চন্দ্ৰ ৰায়ে কোৱাৰ দৰে—"I do not believe either in homeopathy or in elopathy, but I believe in sympathy." ডাক্তৰ বৰুৱাই দুখীয়া নিৰাশ্ৰয়জনক স্নেহ কৰা নাইবা সহানুভূতি দেখুৱাটোকহে ধৰ্ম বুলি বিশ্বাস কৰিছিল।

ডাক্তৰ বৰুৱাৰ অনুজ প্ৰতিম ভূতপূৰ্ব্ব এম. পি. স্বাধীনতা যুদ্ধৰ এজন নিৰ্ভীক আৰু অক্লান্ত যুঁজাৰু বি. বৰুৱা কলেজৰ প্ৰাণ প্ৰতিষ্ঠাতা অধ্যক্ষ হেম বৰুৱাই ডাঃ বৰুৱাৰ সম্পৰ্কে এনেদৰে উল্লেখ কৰিছে— "হেম বৰুৱা আৰু ভুৱনেশ্বৰ বৰুৱা। হেম বৰুৱা মানে মই নহয়। সিজন ডাঃ ৰবৰুৱাৰ চিৰসঙ্গী সৌহাৰ্দধন। ৰাজনৈতিক জীৱনত এই দুজনাৰ জীৱন ওতপ্ৰোতভাৱে সাঙোৰ খাই আছিল, লগতে আছিল অমিয় কুমাৰ দাসৰ। এজনে মন্ত্ৰীৰ গাদীত বহিবলৈ পাইছে আন

হুজনে নাপালে। এই ক্ষেত্ৰত তেওঁলোকৰ লেশমানো যে আগ্ৰহ বা ইচ্ছা আছিল এনে নহয় মোৰ মনত আছে—তাহানি যেতিয়া ডাঃ বিধান ৰায়ক যুক্ত প্ৰদেশৰ ৰাজ্যপালনৰ পদবী যচা হৈছিল আৰু সেই সন্মান গ্ৰহণ কৰিবলৈ তেওঁ অস্বীকাৰ কৰিছিল, সেই সময়ত মই এদিন ডাক্তৰ বৰুৱাক কৈছিলোঁ, আপুনি মন্ত্ৰী নহয় কিয় ? তেওঁ উত্তেজিত হৈ কৈছিল, "কিয় হ'ব লাগেহে, কিয় হ'ব লাগে ? দেখা নাইনে ডাঃ বিধান ৰায়ে কেনেকৈ গৱৰ্ণৰৰ পদ ল'বলৈকো অস্বীকাৰ কৰিলে। এনে কাম ডাক্তৰেহে কৰিব পাৰে জানা ?"

আজিৰ যুগত ৰাজনীতি কৰা মানুহ আছে, ৰাজনীতিবিদ্ পাবলৈ টান। ৰাইজৰ ধনেৰে হোৱা ডাক্তৰ, ইঞ্জিনিয়াৰ আছে, কিন্তু ত্যাগ, সততা আৰু কৰ্ত্তব্যনিষ্ঠাৰ অভাৱ প্ৰায়েই পৰিলক্ষিত হয়। খদ্দৰ, গান্ধীকেপ পিন্ধি গান্ধীবাদী বুলি জহাই ফুৰা স্বাৰ্থান্বেষী নেতা আছে, কিন্তু গান্ধীৰ আদৰ্শ অনুকৰণ কৰা নেতা তেনেই বিৰল। সমাজকৰ্মীৰ দল আছে, কিন্তু নিস্বাৰ্থ সমাজকৰ্মী কেইজন আছে কোৱা টান। সৰ্বধৰ্ম সমন্বয়ৰ বক্তৃতাৰ ফুলজাৰি মৰা লোকৰ অভাৱ নাই, কিন্তু ব্যক্তি জীৱনত তেওঁলোকৰ বহুতৰে চৰম পৰাজয় ঘটা দেখিবলৈ পোৱা যায়। ডাক্তৰ ভুবনেশ্বৰ বৰুৱা আছিল এই সকলোৰে উৰ্দ্ধত। নিষ্ঠুৰ কালে ১৯৫৬ চনৰ ২৫ চেপ্টেম্বৰৰ দিনা মাত্ৰ তিনিকুৰি তিনি বছৰ বয়সত তেখেতক হৰি নিলে। তেখেতৰ বিয়োগত সমগ্ৰ অসম ম্ৰিয়মান। বিনা মেঘে বজ্ৰপাত হোৱাৰ দৰে সকলোৱে অনুভৱ কৰিলে। 'লোকবন্ধু' তেখেতৰ সাৰ্থক অলঙ্কাৰ। অসমৰ ৰাইজে তেখেতৰ ত্যাগ আৰু নিস্বাৰ্থৰ কৰ্মবহুল জীৱনৰ স্মৃতিত কৃতজ্ঞতাৰ চিন স্বৰূপে গুৱাহাতীত "ডাক্তৰ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ হস্পিতাল" স্থাপন কৰি বীৰ পূজাৰ দৃষ্টান্ত দাঙি ধৰিছে।



# বিহগীকবি ৰঘুনাথ চৌধাৰী

অসমীয়া সাহিত্যৰ জোনাকী যুগৰ অন্যতম উজ্জ্বল জ্যোতিষ্ক ৰঘুনাথ চৌধাৰী বিহগীকবি বুলি খ্যাত। ইংৰাজী সাহিত্যত প্ৰকৃতিবাদী কবি ওৱাৰ্ডচ-ওৱাৰ্থ যিমান প্ৰসিদ্ধ অসমীয়া সাহিত্যত ৰঘুনাথ চৌধাৰীও সিমানেই প্ৰসিদ্ধ।

প্ৰকৃতিৰ পূজাৰী, চিৰকৌমাৰ্য্যব্ৰতী এইজন কবিৰ কামৰূপ জিলাৰ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে থকা শস্যে-মৎস্যে অনুপম লাওপাৰা নামে এখনি সৰু গাঁৱত ১৮৭৮ চনৰ গণেশ চতুৰ্থীৰ দিনা জন্ম হৈছিল। তেখেতৰ পিতৃ ভোলানাথ চৌধাৰী সেই মুলুকৰ এজন সৰ্বজন আদৃত দানী-মানী-আঢ্যৱন্ত, কৰ্মকুশল ব্যক্তি বুলি পৰিচিত। জন্মৰ ন মাহ পিছতে পিৰালিৰপৰা পৰি এটনীয়াত পাৰি থোৱা যুৰীয়া শিলৰ কোৰ্ পোতত সোমাই ছয়োখন ভৰি ভাঙি খোৰা হয়। প্ৰভুৰ কৃপাত 'পঙ্গুৱেও পৰ্বত বগোৱা' মহাম্যোবে খোৰা হৈও চৌধাৰী পৰ্বত পাহাৰ বগাই ফুৰি তথা কৃষি পামৰ মাজেদি প্ৰকৃতিৰ বিনন্দীয়া ৰূপ মাধুৰি উপভোগ কৰি আত্মহাৰা হৈছিল। সৰ্বশেষত প্ৰকৃতিৰ লগত নিবিড় সম্পৰ্ক স্থাপন কৰি জীৱন দৰ্শনৰ সুউচ্চ দৃঢ় ভেটি স্থাপন কৰি অসমীয়া কাব্য স্যাহিত্যৰ বেদিত অপৰিমেয় অৰিহণা যোগাই অমৰত্ব লাভ কৰিলে। অসমীয়া সাহিত্যৰ বুৰঞ্জীত কবি চৌধাৰীয়ে শাৰদীয় মধুযামিনীৰ বিমল শুভ্ৰকান্তি বিলাই পাঠকক যি কাব্যামৃত পান কৰালে তাৰ তুলনা পাবলৈ টান।

বিশ্ববৰেণ্য কবি-সাহিত্যিক, শিল্পী-দাৰ্শনিকসকলৰ বহুতৰে প্ৰাৰম্ভিক জীৱন সংঘাতপূৰ্ণ দেখা যায়। চৌধাৰীৰ শৈশৱ, যৌৱন তথা মধ্যাহ্ন কাল একুৰি এটা বিষাদ ৰোমাঞ্চকৰ কাহিনীৰে ভাৰাক্ৰান্ত। 'সোণ পোৱে মানে ত্ৰিকোণ' হোৱাৰ আৰ্হিৰে

চৌধাৰীৰ জীৱনটোকো নানা প্ৰতিকূল অৱস্থাই উজ্জ্বল আৰু মহিয়ান কৰিছে, ক্লান্তক্লিষ্ট মানৱে প্ৰকৃতিৰ যুকুত অৱগাহন কৰি কিদৰে প্ৰেয় লাভৰ মোহৰ বাগুৰা অতিক্ৰম কৰি শ্ৰেয় লাভৰ স্বৰ্গীয় সুখ-আনন্দ লাভ কৰিব পাৰে তাকে চৌধাৰী জীৱনকালত প্ৰতিফলন কৰিছে।

চাৰিবছৰ বয়স পূৰ হোৱাৰ লগে লগে চৌধাৰীৰ জীৱনলৈ এটাৰ পিছত এটাকৈ অভাৱনীয় বিপদ-বিঘিনি আহি পৰে। মাত্ৰ সাত দিনৰ ব্যৱধানত চেনেহৰ মাতৃদেৱী, মৰমৰ ভাতৃ-ভগ্নীক হেৰুৱায়। সংসাৰৰ অসহনীয় জ্বালা-যন্ত্ৰনাৰ ভাৰ বহন কৰিবলৈ অসমৰ্থ হোৱাত পিতৃ ভোলানাথ চৌধাৰীৰ কিছুদিনৰ বাবে মস্তিষ্কৰ ভাৰ-সাম্য নোহোৱা হৈ পৰে। এনেতে চৌধাৰীৰ ভাগি-বংশৰে কেইজন-মান আক্ৰোহী কুচক্ৰী লোকে মাজনিশা নাৱেৰে আহি ডকাইতৰ দল ওলোৱাদি ওলাল। তেওঁলোকে ভোলানাথ চৌধাৰীক পাগল হোৱা বুলি কৈ কুন্দাত দিয়াৰ অজুহাত দেখুৱাই জট্‌পট্‌কৈ বান্ধি থৈ ঘৰৰ সকলো সা-সম্পত্তি নাৱত বোজাই দি লৈ যায়। চাৰি বছৰীয়া শিশু ৰঘুনাথ চৌধাৰী আছিল এই নিষ্ঠুৰ মৰ্মন্তুদ ঘটনাৰ বলি আৰু নীৰৱ দৰ্শক।

কথাতে কয় "ৰাখে হৰি মাৰে কোন? মাৰে হৰি ৰাখে কোন।" লাওপাৰা গাঁৱৰে মানৱ দৰদী জয়পাল দাসে শিশুটিক বুটলি লৈ নিজৰ জীয়েক সোণমাইক প্ৰতিপালন কৰিবলৈ গটাই দিলে। কেইমাহমান যোৱাত ভোলানাথ চৌধাৰী আৰোগ্য হৈ উঠিল আৰু পুতেকক ঘৰলৈ আনি ঘৰৰ লিগিৰী লাউফুলিক আপদাৰ কৰাৰ ভাৰ দিলে। লাউফুলিৰ জিকাফুলি নামৰ সৰু জীয়েকজনী শিশু চৌধাৰীৰ ওমলাঘৰৰ লগৰী আছিল। জিকাফুলি দেখিবলৈ কেঁচা সোণডোখৰৰ দৰে আছিল বাবে কুল পুৰোহিতে তাইক হেমী বুলি মাতিছিল। যৌৱনৰ প্ৰাৰম্ভণীতে হেমীয়ে কবি চৌধাৰীক নিসঙ্গ কৰি 'মায়া কানন'লৈ গুচি যোৱা হৃদয় বিদায়ক কাহিনীক ওৱার্ডচ

ওৱাৰ্থৰ 'লুচি কবিতা'ৰ কাহিনীৰ লগত বিজাৰ বাৰি। হেমীয়ে কবিৰ হৃদয়ত যিটো জোকাৰণি মাৰি থৈ গ'ল চৌধাৰীৰ কবিতাৰ বহুলাংশত তাৰ স্পৰ্শকাতৰ ইঙ্গিত পোৱা যায়।

দুৰ্ভগীয়া শিশুটিৰ নানা লটি-ঘটি সহিব নোৱাৰি ক্ষেত্ৰি-হাবদিয়া গাঁৱৰ পৰম দয়ালু ব্যক্তি, গুৱাহাটী মুন্সিফ আদালতৰ নাজিৰে তেখেতৰ কনিষ্ঠ পুত্ৰ গৰ্গৰাম চৌধাৰীক ৰঘুনাথক প্ৰতিপাল কৰি লিখা-পঢ়া শিকাবলৈ দিলে। গৰ্গৰাম চৌধাৰী আৰু তেখেতৰ পত্নী স্বৰ্ণময়ীয়ে তেতিয়ালৈকে কোনো সতি-সন্ততিৰ মুখ দেখা নাছিল। ৰঘুনাথক পুত্ৰবৎ পালন কৰি গুৱাহাটীৰ উজান বজাৰৰ চৰকাৰী এম. ভি. স্কুলত নাম লগাই দিলে। চৌধাৰীৰ আদি শিক্ষাগুৰু আছিল কাশীনাথ দাস। মেধাবি ছাত্ৰ ৰঘুনাথে প্ৰতিভামূলক বৃত্তি লৈ মিদ্ল প্ৰাইমাৰী পাছ কৰি কটন কলেজিয়েট স্কুলত চতুৰ্থমান শ্ৰেণীত নাম ভৰ্ত্তি কৰিলে। চৌধাৰীয়ে সৰুৰেপৰা কাব্য আৰু সাহিত্য চৰ্চ্চাত বিশেষ আগ্ৰহ দেখুৱাইছিল। তেখেতৰ সাহিত্য জীৱনৰ গুৰু হাইস্কুলীয়া শিক্ষক কুদ্ৰত আলি আৰু ব্ৰজনাথ চট্টোপাধ্যায়। চট্টোপাধ্যায়ৰপৰা প্ৰেৰণা লাভ কৰি চৌধাৰী ছাত্ৰাৱস্থাতে মাইকেল মধুসূদন, হেমচন্দ্ৰ বন্দোপাধ্যায়, নবীন চন্দ্ৰ সেন আৰু কালী প্ৰসন্ন ঘোষৰ কাব্যৰসৰ সোৱাদ লয়।

১৮৯৬ চনত কটন কলেজিয়েট স্কুলত পঢ়িবলৈ ল'লে যদিও বছৰেকীয়া পৰীক্ষা সংক্ৰান্তত অঙ্কৰ শিক্ষকৰ দেখ্‌দেখ্‌ অবিচাৰ দেখি আনুষ্ঠানিক শিক্ষাৰ সিমানতে আঁৰ কাপোৰ টানি ঘৰত কাকো নজনোৱাকৈ মাল-জাহাজত উঠি এদিন তেজপুৰ পালেগৈ। গৰ্গৰাম চৌধাৰীৰ আত্মীয় এজনে তেজপুৰত ৰঘুনাথক পাই চল কৰি গুৱাহাটীলৈ লৈ আহি ঘৰত গটাই দিলে।

খুড়াক গৰ্গৰাম চৌধাৰী ৰঘুনাথক নানা প্ৰকাৰে চেষ্টা কৰিও স্কুললৈ পুনৰ পঠাব নোৱাৰি আদালতলৈ গৈ তৰণীৰ কাম শিকিবলৈ ক'লে। চৌধাৰী তাত মান্তি নহৈ শিক্ষকতা কৰাৰ ইচ্ছা কৰাত

নিজে পঢ়া এম. ভি. স্কুলখনতে শিক্ষকৰ পদ এটি পাই অতি নিষ্ঠাৰে সেৱা আগবঢ়াই থাকিল।

গৰ্গৰাম চৌধাৰী সাহিত্য আৰু সঙ্গীত প্ৰেমী আছিল। সাধু-সন্ত, কবি-পণ্ডিত আদিৰ পৃষ্ঠপোষকতা কৰি আনন্দ পাইছিল আৰু মাজে সময়ে তেনে জ্ঞানী বিদ্বান লোকক নিজৰ ঘৰতে থকা-মিলাৰ সুবিধা কৰি দিছিল।

এবাৰ মিথিলাৰপৰা অহা বাল মুকুন্দ ঝা নামৰ এজন সংস্কৃত পণ্ডিত আৰু 'অসমৰ কালিদাস' নামে খ্যাত মহামহোপাধ্যায় ধীৰেশ্বৰ আচাৰ্য্য চৌধাৰীৰ সম্মানিত আলহী স্বৰূপে আছিল। ৰঘুনাথ চৌধাৰী পণ্ডিতদ্বয়ক মলাধঁপাত লগাই দিয়া কামকৰা কৰোঁতে দুয়োজন পণ্ডিতে সুললিত সংস্কৃত ভাষাত কথা-বতৰা, শাস্ত্ৰালাপ কৰা শুনি মোহিত হৈছিল আৰু সংস্কৃত ভাষাটো শিকাৰ অদম্য ইচ্ছা প্ৰকাশ কৰিছিল। 'ইচ্ছা য'ত বাট ত'ত' বুলি এষাৰ নীতিবচন আছে। চৌধাৰীৰ আশা পূৰণ হ'ল। পণ্ডিতদ্বয়ৰ পৰম অনুগ্ৰহত পাণিনি আৰু ৰত্নমালা ব্যাকৰণ আয়ত্ত কৰাৰ লগতে কালিদাস, ভবভূতি, মাঘ, ভাৰৱি আদিৰ সংস্কৃত কাব্যসমূহৰ, বিশেষভাৱে কালিদাসৰ শকুন্তলা, মেঘদূত, ঋতুসংহাৰ আদি কাব্যবোৰ প্ৰায় কণ্ঠস্থ কৰি পেলালে। তদুপৰি ৰামায়ণ, মহাভাৰত, অসমীয়া বৈষ্ণৱ সাহিত্যৰ মূল মূল গ্ৰন্থবোৰৰো গভীৰ অধ্যয়ন কৰিলে। এইদৰে আনুষ্ঠানিক শিক্ষালয় এৰি পণ্ডিত-সাধুৰ সঙ্গলাভ আৰু অধ্যৱসায়ৰ ফলত আজন্ম কবি চৌধাৰীৰ প্ৰতিভা চন্দ্ৰকলাৰ দৰে দিনে দিনে বাঢ়ি আহিবলৈ ধৰিলে।

ৰঘুনাথ চৌধাৰী অসমীয়া সাহিত্যৰ নৱন্যাস যুগৰ শ্ৰেষ্ঠ প্ৰকৃতি-বাদী কবি হোৱাৰ উপৰি একাধাৰে এজন প্ৰসিদ্ধ খেতিয়ক, সু-গায়ক, প্ৰবীণ গদ্যশিল্পী, নিৰ্ভীক সাংবাদিক, সমাজ সংস্কাৰক আৰু স্বাধীনতা সংগ্ৰামৰ অক্লান্ত-যুঁজাৰু আছিল। অসমৰ ৰাজ্য ভাষা আন্দোলন, তেল শোধনাগাৰ আন্দোলন আদি আন্দোলনৰ

শুৰি ধৰিছিল আৰু তেখেতৰ বাসভৱনটো আছিল এই নিচিনা জাতীয় আন্দোলনবোৰৰ ঘাই কেন্দ্ৰ। এইদৰে জীৱনৰ প্ৰতিটো মুহূৰ্ত্ত সাহিত্য চৰ্চ্চা আৰু দেশৰ মঙ্গল চিন্তা কৰি ১৯৬৭ চনৰ ১৮ নবেম্বৰৰ দিনা ইহলীলা সম্বৰণ কৰে।

চৌধাৰীৰ মৌলিক কাব্যগ্ৰন্থ সাদৰী, দহিকতৰা, কেতেকী আৰু গদ্য ৰচনা নৱমল্লিকা আৰু পচতীয়া। চিৰকুমাৰ ৰঘুনাথ চৌধাৰীৰ কাৰণে প্ৰকৃতি আছিল জীৱন দায়িনী শক্তি, পিতৃ, মাতৃ, পত্নী, ভগ্নী, পুত্ৰ, কন্যা, ইহকাল আৰু পৰকালৰ পৰম বৈভৱ। কবিৰ দাৰ্শনিক চিন্তাত—"প্ৰকৃতিৰ লগত মোৰ সহবাস, পাঁচজনী কন্যা আৰু আমাডিমা পুত্ৰটি এৰি মৃত্যুৰ দুৱাৰ দলিত বহি ক্ষণগনি আছোঁহক।"

'নৱমল্লিকা' চৌধাৰীৰ কথাকবিতা আৰু 'পচতীয়া' একমাত্ৰ গদ্যৰ পুথি। 'পচতীয়া' পাঁচোটা চিত্ৰধৰ্মী গাৰ্হলীয়া পটভূমিক লৈ লিখা গ্ৰন্থ। "কাৰবালা" চৌধাৰীৰ আন এখন কাব্যগ্ৰন্থ।

সংবাদ সাহিত্যত চৌধাৰীৰ নাম প্ৰসিদ্ধ। তেখেতৰ সম্পাদনাত ওলোৱা মাহেকীয়া আলোচনী জয়ন্তী (১৯৩৭) আৰু সুৰভি (১৯৪০)ত যুগৰ স্বাক্ষৰ পৰি আছে।

কবি চৌধাৰীৰ কাব্য প্ৰতিভাৰ প্ৰতি যথাযোগ্য সন্মান জনাই নলবাৰীৰ 'সংস্কৃতি সঞ্জীৱনী সভাই' কবিৰত্ন উপাধি প্ৰদান কৰে। ১৯৩৬ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ ষোড়শ অধিবেশনৰ চৌধাৰী সভাপতি আছিল। উল্লেখ যে কলিকতাত বহা বিশ্ব শান্তি সন্মিলনত পৌৰোহিত্য কৰি বিশ্বৰ এজন প্ৰথম শ্ৰেণীৰ শান্তি দূতৰ সন্মান চৌধাৰীয়ে লাভ কৰিছে।

প্ৰকৃতিবাদী কবিৰ হৃদয় মুক্ত বিহঙ্গম নাইবা পখিলাটিৰ দৰে সদায় স্বাধীন আছিল। সকৰেপৰা তেখেতে পৰাধীনতাক ঘিণ কৰিছিল আৰু প্ৰপীড়িত, নিষ্পেষিত লোকৰ মুক্তিৰ কাৰণে অহৰহ যুঁজ কৰিছিল। ভাৰতৰ মুক্তি সংগ্ৰামত কবি চৌধাৰী উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল।

অসহযোগ আন্দোলনৰ আগৰেপৰা গুৱাহাটীৰ পূব প্ৰান্তত থকা ( বৰ্ত্তমান য'ত গুৱাহাটী তেল শোধনাগাৰ আছে ) বীৰকুছি ( বোন্দা ) গাঁৱত আদৰ্শ কৃষি পাম পাতি চৌধাৰী খেতিয়কৰ যশস্যা লাভ কৰিছিল। গাঁওখনিৰ আশে-পাশে মিকিৰসকলে বসবাস কৰি খেতি-পথাৰ কৰি থাকে। সহজ-সৰল প্ৰাণৰ মিকিৰসকল চৌধাৰীৰ কৰ্ম জীৱনৰ অংশীদাৰ। তেওঁলোকৰ লগতে উঠা-বহা কৰে, ভোজ-ভাত খায়, তেওঁলোকৰ মাজত ঘটা সকৰৰ ঘটনা মীমাংসা কৰি দিয়ে। অঞ্চলটোৰ লোকসকলে চৌধাৰীক দেৱতা সদৃশ জ্ঞান কৰে। হোজা সৰল হৃদয়ৰ মানুহখিনিক সংস্কাৰ কৰাৰ গুৰু দায়িত্ব বহন কৰি চৌধাৰী হাতে কামে বহুতো কাম কৰিবলৈ লৈছিল।

নিজক সুসভ্য জাতি বুলি গৌৰৱ কৰা ইংৰাজ জাতিটোৱে কানিক নিজৰ দেশত ৰবিহ বুলি বৰ্জন কৰি ভাৰতীয় সকলৰ কাৰণে মহৌষধ বুলি প্ৰচাৰ কৰি কানিৰ ব্যৱসায় নিজৰ হাতলৈ নি অপৰ্য্যাপ্ত ধন ঘটিছিল। আনহাতে কানি খাইখাই এচাম অশিক্ষিত ভাৰতীয়ৰ জীৱনৰ ভিকাচন্ ভাগি গৈছিল, নৰকঙ্কাল শৰীৰ লৈ ভূত পিশাচ যেন হৈ পৰিছিল। অসহযোগ আন্দোলনৰ লগে লগে অসমত কানি বৰ্জন কৰাৰ আন্দোলনো প্ৰকট হৈ উঠিল। কানি বৰ্জন আন্দোলনত আগভাগ লোৱা সকলৰ ভিতৰত বিহগীকবি ৰঘুনাথ চৌধাৰী অন্যতম। এই-আন্দোলনত নামি তেখেতে বীৰদৰ্পে ইংৰাজ চাহাবৰ আগত প্ৰতিবাদ জনাই কাৰাবৰণ কৰিছিল।

১৯২১ চনৰ ৩ ডিচেম্বৰৰ দিনা চৌধাৰীক গ্ৰেপ্তাৰ কৰাৰ পৰোৱানা এখন লৈ ১৩/১৪ জনমান চিপাহীক লগত লৈ এজন ডাৰোগা চৌধাৰীৰ বোন্দাৰ পাম ঘৰত উপস্থিত হয়। চৌধাৰীৰ বিৰুদ্ধে কৰা অভিযোগ সেই সময়ৰ কামৰূপৰ পুলিচ চাহাব, চৌধাৰীৰ বিশিষ্ট কবিবন্ধু আনন্দ চন্দ্ৰ আগৰৱালাই চৌধাৰীক জেৰা কৰা কথাখিনি তাৎপৰ্য্যপূৰ্ণ—"আপুনি মোৰ বন্ধু, সদায়

আহ-যাহ কৰে ; আজি সাদিন মানৰ আগতেও এদিন আহি গৈছে। এইদৰে আপুনি মোৰপৰা অসহযোগ আন্দোলন দমনৰ কথাবোৰ জানি লৈ তাত সেইবোৰৰ বাধা জন্মায়গৈ। তদুপৰি আপুনি ত'ত-ত'ত খাজনা দিয়া বন্ধ কৰিবলৈ কৈ ফুৰিছে। আপুনিনো ঠাকুৰবাৰীত কি কাম কৰিছিল ?"

প্ৰত্যুত্তৰত চৌধাৰীয়ে কৈছিল—"মই তাত একো কাম কৰা নাই। দেখক, কানি খাই খাই মাটি ভেটি শেষ কৰি শৰীৰৰ অৱস্থাতো সিহঁতৰ ভূত-পিশাচৰ দৰে হৈ পৰিছে। সিহঁতক কানি খোৱা বন্ধ কৰিবলৈ কোৱাটোও জগৰৰ কথানে ?"

তেতিয়া পুলিচ চাহাবে চৰকাৰৰ নোটিচখন দেখুৱাই চৌধাৰীক জনালে-—"নহয় ! পিছে, চাওকচোন, এইখন গৱৰ্ণমেণ্ট প্লীডাৰে দিয়া অভিযোগ। আপুনি বোলে ৰায়তক চৰকাৰী খাজানা দিব নালাগে বুলি কৈ ফুৰিছে। এই অভিযোগতহে আপোনাক গ্ৰেপ্তাৰ কৰা হৈছে।"

৩ ডিচেম্বৰৰ দিনা চৌধাৰীক গ্ৰেপ্তাৰ কৰি নিওঁতে পানীকলৰ চুপাৰিণ্টেণ্ডেণ্ট লক্ষ্মীৰাম দাসৰ উদ্যোগত কেবা হাজাৰো লোকে শিলপুখুৰীৰপৰা পুলিচ থানালৈ ঢোল-খোল বজাই শোভাযাত্ৰা কৰি আগবঢ়াই থৈ আহে। প্ৰথম নিশা চৌধাৰীক 'লক্‌আপ'ত ৰখা হয়। চৌধাৰীৰ বৰ্ণনাত তেতিয়াৰ গুৱাহাটী পুলিচ থানাৰ 'লক্-আপ' কিদৰে পূতিগন্ধময় নৰক আছিল তাৰ আভাস পোৱা যায়—

"লক্-আপ, বোলোতে গুৱাহাটীৰ সদৰ থানাৰ পূবপিনে গাতে লাগি থকা গৰু মহ খোৱাৰত দি ৰখাৰ নিচিনা লোহাৰ বেৰৰ এটা খোৱাৰ। কি অপূৰ্ব্ব দৃশ্য ! শৌচ প্ৰস্ৰাবৰ সমন্বয়ৰ কি এক গোন্ধৰ সফুৰা ! পূতিগন্ধময় নৰকৰ কল্পনায়ো এই নৰকৰ ওচৰত হাৰ মানিব। মহ ডাঁহ, মাখি, উৰহৰ কি সুন্দৰ সহ অৱস্থান ! এইবোৰৰ লগতেময়ো 'লক্-আপৰ সুখ উপভোগ কৰিলোঁ।"

চৌধাৰীক জেলৰ ভিতৰত থোৱা হ'ল। ইতিমধ্যে জেলত ৰাজবন্দী হৈ থকা কেবাজনো সতীৰ্থক লগ পালে। সি সকলৰ ভিতৰত পয়োধৰ বৰুৱা, কমলাকান্ত মেনেজাৰ, হৰেশ্বৰ পাঠক, চন্দ্ৰকান্ত চৌধুৰী, খহুৰাম মণ্ডল, মহৰাম মহন্ত, প্ৰতাপ চন্দ্ৰ নাথ, ৰূপৰাম ডেকা, খ্যাতিমল চৌধুৰী, অম্বিকাগিৰি ৰায়চৌধুৰী, কৰ্ণ দাস, জনাৰ্দ্দন পাঠক, গিৰীশ চন্দ্ৰ শৰ্মা, শৰৎ চন্দ্ৰ সিংহ, দুলাল চন্দ্ৰ চৌধুৰী, গোপীকান্ত চৌধুৰী, গোলোক পাঠক আৰু বাসুদেৱ দাস। চৌধাৰী প্ৰমুখ্যে বিনাশ্ৰমী কয়দীসকলক মহিলাৰ ফাটেকত ( যেহেতু তেতিয়া মহিলাৰ কয়দী ফাটেক নাছিল ) ৰখা হৈছিল।

ওচৰা-ওচৰিকৈ তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা, গৌৰীকান্ত তালুকদাৰ আদিকো গ্ৰেপ্তাৰ কৰি শিলচৰ, যোৰহাট আদি জেলত ভাগে ভাগে থ'লে। অলপ দিনৰ ভিতৰতে গোলাঘাট কংগ্ৰেছৰ চেক্ৰেটাৰী কমলেশ্বৰ শৰ্মা, দ্বাৰিকা নাথ গোস্বামী, হৰিনাথ দাস, উকীল মহেশ্বৰ বৰুৱা, গকুলেশ্বৰ হাজৰিকা আদিকো গুৱাহাটী জেললৈ অনা হয়। গুৱাহাটীৰ কংগ্ৰেছ কাৰ্য্যালয় খানাতালাচ কৰি আন্দোলন সম্পৰ্কীয় কিছুমান বে-আইনী কাগজ-পত্ৰ পাই কংগ্ৰেছ চেক্ৰেটাৰী গগন চন্দ্ৰ পাটোৱাৰী, শিশিৰ কুমাৰ বৰুৱা, অম্বিকা নাথ গোস্বামী, জ্ঞান বৰা আদিকো গ্ৰেপ্তাৰ কৰিলে। গগন চন্দ্ৰ পাটোৱাৰীৰ ৯ মাহ জেল হ'ল।

১৯২১ চনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে কামৰূপ জিলাৰ উপায়ুক্ত আয়াৰল্যাণ্ডৰ চাহাব মেট্‌-চুইনিৰ আদালতত চৌধাৰীৰ বিচাৰ আৰম্ভ হ'ল। বিচাৰ আৰম্ভ হোৱাৰ লগে লগে পুলিচ চাহাব, চৌধাৰীৰ কবিবন্ধু আগৰৱালা আঁতৰি গ'ল। দাৰোগা ৰমেশ চন্দ্ৰ ভট্টাচাৰ্য্য। মেট-চুইনি চৌধাৰীক জেৰা কৰিলে—

মেট্‌-চুইনি—আপুনি বোলে ৰাইজক খাজনা দিবলৈ মানা কৰি ফুৰিছে ?

চৌধাৰী—খাজনা দিয়া বন্ধ কৰিবলৈ কোৱা নাই। মই মাথোঁ দেশৰ বৰ বিহ মদ, ভাং, কানি আদি ৰাগীয়াল বস্তু বৰ্জন কৰিবলৈ ৰাইজক কৈছোঁ।

মেট্‌-চুইনি—আপুনি এজন ৰাজদ্ৰোহী।

চৌধাৰী—মই ৰাজদ্ৰোহী নহয়; বিদেশী শাসনৰহে বিৰোধী। আপুনি মোক ৰাজদ্ৰোহী বুলি কোৱাটো কিমান সমীচীন হৈছে, সেইটো আপুনিয়েই এবাৰ ভাবি চাওক। আয়াৰল্যাণ্ডৰ এজন মেট্‌-চুইনিয়ে ইংৰাজৰ শাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰি দুমাহ অনশন ব্ৰত কৰি প্ৰাণ ত্যাগ কৰিছিল। সেই আয়াৰল্যাণ্ডৰ আৰু এজন মেট্‌-চুইনিয়ে ইংৰাজৰ তলতীয়া কৰ্মচাৰী হিচাপে আহি মোক ৰাজদ্ৰোহী বুলি আখ্যা নিদি দিব কোনে?

চৌধাৰীৰ পুৰুষৰ দৰে বীৰদৰ্পে কোৱা কথা শুনি মেট্‌-চুইনি চাহাবৰ খঙে চুলিৰ আগ পালেগৈ। লগে লগে বিচাৰকৰ কক্ষত থকা সশস্ত্ৰ পুলিচৰ দলে চৌধাৰীলৈ বন্দুক-বায়নেট টোৱাই টপটিয়াৰ হৈ ল'লে। শেষত প্ৰাণে নামাৰি চৌধাৰীক এবছৰ বিনাশ্ৰম কাৰাদণ্ড বিহা হ'ল।



## ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা

সত্য-শিৱ-সুন্দৰৰ পূজাৰীৰ মৃত্যু নাই, ভয় নাই, দুখ নাই। তেওঁক কালে বুঢ়া কৰিব নোৱাৰে, দৈন্যই পিহঁনিত পিহি গুৰি কৰিব নোৱাৰে। বিৰূপ সমালোচনাই ক্ষত-বিক্ষত কৰিব নোৱাৰে, সংৰক্ষণশীল সমাজৰ এলান্ধুকলীয়া বান্ধোনে বান্ধি ৰাখিব নোৱাৰে। জয় পৰাজয় তেওঁৰ বাবে একেটি মুদ্ৰাৰে দুপিঠি মাত্ৰ। লাগিলে জীৱন যুদ্ধত ধ্বংস হৈ যাব, তথাপি পৰাজয়ৰ ওচৰত তেওঁ শিৰ নত নকৰে। স্থুল দেহৰ মাজত আত্মাৰূপে নিহিত হৈ থকা অদৃশ্য, অবিনাশী, নিৰাকাৰ সত্বাটোক তেওঁ হৃদয়ঙ্গম কৰিব পাৰে। তেওঁ জীৱন-শিল্পী। প্ৰতিটো বস্তুৰ মাজত থকা চিৰন্তন সত্যটো উপলব্ধি কৰি বাস্তৱ ৰূপ দিবলৈ অহৰহ চেষ্টা কৰে। সংগ্ৰাম কৰে ; জীৱনাহুতি দিয়ে। প্ৰকৃতাৰ্থত কবি, সাহিত্যিক, নাট্যকাৰ, ভাস্কৰশিল্পী, শ্বহীদ, দেশপ্ৰেমিক, ৰাজনীতিবিদ, বাঢ়ৈ, খেতিয়ক, প্ৰত্যেকেই একো একোজন জীৱন-শিল্পী। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আছিল তেনে এজন জীৱন-শিল্পী। তেখেত আছিল একেধাৰে কবি-সাহিত্যিক, গায়ক-গীতিকাৰ, নাট্যকাৰ, অভিনেতা, দেশপ্ৰেমিক, গান্ধীবাদত পূৰাপূৰি আস্থাভাজন মুক্তি-যুঁজাৰু। জ্যোতিপ্ৰসাদ আছিল অসমৰ মেৎচিনি, নজৰুল, হিমাংশু ৰায়।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ পূৰ্ব পুৰুষ নৱৰঙ্গৰাম আগৰৱালা ভাগ্য বিপৰ্য্যয় হৈ ৰাজপুতনাৰপৰা আহি অসম পায়। প্ৰথমে গোৱালপাৰাত থাকি পাছত বিশ্বনাথ চাৰিআলিলৈ আহি তাত ব্যৱসায় আৰম্ভ কৰে। তাৰ পিছত গমিৰিলৈ গৈ তাত বসতি স্থাপন কৰি ৰাজখোৱা পৰিয়ালৰ কন্যা সাদৰীক বিয়া কৰায়। তেখেত-সকলৰ পুত্ৰ হ'ল স্বনামধন্য হৰিবিলাস আগৰৱালা যিজনৰ চেষ্টাত

অসমীয়া কীৰ্ত্তন-ঘোষা আৰু দশম প্ৰথমে ছপা পুথিৰ আকাৰত প্ৰকাশ পায়। তাৰ পিছত আগৰৱালাই ব্ৰহ্মজ্ঞানৰ শইকীয়াৰ ঘৰৰ সোণপাহিৰো পাণি গ্ৰহণ কৰে। কালক্ৰমত এই আগৰৱালাৰ বংশতে কবি-সাহিত্যিক আনন্দ চন্দ্ৰ আগৰৱালা, প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ জন্ম হয়। জ্যোতিপ্ৰসাদৰ দেউতাক পৰমানন্দ আৰু মাক কিৰণময়ী আগৰৱালা। জ্যোতিপ্ৰসাদ আগৰৱালা বংশৰ কুল-তিলক।

বিপ্লৱৰ অন্য এটি নাম পৰিবৰ্তন। জ্যোতিপ্ৰসাদৰ দেহ-মনৰ প্ৰতিটো গ্ৰন্থি প্ৰতিটো কোঁহ বিপ্লৱৰ অগ্নিমন্ত্ৰেৰে গঠা আছিল। বিশ্ববিশ্ৰুত দাৰ্শনিক তথা শিক্ষা মনোবিজ্ঞানী ৰুচোৰ দৰে জ্যোতিপ্ৰসাদে অসমীয়া সমাজখনৰ প্ৰতিটো দিশত বিপ্লৱ মানে পৰিবৰ্তন আনিবলৈ বিচাৰিছিল। তেখেতৰ স্বকীয়া ৰাজনৈতিক দৰ্শন এটিও আছিল। প্লেটোৱে দাৰ্শনিক শাসিত ৰাজ্যৰ সপোন দেখাৰ দৰে জ্যোতিপ্ৰসাদে গোটেই পৃথিৱীখনকে শিল্পী-সাহিত্যিকে শাসন কৰাৰ সপোন দেখিছিল। জ্যোতিপ্ৰসাদৰ ভাষাত—"তোৰ আন্ধাৰক নাশিবলৈ, তোৰ বুকুতেই বিপ্লৱী হৈ জাগিম।"

১৯০৩ চনত তামোলবাৰী চাহবাগিচাত জ্যোতিপ্ৰসাদৰ জন্ম হয়। আগৰৱালা পৰিয়ালে অসমত থিতাপি লোৱা দিনৰেপৰা বংশপৰম্পৰা হিচাপে অসমীয়া ছোৱালী বিয়া কৰাই নিভাঁজ অসমীয়া হৈ পৰিছিল। অসমৰ কলা-সংস্কৃতি আৰু ঐতিহ্যৰ লগত নিজক বিলাই দিছিল। তাৰ পৰিণতি স্বৰূপে অসমীয়া—কলা-সংস্কৃতিৰ পথাৰত যি অৱদান দিলে তাৰ তুলনা নাই।

জ্যোতিপ্ৰসাদে ক্ৰমে ডিব্ৰুগড় চৰকাৰী হাইস্কুল, জৰ্জ স্কুল আদিত পঢ়ি ১৯২১ চনৰ তেজপুৰ চৰকাৰী হাইস্কুলৰপৰা প্ৰৱেশিকাৰ বাছনি পৰীক্ষাত উৰ্ত্তীণ হয়। পাছত কলিকতালৈ গৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে আৰু কলিকতাৰ নেশ্যনেল কলেজত আই. এ.ৰ দ্বিতীয় বাৰ্ষিকলৈ পঢ়ে। তাৰপিছতে অসহযোগ আন্দোলনত

জঁপিয়াই পৰে। আন্দোলনে অলপ গোমেঠা মৰাৰ সুবিধাতে তেজপুৰলৈ আহি বৰদেউতাক চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমীয়া' কাকতত সোমায়। লগতে 'নিউপ্ৰেছ' চলোৱাত সহায় কৰে। ১৯২৬ চনত বিলাতলৈ গৈ এডিনবৰা বিশ্ববিদ্যালয়ত সৰ্ত সাপেক্ষে এম. এ.ত নাম ভৰ্তি কৰে। তাত অৰ্থনীতি, সংস্কৃত, পাব্লিক ল, দৰ্শন, ইতিহাস আদি বিষয় অধ্যয়ন কৰে। তাত শিক্ষা শেষ নৌহওঁতেই পূব্ৰ-জাৰ্মানীলৈ গৈ ফিল্ম-শিল্পৰ বিষয়ত প্ৰশিক্ষণ লয়। জ্যোতিপ্ৰসাদে জাৰ্মানীত সুপ্ৰসিদ্ধ ফিল্ম ডিৰেক্টৰ হিমাংশু ৰায়ৰ তত্ত্বাৱধানত সাত মাহ কাল থাকি ফিল্ম শিল্প বিষয়ত অধ্যয়ন কৰে। তাৰপৰা কিছুদিনৰ বাবে মধ্যপ্ৰাচলৈ যায়। এনেতে মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষত আইন অমান্য আন্দোলন আৰম্ভ হয় আৰু ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা সৰ্বভাৰতব্যাপী স্বাধীনতাৰ পতাকা উত্তোলন কৰাৰ নিৰ্ভীক তথা বলিষ্ঠ ভূমিকা গ্ৰহণ কৰা হয়। সেই সময়তে জ্যোতিপ্ৰসাদে নিজ দেশলৈ উভতি আহে আৰু আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে।

আগতে উল্লেখ কৰা হৈছে যে অসহযোগ আন্দোলনত যোগ দিয়াৰ পিছতে জ্যোতিপ্ৰসাদ উচ্চ শিক্ষাৰ বাবে বিদেশলৈ গৈছিল। বিদেশত থকা সময়ত ভাৰতবৰ্ষৰ প্ৰতি ইংৰাজসকলৰ থকা মনোভাব তেখেতে বুজিব পাৰিছিল আৰু উনবিংশ শতিকাৰ শেষডোখৰত ইটালি, জাৰ্মান আদি দেশে বিদেশী শক্তিসমূহক খেদি দেশ স্বাধীন কৰাৰ আদৰ্শই জ্যোতিপ্ৰসাদক প্ৰেৰণা যোগাইছিল। অসমৰ আন আন ঠাইত আৰম্ভ হোৱাৰ দৰে ঐতিহাসিক তেজপুৰতো ১৯২০ চনতে অসহযোগ আন্দোলন আৰম্ভ হৈছিল। ছাত্ৰ-ছাত্ৰী-সকলে শ্ৰেণী বৰ্জন কৰি মহাত্মা গান্ধীৰ আদৰ্শত আন্দোলনৰ কাৰ্য্য-সূচী ৰূপায়ণ কৰাত ব্যস্ত আছিল। তাৰে মুখ্য কেইগৰাকীমান আছিল—ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, লক্ষীধৰ শৰ্মা, কুমুদ শৰ্মা, চন্দ্ৰনাথ শৰ্মা, নবীন বৰুৱা, বিজয়চন্দ্ৰ ভাগৱতী, ভগীৰাম শইকীয়া,

কালিৰাম হাজৰিকা, কাৰ্ত্তিক শৰ্মা, তিলক শৰ্মা, দক্ষ্যৰাম বৰুৱা আৰু জ্যোতিপ্ৰসাদ আগৰৱালা।

জ্যোতিপ্ৰসাদ আজন্মশিল্পী। "গায়নৰ ঘৰত শিয়ালেও ৰাগ দিয়া"—প্ৰবাদ বাক্য এটি আছে। হৰিবিলাস আগৰৱালা মুখ্যতঃ ব্যৱসায়ী লোক হ'লেও সাহিত্য-সংস্কৃতিৰ প্ৰতি থকা তেখেতৰ বৰঙণিৰ কথা কৈ অহা হৈছে। জ্যোতিপ্ৰসাদৰ পিতৃ পৰমানন্দ আগৰৱালা অতি সঙ্গীত প্ৰিয় লোক আছিল। নানাবিধ বাদ্যযন্ত্ৰ বজাব জানিছিল। নিয়মিতভাৱে কীৰ্তন-নামঘোষা পঢ়িছিল আৰু সংগীত সাধনা কৰিছিল। কাজেই জ্যোতিপ্ৰসাদে পিতৃদত্ত্বা সুকুমাৰ কলাজ্ঞান আৰু স্বোপাৰ্জিত প্ৰতিভাৰ বলত সময়ত অসম তথা ভাৰতবৰ্ষৰ এজন আগশাৰীৰ গায়ক-গীতিকাৰ কবি সাহিত্যিক, নাট্যকাৰ অভিনেতাৰ খ্যাতি অৰ্জন কৰিব পাৰিছিল। বিপ্লৱীকৱি গায়ক-গীতিকাৰ কাজী নজৰুল ইচ্‌লামৰ সমসাময়িক আছিল। দুয়োগৰাকী শিল্পীৰ কলম আৰু কণ্ঠত 'অগ্নিযুগৰ ফিৰিঙতি' ছিটিকি পৰি খাণ্ডৱদাহৰ সৃষ্টি কৰিছিল। জ্যোতিপ্ৰসাদৰ সাহিত্য-সৃষ্টিৰ মূলত বৰদেউতাক চন্দ্ৰকুমাৰ আগৰৱালাৰ দান-বৰঙণি প্ৰভুত আছিল।

বিদেশৰপৰা ঘূৰি আহি ১৯৩০ চনত আইন অমান্য আন্দোলনৰ কাৰ্যসূচীক সফল ৰূপ দিয়াত জ্যোতিপ্ৰসাদে আগভাগ লৈছিল। পশ্চিমীয়া দেশত সংগীত-নাটকৰ শিক্ষা আহৰণ কৰি আহি তেজপুৰৰ গাঁও অঞ্চলত আন্দোলনক ৰূপ দিয়াত ব্যস্ত হৈ পৰিছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱে সত্ৰ, নামঘৰক কেন্দ্ৰ কৰি গীত-নাট-ভাওনাৰে নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলন সফল কৰাৰ আৰ্হিৰে জ্যোতি-প্ৰসাদেও গাঁও অঞ্চললৈ গৈ তেজোদীপ্ত গীত-মাতেৰে জনতাক আন্দোলনমুখী কৰি তুলিছিল। জ্যোতিপ্ৰসাদৰ ভাষণ শুনিবলৈ হেজাৰ হেজাৰ জনতাৰ ভীৰ হৈছিল। নামঘৰ, সত্ৰবোৰত অসমীয়া জাতিৰ কলা-সংস্কৃতি, সমাজ সভ্যতাৰ যে প্ৰাণ লুকাই থাকে

জ্যোতিপ্ৰসাদে তাক ভালদৰে উপলব্ধি কৰিছিল আৰু সেইবোৰক স্বাধীনতা আন্দোলনৰ আখৰা দিয়াৰ কেন্দ্ৰ হিচাপে ব্যৱহাৰ কৰিছিল।

১৯৩০ চন। খেতিপথাৰে ভৰপক দিয়াৰ সময়তে আন্দোলনেও ভৰপক দিছিল। লোকনায়ক অমিয় কুমাৰ দাস, জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰমুখ্যে নেতাবৰ্গ গাওঁ অঞ্চলত প্ৰচাৰ কাৰ্য্যৰ বাবে সোমাই পৰিছিল। খেতিয়ক ৰাইজৰ মুখ্যজনে ক'লে—"আমাক ধান কেইটা চপাই ল'বলৈ দিয়ক, তাৰ পিছত যিহকে কৰিব দিয়ে তাকে কৰিবলৈ সাজু আছোঁ।" 'ৰূপকোঁৱৰ' জ্যোতিপ্ৰসাদৰ সাৰ্থক নাম আছিল। সঁচাসঁচিকৈ তেখেত যেন পৰীৰ ৰাজ্যৰ 'ৰূপৰহে কোঁৱৰ' আছিল। ওখ-পাখ, আৰ্য্যগঢ়ি চেহেৰা, ক'লা চুলি, ধুনীয়া মুখমণ্ডল, কিঞ্চিৎ ক্ষীণকায় জ্যোতিপ্ৰসাদক দেখিলে অগ্নিবৰ্ষী ইংৰাজ কবি শ্বেলীৰ কথা মনলৈ আহে। বেজাৰৰ কথা, অত্যধিক পৰিশ্ৰমৰ ফলত জ্যোতিপ্ৰসাদৰ স্বাস্থ্য ভাগি পৰিছিল। মাৰাত্মক পিত্তৰোগটোৱে সঘনে কষ্ট দিছিল। চিৰলগৰী এই দুৰাৰোগ্য বেমাৰটো পেটত বান্ধি লৈ দিন-ৰাতিৰ ভেদাভেদ পাহৰি অহিংসা মুক্তি-যুদ্ধৰ কামত লাগি আছিল। সহকৰ্মী সত্যাগ্ৰহীসকলে জ্যোতিপ্ৰসাদৰ ভগ্ন-স্বাস্থ্যৰ প্ৰতি লক্ষ্য কৰি প্ৰায়েই উদ্বিগ্ন হৈ পৰিছিল আৰু পৰাপক্ষত তেখেতক টান কামৰ বোজা নিদিছিল; কিন্তু জ্যোতিৰ বিপ্লৱী মনে সেই কথা সহজে মানি নলৈছিল।

১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা সমগ্ৰ ভাৰতবৰ্ষত আইন অমান্য আন্দোলনৰ ভিত্তিত স্বাধীনতাৰ পতাকা উত্তোলন কৰাৰ কাৰ্যসূচী ফলৱতী কৰাৰ কামত সত্যাগ্ৰহীসকল ব্যস্ত হৈ পৰিছিল। অমিয় কুমাৰ দাসৰ সৈতে দুয়ো বিহালীৰ সভালৈ যাত্ৰা কৰিছিল। তাৰ পিছত দুয়ো গেৰেকী গাঁৱত বহা সভালৈ যায়। এনেতে যাত্ৰা পথতে জ্যোতিপ্ৰসাদৰ পিত্তৰোগটোৱে উক্ দিলে। বিষ-যন্ত্ৰণাত তত্ নেপাই মাটিত বাগৰিবলৈ ধৰিলে। 'ৰাস্তাৰ দাঁতিতে ধাঁহনিত

শুই পৰিল আৰু লোকনায়কক ক'লে, "দাদা, বাইজে অপেক্ষা কৰি থাকিব। আপুনি যাওক ; মই ইয়াতে কিছু পৰ শুই থাকোঁ।" এনেতে গাঁৱৰ ডেকা ল'ৰাকেইজনমানে খবৰ পাই তুৰন্তে আহি জ্যোতিপ্ৰসাদক লৈ গ'ল আৰু গেবেকী গাঁৱৰ ফুকনৰ ঘৰত শুৱাই থ'লে। কালক্ৰমত সেই পিত্তৰোগটোৱেই যে এদিন মাৰাত্মক যক্ষ্মা ৰোগ ৰূপ ধাৰণ কৰি জ্যোতিৰ জ্যোতি অকালতে নিষ্প্ৰভ কৰিব হয়তো কোনোৱে অনুমান কৰিব পৰা নাছিল।

ঠিক একেদৰে গমিৰিলৈ যোৱাৰ পথতো হঠাতে ৰোগটোৱে কালমূৰ্তি ধৰাত বুৰৈঘাটৰ বালিত জ্যোতিপ্ৰসাদ শুই পৰি দাসদেৱক কৈছিল—"দাদা আপুনি যাওকগৈ, মই ইয়াতে অলপ জিৰাওঁ।" তেতিয়া লোকনায়কে তেখেতক তেনে অৱস্থাত এৰি যাবলৈ সন্মত নহৈ বোকোচাত তুলি পাৰঘাটলৈ লৈ গৈছিল। তাৰ পিছত ভোলাগুৰিলৈ নি জিৰণি লোৱাৰ ব্যৱস্থা কৰি দিছিল। সিদিনা আছিল ২৬ জানুৱাৰী, পতাকা উত্তোলন কৰাৰ দিন। জ্যোতি-প্ৰসাদৰ স্বাধীনতাৰ প্ৰাণোদ্দীপক কবিতাসুৰীয়া ভাষণ শুনাৰ প্ৰবল ইচ্ছা লৈ অহা হেজাৰ-বিজাৰ দৰ্শকে জ্যোতিপ্ৰসাদক সভাত নেদেখি নিৰাশ হৈছিল।

জ্যোতিপ্ৰসাদ ৰাজনীতিত থাকিলেও নেতৃত্ব লোৱাৰ আশা কোনো দিনে কৰা নাছিল। মেট্‌চিনি, দ্বিজেন্দ্ৰলাল, মুকুন্দ দাস, নজৰুল ইচ্‌লাম আদিৰ দৰে মূক জনতাক স্বাধীনতা সংগ্ৰামৰ কাৰণে উদ্বুদ্ধ কৰাৰ প্ৰয়াসেৰে দেশাত্মবোধক গান ৰচনা কৰি নিজে গাইছিল আৰু স্বেচ্ছাসেৱীসকলকো প্ৰয়োজনীয় সুৰ সম্ভাৰেৰে গাবলৈ শিকাইছিল। সশস্ত্ৰ বাহিনীৰ অস্ত্ৰতকৈও চোকা আৰু শক্তি-শালী আছিল জ্যোতিপ্ৰসাদৰ গান। তেখেতৰ গান কোনোবাই বেসুৰীয়াকৈ গালে বেজাৰ পাইছিল আৰু তাক শুধৰাই দিবলৈ চেষ্টা কৰিছিল। আনকি সমদল সংগীত গোৱাৰ সময়তো পৰাপক্ষত জ্যোতিপ্ৰসাদে নিৰ্ধাৰিত সুৰৰ হেৰ্-ফেৰ্ হ'বলৈ নিদিছিল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ধ্বজাবাহী পৰম ধাৰ্মিক আৰু বৈষ্ণৱ সংস্কৃতিৰ কলাগুৰু নিকামূল সত্ৰৰ সত্ৰাধিকাৰ গহনচন্দ্ৰ গোস্বামীদেৱ জ্যোতিপ্ৰসাদৰ পৰম বন্ধু আৰু স্বাধীনতা সংগ্ৰামৰ সতীৰ্থ আছিল। সমদল গঠন কৰা, শোভাযাত্ৰাৰ সময়ত সমদলটো শৃঙ্খলাবদ্ধভাৱে সজোৱা এই সকলোবোৰ দায়িত্ব আগৰৱালা আৰু গোস্বামীদেৱে লৈছিল আৰু তাত কৃতকাৰ্য্য হৈছিল। কেতিয়াবা জ্যোতিপ্ৰসাদৰ হাউলিয়েদি সমদল যাত্ৰী ৰণোন্মত্ত হৈ গান গাই গ'লে তেখেতৰ মাতৃ পদুলিমুখলৈ ওলাই আহি সমদল যাত্ৰা শেষ নহোৱালৈকে চাই আছিল আৰু হৃদয় উজাৰি দিয়া "বিশ্ববিজয়ী নৱ-জোৱান" আদি গান শুনি শুনি আনন্দাশ্ৰু টুকিছিল।

ভাৰতৰ মুক্তি সংগ্ৰামত অসমৰ বৈষ্ণৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰসমূহে যিদৰে অৰিহণা যোগাইছিল পৃথিৱীৰ ইতিহাসত তেনে দৃষ্টান্ত খুব কমেই পোৱা যায় বুলি অনুমান হয়। সিবোৰৰ ভিতৰত নিকামূল সত্ৰৰ গহনচন্দ্ৰ গোস্বামীদেৱ আৰু গড়মূৰ সত্ৰৰ পীতাম্বৰ দেৱ গোস্বামীদেৱৰ দান বিশেষভাৱে উল্লেখযোগ্য। গহনচন্দ্ৰ গোস্বামী আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ উদ্যোগত নিকামূল সত্ৰ স্বাধীনতা সংগ্ৰামৰ এটি মুখ্য ঘাটি হৈ পৰাত বৃটিছ চৰকাৰৰ চোকা দৃষ্টি পৰিছিল। আৰু তাৰপৰা শিৱিৰ উঠাই নিবলৈ চৰকাৰীৰ হুকুম আহিছিল। জ্যোতিপ্ৰসাদে ইয়াত ঘোৰ প্ৰতিবাদ জনাইছিল। এনেতে ১৯৩২ চনৰ ২০ ফেব্ৰুৱাৰীৰ নিশা সশস্ত্ৰ বাহিনীয়ে শিৱিৰ আক্ৰমণ কৰি গহনচন্দ্ৰ গোস্বামী, দেৱানন্দ শৰ্মা, ফণীধৰ বৰা আৰু অমিয় কুমাৰ দাস প্ৰমুখ্যে কেবাজনো নেতাক গ্ৰেপ্তাৰ কৰিছিল। জ্যোতিপ্ৰসাদ সিদিনা নিশা নিকামূলৰ শিৱিৰত নথকাত গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। বিচাৰত গোস্বামীদেৱৰ এবছৰ সশ্ৰম কাৰাবাস আৰু ৫০০ টকা জৰিমনা, অনাদায়ে আৰু ছমাহ সশ্ৰম কাৰাবাস বিহা হ'ল। দেৱানন্দ শৰ্মা আৰু ফণীধৰ বৰাবো এবছৰকৈ সশ্ৰম কাৰাদণ্ড হ'ল। অমিয় কুমাৰ দাসৰ ছমাহ সশ্ৰম কাৰাদণ্ড আৰু

৫০০ টকা জৰিমানা, অনাদায়ে আৰু ছয় সপ্তাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। তাৰ পিছত জ্যোতিপ্ৰসাদকো গ্ৰেপ্তাৰ কৰিলে। আৰু বিচাৰত তেখেতকো এবছৰ সশ্ৰম কাৰাদণ্ড আৰু ৫০০ টকা জৰিমনা অনাদায়ে, পুনৰ ছমাহ সশ্ৰম কাৰাদণ্ডৰ ৰায় দিলে। লগতে জ্যোতিপ্ৰসাদে ৰচনা কৰা সমদল-গীত গোটাটো সম্পূৰ্ণ নিসিদ্ধ কৰি গাওঁতাসকলৰ ওপৰত শাস্তিমূলক ব্যৱস্থা লোৱাৰ হুকুম দিয়া হ'ল। (১৯৩২) জ্যোতিপ্ৰসাদে এই সময়ছোৱাত যক্ষ্মাৰোগত ভুগিও শিলচৰ জেলত কাৰাবাসৰ ম্যাদ্ পূৰ্ণ কৰি তেজপুৰলৈ উভতি আহে। এইজনেই আছিল অগ্নিশিখাৰ ধাতুৰে গঢ়া চিৰবিপ্লৱী চিৰজাগ্ৰত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা।

বিশ্বজুৰি দ্বিতীয় মহাযুদ্ধৰ দাবানল প্ৰজ্বলিত হৈ উঠিছে। দিন দুপৰতে যুঁজাৰু বিমানে আকাশ ছানি ধৰে। বন্দুক বৰতোপৰ গুৰুম্ গুৰুম্ শব্দই কাণ তাল মাৰি ধৰে। আমেৰিকাই নাগাচাকি আৰু হিৰোচিমাত তেতিয়া এটোম বম পেলাই বিশ্বমানৱৰ বুকু কঁপাই তুলিছিল। ভাৰতৰ মনত আশাৰ ৰেঙণি "দেশ স্বাধীন হ'বলৈ আৰু বেছিদিন নাই"। অসমৰ আকাশে বতাহে জ্যোতিপ্ৰসাদৰ "লুইতৰ পাৰৰে আমি ডেকা ল'ৰা, মৰিবলৈ ভয় নাই", "উৰ্ উৰ্ উৰ্ অভ্ৰভেদি উৰ্", "আজি জাগা মোৰ মাতৃ", "সাজু হ'বৰে হ'ল" আদি গীতে ধ্বনি তুলি অসমীয়া ডেকা-গাভৰুক ৰণোন্মত কৰি তুলিছিল, মাতৃপূজাৰ বেদিত জীৱন পণ কৰিবলৈ উদগনি দিছিল।

যক্ষ্মাৰোগত আক্ৰান্ত হৈ থাকিও দুৰ্বাৰ মনক বান্ধিব নোৱাৰি জ্যোতিপ্ৰসাদ পুনৰ আন্দোলনত জঁপিয়াই পৰে। ১৯৪১ চনত কংগ্ৰেছৰ স্বেচ্ছাসেৱকবাহিনী গঠনৰ কামত জ্যোতিপ্ৰসাদে মনোনিবেশ কৰিলে। ইটালীৰ গ্যাৰিবল্ডী দৰে বাছকবনীয়া সেনাদল গঠন কৰি জ্যোতিপ্ৰসাদ তাৰ সৰ্বাধিনায়ক হৈ প্ৰখৰ গতিত আগবাঢ়ি গ'ল। ইংৰাজ চৰকাৰৰ তীব্ৰ দৃষ্টি তেখেতৰ ওপৰত পৰাত আত্মগোপন কৰিবলৈ বাধ্য হ'ল আৰু কলিকতালৈ গৈ আত্মগোপন কৰি

থাকিল। এনেতে মহাত্মা গান্ধীৰ আদেশ হ'ল কোনো সত্যাগ্ৰহী যাতে আত্মগোপন কৰি নাথাকে। মহাত্মাৰ আদেশ শিৰোধাৰ্য কৰি তেজপুৰলৈ আহি ১০৪৩ চনৰ আগষ্ট মাহত আদালতত আত্ম-সমৰ্পন কৰিলে ; কিন্তু প্ৰমাণৰ অভাৱত খালাচ দিবলৈ বাধ্য হ'ল।

ইয়াৰ পিছতে কেবাবছৰো বন্ধ হৈ থকা অসমীয়া কাকতখন পুনৰ প্ৰকাশৰ কামত তেখেত ব্যস্ত হৈ পৰে (১৯৪৪)। প্ৰায় আঠ মাহ কাকতখন চলোৱাৰ পিছত অৰ্থাভাৱত পুনৰ বন্ধ হ'ল। এনেতে অসমত বিশ্ববিদ্যালয় এখন পতাৰ চিন্তাই খুমুৰি দি ধৰিলে। লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত এদল ৰাজনীতিবিদ, শিক্ষাবিদ্ আৰু সমাজকৰ্মীৰ প্ৰচেষ্টাত ১৯৪৮ চনত ইতিহাসে গৰকা প্ৰাগজ্যোতিষপুৰৰ লুইতৰ পাৰত জিলিকি উঠিল গুৱাহাটী বিশ্ব-বিদ্যালয়। জ্যোতিপ্ৰসাদে বিশ্ববিদ্যালয় স্থাপন কৰা কামতো লাগি-ভাগি দিছিল। জ্যোতিপ্ৰসাদৰ স্বাস্থ্য ক্ৰমে বেয়াৰ ফালে ঢাল খালে।সকলোৰে আশা-ভৰসা চূৰমাৰ কৰি ডাক্তৰে ঘোষণা কৰিলে জ্যোতিপ্ৰসাদ কৰ্কট ৰোগৰ দ্বাৰা আক্ৰান্ত। মৃত্যু সন্নিকট বুলি জানিও ইংৰাজ কবি কীট্‌সে যক্ষ্মাৰোগত ভুগি থাকিও সৌন্দৰ্য্যৰ কবিতা লিখি ইংৰাজী সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ যোৱাৰ দৰেই জ্যোতিপ্ৰসাদেও ক্ষিপ্ৰতৰ গতিত কলম চলালে। এই সময়-ছোৱাৰ ভিতৰত ভালেমান যুগান্তকাৰী ৰচনাৰ সৃষ্টি হ'ল। কবিতা, গীত, গল্প, সংস্কৃতিমূলক প্ৰবন্ধ আৰু একাধিক নাটক ৰচনা হ'ল। কাল চমু চাপি আহিল। ১৯৫১ চনৰ ১৭ জানুৱাৰী তাৰিখে ৪৮ বছৰৰ বয়সত এই উজ্জ্বল নক্ষত্ৰটি কোনোবা কক্ষপথত হেৰাই থাকিল। জ্যোতিপ্ৰসাদ আগৰৱালা গ'ল কিন্তু তেখেতৰ আদৰ্শ তেখেতৰ মূল্যৱান ৰচনাৱলী অসমীয়া জাতিৰ সাহিত্য, সংস্কৃতি, স্বদেশ প্ৰেমৰ অদ্ভুত অপূৰ্ব ভাণ্ডাৰ হৈ থাকি গ'ল।

জ্যোতিপ্ৰসাদৰ ৰচনাসমূহক ঘাইকৈ নাটক, গল্প, উপন্যাস, গীত, প্ৰবন্ধ, কবিতা আৰু শিশু-সাহিত্য—এইকেইটা ভাগত ভগাব

পাৰি। তেখেতৰ নাটককেইখন হ'ল—শোণিত কুঁৱৰী, কাৰেঙৰ লিগিৰী, ৰূপালীম, নিমাতী কন্যা ( ৰূপকোঁৱৰ ), সোণ পখিলী, লভিতা আৰু খনিকৰ। কনকলতা আৰু সুন্দৰ কোঁৱৰ দুখনি অসমাপ্ত নাটিকা।

জ্যোতিপ্ৰসাদৰ গল্প আৰু উপন্যাসধৰ্মী ৰচনাসমূহ হ'ল—ৰূপহী, বগীতৰা-সোণতৰা, সোণটিৰ অভিমান, যুঁজাৰু, সতীৰ সোঁৱৰণী, সন্ধ্যা, প্ৰত্নতাত্ত্বিকৰ কলাঘুমতি, আমাৰ গাঁও। তেখেতৰ গধূৰ প্ৰবন্ধ-বোৰৰ ভিতৰত মহাত্মা গান্ধীৰ জীৱন সোঁৱৰণী, শিল্পীৰ পৃথিৱী, নতুন দিনৰ কৃষ্টি, নতুন পূজা, অসমীয়া সংস্কৃতি, অসমীয়া স্থাপত্যৰ নৱৰূপ, অসমীয়া সংগীতৰ ধাৰা, পোহৰ, অসমৰ ফিল্ম শিল্প গঢ়াত অসমীয়া দৰ্শক-দায়িত্ব, প্ৰাগজ্যোতিকা, বেজবৰুৱাৰ প্ৰতিভা, তৰুণ-তৰ্পণ, বিয়াল্লিছৰ কাহিনী আদিয়েই প্ৰধান।

জ্যোতিপ্ৰসাদৰ জীৱন চৰিত আলোচনা কৰোঁতে তেখেতৰ ফিল্ম শিল্প আৰু জয়মতীৰ বিষয়ে কিঞ্চিৎ আলোচনা নকৰিলে আধৰুৱা হৈ থকা যেন লাগে। পশ্চিমীয়া দেশত বিশেষকৈ জাৰ্মানীত সাত মাহ ফিল্ম নিৰ্মাণৰ প্ৰশিক্ষণ লৈ আহি জ্যোতিপ্ৰসাদে প্ৰথমে সাহিত্যৰথী বেজবৰুৱাৰ জয়মতী নাটকখনিক চিনেমা ৰূপ দিবলৈ বাছি লৈছিল। এই কামত তেখেতে হাত দিছিল ১৯৩৩ চনত। তেতিয়ালৈকে তেখেতে বিয়া কৰোৱা নাছিল। তাৰে তিনি বছৰ পাছতহে জ্যোতিপ্ৰসাদে দেৱযানী ভূঞাক বিয়া কৰাইছিল আৰু এই বিবাহৰ ফলস্বৰূপে দুজন পুত্ৰ আৰু তিনি গৰাকী কন্যাৰত্ন লাভ কৰিছিল।

জয়মতী চিনেমা কৰাৰ বাটত জ্যোতিপ্ৰসাদে অভাৱনীয়ভাৱে বাধা পাইছিল আৰু ক্ষতিগ্ৰস্ত হৈছিল। ফিল্মৰ কাম আৰম্ভ কৰা বছৰটোতে ১৯৩৩ চনৰ অক্টোবৰ মাহৰ ১৮ তাৰিখে মাতৃ আৰু ১৯৩৮ চনৰ ১৮ জুলাই তাৰিখে পিতৃ বিয়োগ হয়। লগতে অৰ্থ সঙ্কটেও দেখা দিয়াত জ্যোতিপ্ৰসাদৰ আশাবাদী মনটোক কোনো

কোনো সময়ত নিৰাশাৰ ডাৱৰে ঢাকি পেলাইছিল। যি কি নহওক সকলো বাধা-বিঘিনিক এৰুলিয়া কৰি থৈ তেজপুৰৰপৰা ছকুৰি মাইল দূৰত অৱস্থিত ভোলাগুৰি চাহ বাগিচাত শিবিৰ পাতি 'জয়মতী'ৰ কামত আগবাঢ়ি যাবলৈ ধৰে। তেতিয়াৰ তিনিদিনীয়া বাতৰি কাকতৰ জৰিয়তে অভিনেতা-অভিনেত্ৰী বিচাৰি বিজ্ঞাপন দিয়াত কিছুমান অভিনেতা আগবাঢ়ি আহিছিল যদিও এগৰাকীও অভিনেত্ৰী ওলাই নহাত জ্যোতিপ্ৰসাদ কিছু পৰিমাণে নিৰুৎসাহ হৈ পৰে যদিও হতাশ হোৱা নাছিল।

সেই সময়ত অসমীয়া সমাজখন ইমানেই সংৰক্ষণশীল আছিল যে তিৰোতা বা ছোৱালী মুক্তমঞ্চত অন্য পুৰুষৰ লগত হাত মিলাই নাট্য অভিনয় কৰা কথাটো একপ্ৰকাৰ কল্পনাৰো অতীত আছিল। সমাজচ্যুত হোৱাৰ ভয়ত কোনো ছোৱালী আগবাঢ়ি অহা নাছিল। ফিল্ম ডিৰেক্টৰ জ্যোতিপ্ৰসাদ নিজে আছিল। তেখেতৰ নেৰা-নেপেৰা চেষ্টাৰ ফলত গোলাঘাটৰ মোহিনী ৰাজকুমাৰী আৰু পানীটিঙিয়াৰ ইন্দু সন্দিকৈ ক্ৰমে ৰাজমাও আৰু জয়মতীৰ অভিনয় কৰিবলৈ আগবাঢ়ি আহিছিল। শেষত দুয়োগৰাকীকে ৰাইজে সমাজচ্যুত কৰিছিল। মোহিনী ৰাজকুমাৰী তাৰ বাবে অলপো হতাশ বা বিচলিত হোৱা নাছিল, কিয়নো তেখেতৰ মহাপুৰুষ শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মত সম্পূৰ্ণ বিশ্বাস আছিল আৰু নিয়মিতভাৱে নাম প্ৰসঙ্গাদি কৰিছিল।

জ্যোতিপ্ৰসাদৰ জয়মতী ফিল্মৰ সকলো কাম চিত্ৰবন ষ্টুডিওত কৰা হৈছিল। তাৰ বাবে চিত্ৰবন ষ্টুডিও গঢ়ি তোলাত বহুতো খৰচন্ত হ'বলগীয়া হৈছিল। এই কামৰ দায়িত্ব পৰিছিল গজেন বৰুৱা আৰু প্ৰতাপ বৰুৱাৰ ওপৰত। ক'বলৈ গ'লে এই সময়ছোৱাত চিত্ৰবন ষ্টুডিওটোক আহোম ৰজাৰ ৰাজধানীৰ ৰূপত সজোৱা হৈছিল। জ্যোতিপ্ৰসাদে লাহোৰৰপৰা অনা 'ফেজি' নামৰ স্বদেশী শব্দ গ্ৰহণ যন্ত্ৰ ব্যৱহাৰ কৰিছিল।

জ্যোতিৰ প্ৰথম চেষ্টা সফল হৈছিল আৰু তাৰ বাবে পঞ্চাশ হেজাৰতকৈও অধিক টকা খৰচ কৰিবলগীয়া হৈছিল। ১৯৩৫ চনৰ ১০ মাৰ্চত কলিকতাৰ 'ৰাউনাক মহল' (Raunak Mahal) চিনেমা হলত প্ৰথম অসমীয়া কথাছবি 'জয়মতী' মুক্তিলাভ কৰি অসমীয়া চিনেমাৰ ইতিহাসত অভিলেখ স্থাপন কৰিছিল। নাটকত ফুনু বৰুৱাই গদাপাণিৰ ভাও লৈছিল। সাহিত্যৰথী বেজবৰুৱাই ফিল্মখন উদ্বোধন কৰি অপাৰ আনন্দ পাইছিল আৰু গুৰিৰপৰা শেষলৈ উপভোগ কৰি শেষত মন্তব্য কৰিছিল—"মোৰ সপোনৰ ডালিমীজনীক সঁচাসঁচিকৈ বাস্তৱ ৰূপত দেখিবলৈ পালোঁ।" বিখ্যাত ফিল্ম ডিৰেক্টৰ প্ৰমথেশ বৰুৱা, সুপ্ৰসিদ্ধ গায়ক কে. এল. চাইগলেও নাটখনি চাই উচ্চ প্ৰশংসা কৰিছিল।

কোৱা বাহুল্য যে চাওডাঙইঁতে জেৰেঙা পথাৰত জয়মতীক শাস্তি দিয়া করুণ দৃশ্য দেখি প্ৰায়বোৰ দৰ্শকে উচুপি উচুপি কান্দি চকুপানী টুকিছিল; আৰু "লুইতৰে পানী যাবি ঐ বৈ" গানটোৱে প্ৰতিজন দৰ্শকৰ হৃদয়ত মচিব নোৱাৰা সাঁচ পেলাইছিল।



# ইতিহাসৰত্ন বেণুধৰ শৰ্ম্মা

"কোনেও নজনা নুশুনা ধনাই-মনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্ত্তনে কেনেকৈ খুন্দিয়া-খুন্দি কৰিছিল আৰু সেই খুন্দিয়া-খুন্দিয়ে মোৰ হৃদয় ৰাজ্যত কেনেকৈ চৌপাশে থকা পৰিবেশৰ পোহৰ পট এখনি চাব মাৰি থৈ গ'ল, তাৰেই এটি জান-নেজান চিন মাত্ৰ।"

সাহিত্য একাডেমী পুৰস্কাৰপ্ৰাপ্ত ২৭৭ পিঠিয়া গ্ৰন্থ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" গ্ৰন্থকাৰ বেণুধৰ শৰ্ম্মাই মাত্ৰ আধাপিঠিয়া পাতনি-খনিত লিখা উদ্ধৃতি কথাখিনিয়েই গ্ৰন্থখনিৰ প্ৰতিপাদ্য বস্তু। জনতাৰ মানুহ বেণুধৰ শৰ্ম্মাৰ প্ৰাণ এই গ্ৰন্থখনিৰ মাজত মহমহীয়া গোন্ধে আমোল মোল কৰি থকা পকা কঁঠালৰ কোঁহৰ দৰে লিপিত খাই আছে।

১৯৬১ চনৰ ২৬ মাৰ্চ্চৰ দিনা নতুন দিল্লীত প্ৰধান মন্ত্ৰী প্ৰয়াত পণ্ডিত জৱাহৰলাল নেহৰুৰ হাতৰপৰা মখ্‌মলৰ সঁফুৰাসহ পাঁচ হেজাৰ টকীয়া পুৰস্কাৰ লাভ কৰা সময়ত পণ্ডিত নেহৰুজীয়ে গ্ৰন্থ-খনিৰ উচ্চ প্ৰশংসা কৰিছে। অসম আকাশৰ এই উজ্জ্বল নক্ষত্ৰটিয়ে অসমীয়া বুৰঞ্জী সাহিত্য, জীৱনী সাহিত্য, সংবাদ সাহিত্য, শিশু সাহিত্যৰ প্ৰতিটো দিশতে শাৰদীয় জোনৰ পোহৰ পেলাই থৈ গৈছে। বুৰঞ্জী সাহিত্য চৰ্চ্চাত তেখেতে গুৰে জীৱন মনপুতি লাগিছিল। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰদৰে বুৰঞ্জীৰ গভীৰ অধ্যয়ন নকৰিলেও বুৰঞ্জীৰ শুকান হাড়মূৰ বহুকষ্টে গোটাই স্বকীয় বিশিষ্ট গদ্যশৈলীৰ সৃষ্টি কৰি কালিকা লগা কলমেৰে তাত অস্থি-মাংস গাঁথি প্ৰাণ সঞ্চাৰ কৰিছিল। ইতিহাস চৰ্চ্চাক শ্বাস-প্ৰশ্বাস হিচাপে লৈ জীৱনজোৰা সাধনাৰে তেখেতৰ দৰে কাম কৰা লোকৰ আজিৰ অসমত বৰ অভাৱ হৈছে।

১৮৯৫ চনৰ ১৫ নবেম্বৰত জন্ম গ্ৰহণ কৰি ৮৬ বছৰীয়া সুদীৰ্ঘকাল বুৰঞ্জী সাহিত্য চৰ্চা আৰু দেশৰ সেৱা কৰি শৰ্ম্মাই তেখেতৰ আদৰ্শ পুৰুষ মণিৰাম দেৱানৰ মৃত্যু তিথিটোকে বাছি লৈ ১৯৮১ চনৰ ২৬ ফেব্ৰুৱাৰীদিনা মৃত্যুবৰণ কৰিলে। তেখেতৰ গুণ-কৰ্ম্মৰ স্বীকৃতি স্বৰূপে ভাৰত চৰকাৰে মৰণোত্তৰ কালত তেখেতক 'পদ্মভূষণ' সন্মান-জনক উপাধি প্ৰদান কৰি কৈছে—"Responding to the call of Gandhiji, he gave up his college studies and actively participated in the National Movement for which he was imprisoned. His book 'Congressor Kachiali Radat (under the morning sunshine of congress) is virtually a portrait galaxy of unknown or little known freedom fighters of Assam; for which he was awarded the Sahitya Academy Award. He unearthed and ably edited 'An Account of Assam' by Dr. Wade for which he received high acclaim. His Monograph 'Satawan Chal': Bharatar Swadhinatar Pratham Yuddha (1857 or India's First War of Independence) throws new light on the role Assam played in the national struggle. His 'Moniram Dewan' a monumental work on the great freedom fighter of Assam is considered to be the greatest biography".

বেণুধৰ শৰ্ম্মাৰ গদ্য সাহিত্যৰ মূল্যাঙ্কন কৰি কোৱা হৈছে—"A great Prose master of Assamese language and one of the immortals of Assamese literature, he had written a score of books on biography, history, folk-tale, satire etc. Like a weaver bird he

**collected twigs of historical material strewn all over Assam and built a formidable nest. His contributions to the historiography of Assam have received wide acclaim.**

বেণুধৰ শৰ্মা হাড়ে-হিমজুৰে স্বাধীনতাপ্ৰিয় ব্যক্তি আছিল। ফুকলীয়া অৱস্থাতে স্বদেশ প্ৰীতিৰ ভাবে তেখেতৰ মন আৰু হৃদয় ৰাজ্যত ঠাই পাইছিল। অসহযোগ আন্দোলনৰ উমৃঘামনিতে মহাত্মা গান্ধীৰ আদৰ্শত ব্ৰতী হৈ প্ৰচাৰকাৰ্য্যত উঠি-পৰি লাগিছিল। এনেতে ১৯২১ চনত মহাত্মা গান্ধী প্ৰথমবাৰৰ কাৰণে অসম ভ্ৰমণ কৰিবলৈ আহোঁতে ১৪ আগষ্টৰ দিনা যোৰহাট পালেগৈ। মহাত্মা গান্ধীৰ লগত চন্দ্ৰনাথ শৰ্মা গাটোতে ছাঁটোৰ দৰে লাগি আছিল। অসমত অসহযোগ আন্দোলনৰ গুৰিধৰোঁতা তথা পথপ্ৰদৰ্শক আছিল চন্দ্ৰনাথ শৰ্মা। তেখেতৰপৰা প্ৰেৰণা লাভ কৰিয়ে দেশভক্ত ফুকন আৰু কৰ্মবাৰ বৰদলৈ আন্দোলনত যোগ দিয়ে। গুৱাহাটীৰ সভাত কৰাৰ দৰে যোৰহাটৰ সভাতো গান্ধী আৰু মহম্মদ আলিৰ বক্তৃতা দেশভক্ত ফুকনে মৌ-বৰষা ভাষাৰে অসমীয়াত তৰ্জমা কৰি দিছিল। বেণুধৰ শৰ্মাই উল্লেখ কৰিছে—"এই দিনাই শিৱসাগৰীয়া ৰাইজে মহাত্মাৰ অমৃতবৰ্ষী বাণী শুনিবলৈ পায়। ইয়াৰ অলপ দিনৰ আগেয়ে অসমৰ পোন প্ৰথম অগ্নিকলা অসহযোগী চন্দ্ৰনাথ শৰ্মাই নগৰত অসহযোগত জোকাৰ এটা মাৰি থৈ গৈছিলহি; তথাপি সেইদিনাখনহে উজনি অসমত কংগ্ৰেছৰ সঁচাসাঁচ কাঁচিয়লি ৰ'দ পৰে। ........মৌলানা মহম্মদ আলিয়েও "জবৰ্দস্ত" হিন্দী-উৰ্দ্দু মিলাই তেজাঁ বক্তৃতা দিছিল। তাকো ফুকনে দুগুণ তেজ উতলোৱা অসমীয়া ভাষাৰে বুজাই কৈছিল। ........তৰুণৰাম ফুকন নোহোৱা হ'লে কংগ্ৰেছৰ অসহযোগ নীতি অসমীয়াৰ বুকুত কোতয়াও নেলাগিলহেঁতেন।"

যোৰহাট নগৰত বহা সভাত মহাত্মা গান্ধীক দিয়া 'অভিনন্দন

পত্ৰত' অসমীয়া তিৰোতাৰ বোৱা-কটাৰ নৈপুণ্য আৰু অসমৰ প্ৰতি ঘৰে ঘৰে থকা যঁতৰৰ প্ৰচলন সম্পৰ্কে এনেদৰে উল্লেখ পোৱা যায়—"গোটেই ভাৰতৰ ভিতৰত একমাত্ৰ অসমীয়া তিৰোতাই পুৰণি কালৰেপৰা বোৱা-কটা কৰি নিজ পৰিয়ালক কাপোৰ যোগাই আছিল। কিন্তু পাশ্চাত্য সভ্যতাৰ প্ৰভাৱত উচ্চ শ্ৰেণীৰ কোনো কোনো মহিলাই এই অত্যাৱশ্যকীয় শিল্প বিদ্যালৈ আওকাণ কৰিলেও সৰহভাগ মহিলাই ইয়াক এতিয়াও আবৰি ৰাখি পুৰণি আসামৰ পুৰণি গৌৰৱ অটুট ৰাখিছে।"

মহাত্মা গান্ধী অসমবাসীক অসহযোগ মন্ত্ৰত দীক্ষিত কৰি যোৱাৰ পিছতে অসমৰ চুকে-কোণে বিদেশী বস্ত্ৰ বৰ্জন কৰা, কপাহ খেতি কৰা, যঁতৰত সূতাকটা, দেশ মাতৃৰ মুক্তি ধ্বনি দি মূৰত গান্ধী-টুপী পিন্ধি শোভাযাত্ৰা কৰা আদি কাৰ্য্যসূচী ৰূপায়ণ কৰাত প্ৰায়-ভাগ উঠি-পৰি লাগিল। বেণুধৰ শৰ্মাই তেখেতৰ বিখ্যাত আধা-ভঙা পুৰণি চাইকেলখনত উঠি টলৌ টলৌকৈ ঘূৰি প্ৰচাৰকাৰ্য্য চলাবলৈ ধৰিলে। ইংৰাজ কৰ্মচাৰীৰ চোকা নজৰত পৰিবলৈ শৰ্মাৰ বেছিদিন নেলাগিল। ১৯২২ চনৰ ২৬ জানুৱাৰীৰ দিনা শৰ্মাক গ্ৰেপ্তাৰ কৰি প্ৰথমে শিৱসাগৰ আৰু পিছত যোৰহাট জেলত ৰাখে। শৰ্মাক গ্ৰেপ্তাৰ কৰাৰ সময়ত চাৰি-পাঁচ হেজাৰ মানুহে শোভাযাত্ৰা কৰি শৰ্মাক আগবঢ়াই থয়। তাৰে বহুতে গোৰ্খা চিপাহীৰ সঙ্গীনৰ খোঁচ আৰু বুত জোতাৰ পিহনি খাইছিল।

সেই সময়ত শিৱসাগৰ জিলাৰ মহকুমাধিপতি আছিল মিঃ কল্‌ভিন্ ষ্টুৱাৰ্ট গণিং। ৯ ফেব্ৰুৱাৰী তাৰিখে গণিং চাহাবৰ আদালতত শৰ্মাৰ বিচাৰ হয়। বিচাৰৰ সময়ত মিঃ গণিঙে শৰ্মাক পোনে পোনে চকুপোন্দাই সুধিলে—"You want a gun ! You kill a tiger !" (তোমাক বন্দুক লাগে ! তুমি বাঘ মাৰিবা !) এই কথাখিনি সোধাৰ সময়ত গণিঙক হেনো এটা ৰাক্ষস যেন দেখা গৈছিল। বন্দুক বিচৰাৰ গুৰি কৰবাত। শৰ্মাক গ্ৰেপ্তাৰ

কৰাৰ দুদিনমান আগতে শিৱসাগৰ অঞ্চলত এটা বাঘে উপদ্ৰৱ কৰি ফুৰিছিল। 'বাঘৰ নেজেৰে কাণ খজুৱা' শৰ্মা চিকাৰীয়ে বাঘটো মাৰিবলৈ স্বয়ং গণিণ্ড চাহাবকে বন্দুক এটা খুজিছিলগৈ।

শৰ্মাৰ বিৰুদ্ধে থকা মৌজাদাৰ আৰু চি. আই. ডিৰ ৰিপোৰ্ট পঢ়ি দিয়াৰ লগে লগে গণিণ্ড চাহাবে তৰ্জন গৰ্জন কৰি শৰ্মাক ক'লে—"তুমি চৰ্কাৰ বিৰোধী ; গাঁৱে গাঁৱে মিটিং পাতি সুপ্ৰতিষ্ঠিত গবৰ্ণমেণ্টৰ বিদ্ৰোহ আচৰিছা আৰু আনকো বিদ্ৰোহী হ'বলৈ উচটাই ফুৰিছা?" বিচাৰত শৰ্মাৰ তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু ৩০০ টকা জৰিমনা, জৰিমনা অনাদায়ে আৰু তিনি মাহ মুঠতে ৬ মাহ সশ্ৰম কাৰাদণ্ড হ'ল। লগতে শৰ্মাৰ সতীৰ্থ লক্ষ্মী-কান্ত বৰুৱাৰ এবছৰ সশ্ৰম কাৰাদণ্ড আৰু যাদৱ প্ৰসাদ চলিহাৰ ৫০০ টকা জৰিমনাসহ ৬ মাহ বিনাশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। শৰ্মাই যোৰহাট জেলত, কুলধৰ চলিহা, কৃষ্ণনাথ শৰ্মা, ভুবন চন্দ্ৰ গগৈ, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, মহেন্দ্ৰ নাথ ডেকাফুকন, কৃষ্ণ কুমাৰ বৰুৱা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, উমেশ চন্দ্ৰ বৰদলৈ, মহেন্দ্ৰ চন্দ্ৰ দাস, ৰোহিণীকান্ত হাতীবৰুৱা, দেৱেশ্বৰ শৰ্মা, বিদ্যাধৰ শৰ্মা, পদ্মেশ্বৰ গোস্বামী, লক্ষেশ্বৰ বৰুৱা, অৰ্জুন সিং পাঞ্জাবী, শশীধৰ মলীয়া, দেবেন্দ্ৰ নাথ ঠাকুৰ, দিবাকৰ ফুকন, সৰ্বেশ্বৰ বৰচেতীয়া, যোগকান্ত বৰুৱা, ইন্দ্ৰেশ্বৰ চুতীয়া, বোধেশ্বৰ গগৈ, দুৰ্গাধৰ বৰুৱা, কেশৱ চন্দ্ৰ বৰা, মৌঃ পজিৰুদ্দিদ আহমদ আদিক ৰাজবন্দী হিচাপে লগ পায়।

জেল জীৱনৰ ওৰ নপৰা তিতা-কেঁহা সোৱাদৰ মাজত কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰপৰা সততে পোৱা গীতা ভাগৱতৰ অমোঘ বাণী ৰাজবন্দীসকলক পৰম তৃপ্তি দিছিল, সততা আৰু সাহসেৰে প্ৰতিকূল পৰিস্থিতিক কিদৰে জয় কৰিব পাৰি তাৰ সমল যোগাইছিল।

বৰদলৈ তেখেতসকলক শ্ৰীমৎ শঙ্কৰাচাৰ্য্যৰ অন্নপূৰ্ণা স্তোত্ৰটো লাহৰি সুৰত গাই গাই কণ্ঠস্থ কৰাইছিল—

"নিত্যানন্দকাৰী বৰাভয়কৰী
সৌন্দৰ্য্য ৰত্নাকৰী
নিৰ্ধুতাখিলঘোৰ পাৱনকাৰী
প্ৰত্যক্ষ মাহেশ্বৰী।
প্ৰালেয়াচল বংশ পাৱনকাৰী
কাশী পুৰাধিশ্বৰী
ভিক্ষাং দেহি কৃপাৱলম্বনকাৰী
মাতান্ন পূৰ্ণেশ্বৰী।"

'গৈ চাহাব' দেশভক্ত ফুকনৰ দৰে 'নগৈ চাহাব' বৰদলৈও অসহযোগ আন্দোলনত যোগ দিয়াৰ আগলৈকে পুৰাপুৰি বিলাতী জড়বাদী চাহাব আছিল। কংগ্ৰেছৰ দীক্ষা লোৱাৰ পিছৰেপৰা ভাৰতীয় শুদ্ধ শুক্ল সাজ-পোছাকৰ লগতে মন আৰু হৃদয়ো প্ৰাচীন ভাৰতীয় সনাতনী চিন্তাত গদ্ গদ্ হৈ পৰিছিল।

যোৰহাট জেলত থাকোঁতে সশ্ৰমীসকলে এল'পাত (শণ গছৰ পাত) খুন্দি তাৰপৰা আঁহ উলিয়াব লাগিছিল। এইটো এক প্ৰকাৰ অমানুষিক শাস্তি আছিল। কিয়নো এল'পাতবোৰ খুন্দোতে তাৰ বিষাক্ত এঠাবোৰ লাগি হাতৰ তলুৱাত ঘা হৈছিল। তত্নপৰি অখাদ্য খাদ্যখানাৰ সোৱাদ ধৰিব নোৱাৰাকৈ আঞ্জাত যথেষ্ট পৰিমাণে জলকীয়া দিয়াত সেই আঞ্জা ঘা লগা হাত তলুৱাত লাগি অসহনীয় কষ্ট ভুগিবলগীয়া হৈছিল। তথাপি সঙ্কটকালত দুখকো হেলাৰঙে ঠেলি দি কয়দীসকলে গাইছিল—

"মাৰভাত খাই-বই এল'পাত খুন্দোগই
মৰি যাম, মানি যাম গান্ধী নাম ৰাখি যাম।"

এল'পাত খুন্দা দৈহিক শাস্তিতকৈ আন এবিধ গুৰুতৰ মানসিক শাস্তি আছিল—'চৰ্কাৰ চেলাম।' কিছুমান ৰাজবন্দীয়ে 'চৰ্কাৰ

চেলাম' বুলি নোকোৱাৰ ফলত ইংৰাজ কৰ্মচাৰী, পুলিচ, মিলিটাৰীৰ সঙ্গীনৰ খোচ্, বুটজোতাৰ পিহনি, সৌকাৰ কোব আৰু চৰ-কিল খাবলগীয়া হৈছিল।

বেণুধৰ শৰ্মা আজি আমাৰ মাজত নাই যদিও তেওঁৰ অশৰীৰি আত্মাই 'চাৰিওৰ চৰাই'ৰ ৰূপত কোলাহল কৰি গাই ফুৰিছে। আজন্ম বিপ্লৱী স্বাধীন চিতীয়া বেণুধৰে সিৰাই সিৰাই, ৰন্ধ্রে ৰন্ধ্রে উপলব্ধি কৰিছিল আৰু অসম দেশক মণিৰাম, পিয়লি, লাচিত, মূলা, কনকলতাৰ দৰে প্ৰাণ দি ভাল পাইছিল। অসম দেশ, অসমীয়া জাতি, অসমীয়া ভাষা-সাহিত্যক শৰ্মাৰ সন্মুখত নিন্দা কৰি কোনেও সাৰি যাব নোৱাৰিছিল। কলিকতাৰ বঙ্গবাসী কলেজত পঢ়ি থাকোঁতে এদিন শ্ৰেণীত বঙালী অধ্যাপকে "জঙ্গলী অসমীয়া" বুলি কৰা নিন্দাসূচক মন্তব্যৰ শৰ্মাই ঘোৰ প্ৰতিবাদ জনাই অধ্যাপকগৰাকীক তেনে মন্তব্য উঠাই ল'বলৈ বাধ্য কৰিছিল। আন এদিন এজন বঙালী সহপাঠীয়ে অসমত নন্দ-কুমাৰৰ দৰে শ্বহীদ আছেনে বুলি প্ৰশ্ন কৰাত শৰ্মাই মনিৰাম দেৱান, পিয়লি বৰুৱা আদি একুৰি এজন শ্বহীদৰ নাম আৰু কাৰ্য্যকলাপৰ কথা কৈ সহপাঠীৰ মুখ বন্ধ কৰিছিল।

বেণুধৰ শৰ্মা প্ৰবীণ বুৰঞ্জীবিদ হোৱাৰ উপৰিও তেওঁ একেৰাহে এগৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, নিৰ্ভীক আৰু স্পষ্টবাদী সাংবাদিক, দুৰ্বাৰ জাতীয়তাবাদী, স্বাধীনতা আন্দোলনৰ আগশাৰীৰ যোদ্ধা, ন-পুৰণিৰ সমন্বয় ৰক্ষক আৰু হাড়ে-হিমজুৱে নিভাঁজ অসমীয়া আছিল। পিন্ধন-উৰণত অসমীয়া, খোজ-কাটলত অসমীয়া, খাৱন-বোৱনত অসমীয়া, আলাপ-আলোচনাত অসমীয়া, ৰং-ধেমালিত অসমীয়া, মুঠতে তলুৰপৰা তলুৱালৈ তেখেত অসমীয়া আছিল।

বেণুধৰ শৰ্মা অকণো ভেম নথকা লোক আছিল। সৰু-বৰ, ধনী-দুখী, জাতি-অজাতি, ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো মানুহকে শৰ্মাই দেখামাত্ৰকে অকৃত্ৰিম সৰল হাঁহিটো মুখত বিৰিঙাই গল্গলীয়া

মাতেৰে সম্ভাষণ জনাইছিল ; গাৰ কাষতে বহাই লৈ সাত ভাৰান্তৰ কথা পাতি ঘণ্টাৰ পিছত ঘণ্টা কটাই দিছিল। অসম বুৰঞ্জীৰ এলান্ধুকলীয়া তথ্যবোৰ নিত্য নতুন চকু যুৰিৰে চাই নতুন নতুন ৰহণ সানি নাটকীয় ভঙ্গিমাৰে এনেদৰে কৈছিল যেন সেই সময়ত কওঁতা আৰু শ্ৰোতা এখন বেলেগ ৰাজ্যতহে বিচৰণ কৰি ফুৰিছিল।

আমাৰ কবি সাহিত্যিক, সাংবাদিক সমালোচকসকলে বেণুধৰ শৰ্মাক নানা উপাধিৰে বিভূষিত কৰিছে যদিও প্ৰকৃত পক্ষে তেওঁ এজন হিষ্টৰিওগ্ৰাফাৰহে আছিল, যিজনে বুৰঞ্জীৰ শুকান হাড়তো অস্থি-মাংস দিব জানিছিল, বুৰঞ্জীৰ শুকান পাতকো নৱ-পল্লৱিত কৰি কাব্যৰস ঢালি দিব পাৰিছিল। শৰ্মাৰ মতে অসমত ইতিহাস ১৮৮৫ খৃঃত গেইট চাহাবৰ জৰিয়তেহে আৰম্ভ হয়। শৰ্মাৰ ভাষাত গেইট চাহাবকে আদি কৰি বুৰঞ্জীবিদসকলে কামৰূপ নামটো প্ৰতিষ্ঠা কৰি গ'ল।"

'স্বদেশৰ নিভাঁজ বুৰঞ্জীৰ লেখক' আনন্দৰাম ঢেকীয়াল ফুকনৰ নাম নোহোৱা হোৱাটোৰ প্ৰতি খেদ্ কৰি শৰ্মাই কৈছিল—"পিতৃ-পুৰুষ ঢেকীয়াল ফুকনৰ পূজা নকৰি আজি আমি পাহুৰাঁসকলৰ পূজা কৰিছোঁ। ইয়াতকৈ পৰিতাপৰ বিষয় আন একো হ'ব নোৱাৰে।"

বেণুধৰ শৰ্মা অসমীয়াৰ আদৰ্শ পুৰুষ আছিল। ৺লক্ষ্মীনাথ বেজবৰুৱা, ৺কমলাকান্ত ভট্টাচাৰ্য্য, ৺ৰঘুনাথ চৌধাৰী ৺অম্বিকাগিৰি ৰায়চৌধুৰী আদিৰ দৰে স্বদেশ প্ৰেমেৰে সিক্ত হৃদয়ৰ লোক আছিল বেণুধৰ শৰ্মা। স্বদেশৰ স্বাধীনতাৰ কাৰণে যুঁজি 'ৰজাকো ককাই নোবোলা' বেণুধৰ শৰ্মাই কলিকতাত বি.এ. মহলাত পঢ়ি থকা সময়তে অসহযোগ আন্দোলনত জঁপিয়াই পৰি ১৯২২ চনত কাৰাবৰণ কৰে।

শৰ্মা ডাঙৰীয়াৰ সংস্পৰ্শ লৈ যিয়ে এবাৰ আহিছে তেওঁ শৰ্মাক কোনো কালে পাহৰিব নোৱাৰে। পাঁচফুটীয়া চুটি-চাপৰ কোমোৰা

বান্ধৱ বেণুধৰ শৰ্মাই সদায় চুটিকৈ চুলি আৰু শেষ বয়সত ধকৃ-ধকীয়া বগাচাপ্ দাড়ি ৰাখিছিল। নিভাঁজ অসমীয়া পোছাক, ভৰিত পাম্প-চু, হাতত হাকোটীয়া সৌকাৰ লাঠী, কণ্ঠত প্ৰগল্ভ গলগলীয়া স্বৰ, চকুত অনুসন্ধিৎসাৰ তীক্ষ্ণ দৃষ্টি আৰু গুৰুগম্ভীৰ খোজ কাটলেৰে শৰ্মা ডাঙৰীয়া অসমীয়াৰ এজন আদৰ্শ পুৰুষ আছিল।

শৰ্মাডাঙৰীয়াৰ জীৱন আৰু কৰ্ম দুয়োটাই বৈচিত্ৰ্যময় আছিল। জীৱনী লেখকেও শৰ্মাডাঙৰীয়াৰ জীৱনী লিখিবলৈ ভয় বা টান পোৱাৰে কথা। এনে কাম নাই য'ত হইতো তেওঁ হাত দিয়া নাছিল। চাউল-ডাইলৰ দোকান দিয়াৰপৰা আৰম্ভ কৰি স্বাধীনতা সংগ্ৰামত্ জঁপিয়াই পৰি ফাটেক খাটালৈকে শৰ্মাডাঙৰীয়া প্ৰায়বোৰ কামতেই আছিল। মহাত্মা গান্ধীৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হৈ গাঁও সংগঠনৰ কামত এখন পুৰণি চাইকেলত উঠি অ'ত এদিন ত'ত এদিন চৰাইটোৰ দৰে ঘূৰি ফুৰি মানুহবোৰক স্বাৱলম্বী হোৱা আৰু দেশ স্বাধীন কৰাৰ কামত উদ্বুদ্ধ কৰি ফুৰিছিল বাবে জাঁজী অঞ্চলত শৰ্মাক হেনো লোকে 'চৰাই' নাম দিছিল। শৰ্মা ডাঙৰীয়াৰ প্ৰায়-বোৰ লেখনিৰ মাজত চাৰিংখন লুকাই থকা যেন অনুমান হয়। তেওঁৰ সাহিত্যবস্তু আৰু দেশ প্ৰেমো চাৰিংখনতে থূপখাই আছে যেন লাগে। সেই একেটা কাৰণতেই বোধকৰো জীৱনৰ শেষ মূহুৰ্তলৈকে চাৰিঙৰ কথা পাহৰা নাছিল। ১৯৩০ চনৰ পৰা মৃত্যুৰ দিনটোক (২৬-২-৮১) বাদ দি প্ৰতি বছৰে চাৰিঙত তেওঁৰ আত্মিক গুৰু মণিৰাম দেৱানৰ তিথি উছৱত যোগ দিছিল। সেয়েহে কাল ওচৰ চাপি অহাত সপোনে সচিতে কেৱল চাৰিঙলৈ যোৱা, চাৰিঙৰ সভাত বক্তৃতা দিয়া—চাৰিং চাৰিং চাৰিং তাকেই দেখিছিল, তাকেই কৈছিল। ৺লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্যত শিৱসাগৰ অঞ্চলটোৱে যিদৰে প্ৰাধান্য লাভ কৰিছে, শৰ্মাৰ সাহিত্যত ঠিক তেনেদৰে চাৰিং অঞ্চলটোৱে প্ৰাধান্য লাভ কৰিছে।

শৰ্মা ডাঙৰীয়া সৰুৰেপৰা কৌতুহলী আছিল বুলি জনা যায়।

কলিকতাত থাকোঁতেও কৌতূহল বশতঃ ৰাষ্ট্ৰীয় পাঠাগাৰলৈ প্ৰায়েই গৈছিল ; অসম আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ কাৰণে তাৰপৰা ঐতিহাসিক সমল গোটাইছিল। অসমৰ ঐতিহাসৰ এটি ঐতিহ্য আছে। এই ক্ষেত্ৰত শৰ্মাক অসমৰ ঐতিহাসৰ ধাৰক আৰু বাহক বুলি ক'ব পাৰি। গেইট, গ্ৰীয়েৰচন আদিৰ ঐতিহাসিক তথ্য আৰু বৰ্ণনা ঠাই বিশেষে স্বাৰ্থ সম্বলিত কাৰ্পণ্যদোষ বা অতিৰঞ্জিত দোষ দুষ্ট ; কিন্তু শৰ্মা ডাঙৰীয়াই বুৰঞ্জীৰ সমল বিচাৰোঁতে মুক্তাডুবীৰ দৰে কষ্ট কৰিছিল আৰু সেইবোৰক নিপুণ খনিকৰৰ কালিকালগা হাতেৰে, বছা বছা শব্দ যোজনাৰে প্ৰাণৱন্ত কৰি তুলিছিল।

কৌতুক প্ৰিয়, কলিজা ডাঠ, প্ৰত্যুৎপন্ন মতিৰ বেণুধৰ শৰ্মাক কলিকতা প্ৰবাসী অসমীয়াই 'বেণুবীৰ' বুলিও মাতিছিল বুলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰবীন্দ্ৰ অধ্যাপক ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে এই লেখকৰ দ্বাৰা সম্পাদিত "ইতিহাস ৰত্ন বেণুধৰ শৰ্ম্মা" (১৯৯৬) গ্ৰন্থত সন্নিবিষ্ট খুহুটীয়া প্ৰবন্ধ এটিত উল্লেখ কৰিছে।



# বিশ্ববীৰ চিলাৰায়

বিশ্ববিশ্ৰুত ঐতিহাসিক বীৰসকলৰ ভিতৰত নেপোলিয়ন, শিৱাজী আৰু চিলাৰায়ক শ্ৰেষ্ঠ বুলি খ্যাতনামা বুৰঞ্জীবিদ আৰ্নল্ড টনেবীয়ে মন্তব্য কৰিছে। বিশ্বকোষতো চিলাৰায়ক এজন পৃথিৱীৰ বিখ্যাত বীৰ বুলি উল্লেখ কৰা হৈছে। অতি পৰিতাপৰ কথা, বিশেষকৈ অসমীয়ালোকে বীৰপূজা কৰিবলৈ এতিয়াও শিকা নাই।

চিলাৰায়ৰ ককাদেউতা হাড়িয়া মণ্ডল গোৱালপাৰা জিলাৰ চিকনগ্ৰাম অঞ্চলৰ এজন প্ৰখ্যাত সামন্ত বা শাসনকৰ্ত্তা আছিল। প্ৰাচীন অসমৰ খাচ্ কোচ-ৰাজবংশী কুলত তেওঁৰ জন্ম। প্ৰাক্-ঐতিহাসিক যুগৰেপৰা অসমত বসবাস কৰি অহা লোকসকলৰ ভিতৰত খৈৰাম (খাছী) সকলৰ পিছতেই বড়ো, কোচ-কছাৰী-সকল। মহাভাৰততো এইসকল লোকৰ উল্লেখ পোৱা যায়। বড়ো আৰু কোচসকলে তেওঁলোকক শিৱ-মহাদেৱৰ বংশধৰ বুলি গৌৰৱ কৰি আহিছে। প্ৰাচীন কামৰূপৰ ৰত্নপীঠেই তেওঁলোকৰ আদি বাসস্থান আছিল। অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিলৈ তেওঁলোকৰ দান বিশেষভাৱে উল্লেখযোগ্য।

চিলাৰায়ৰ পিতৃ মহাৰাজ বিশ্বসিংহ কেৱল এজন বিখ্যাত যোদ্ধা আৰু বিজেতাই নাছিল; কলা, সাহিত্য, সংস্কৃতিৰো তেওঁ পৃষ্ঠ-পোষকতা কৰিছিল।

বিশ্বসিংহৰ শ্ৰেষ্ঠা মহিষী ৰত্নাকান্তিৰ পুত্ৰ নৰসিংহ বিশ্বসিংহৰ জ্যেষ্ঠ পুত্ৰ আছিল। নৰনাৰায়ণ আৰু চিলাৰায় ক্ৰমে হেমপ্ৰভা আৰু পদ্মাৱতীৰ পুত্ৰ। মহাবীৰ চিলাৰায়ে ১৪২২ শক (১৫১০ খৃঃ)ৰ মাঘ মাহৰ পূৰ্ণিমা তিথিত জন্ম গ্ৰহণ কৰে। নৰনাৰায়ণ আৰু চিলাৰায়ে কাশীৰ ব্ৰহ্মানন্দস্বামীৰ (সন্ন্যাসীৰ) আশ্ৰমত দ্বাদশ

বছৰ থাকি নানা শাস্ত্ৰ অধ্যয়ন কৰাৰ উপৰিও অস্ত্ৰবিদ্যা, অৰ্থনীতি, দৰ্শন আৰু ৰাজনীতি বিজ্ঞান অধ্যয়ন কৰিছিল।

বিশ্বসিংহৰ ওঠৰজন ( মতান্তৰে উনৈশজন ) পুত্ৰ আছিল। তেওঁ জীৱিত কালতে এটি ভাগ্য পৰীক্ষাৰ দ্বাৰা পুতেকসকলে তেওঁৰ মৃত্যুৰ পিছত কৰিবলগীয়া কামৰ ভাগ-বতৰা কৰি থৈ যায়। সেই অনুসৰি জ্যেষ্ঠপুত্ৰ নৰসিংহই কোচৰাজ্যৰ বাহিৰত আধিপত্য চলোৱাৰ নিৰ্দেশ পাইছিল। নৰনাৰায়ণ আৰু চিলাৰায় বিশ্বসিংহৰ পিছত ক্ৰমে ৰজা আৰু দেৱান হোৱাৰ অধিকাৰ পাইছিল। দেৱানজনে একে সময়তে মুখ্যমন্ত্ৰী আৰু সেনাপতিৰ কাম চলাব লাগিছিল।

১৫৩৩ খৃঃ বিশ্বসিংহৰ মৃত্যু হোৱাত নৰসিংহ ৰজা হয়। সেই সময়ত নৰনাৰায়ণ আৰু চিলাৰায় কাশীত শাস্ত্ৰ অধ্যয়ন কৰি আছিল। এনেতে ধাত্ৰী ৰতনীয়ে দূত পঠিয়াই তেওঁলোকক খবৰ দিয়াত দুয়ো তুৰন্তে ৰাজধানীলৈ আহে। নৰসিংহই ৰাজ্য এৰি দিবলৈ সন্মত নোহোৱাত তেওঁৰ লগত এখন চুৰচুৰীয়া ৰণ হয়। ৰণত তিষ্ঠিব নোৱাৰি কোচবংশৰ উপাস্য দেৱী কামাখ্যাৰ মূৰ্তি আৰু হনুমান-দণ্ড লৈ নৰসিংহ প্ৰথমে শদিয়া অঞ্চলৰ মোৰঙলৈ, পাছত নেপাললৈ পলায় যায়। ইতিমধ্যে নৰনাৰায়ণ কোচ-কমতা ৰাজ্যৰ সিংহাসনত অধিষ্ঠিত হয় আৰু চিলাৰায়ক দেৱান পদত নিযুক্ত কৰি 'সংগ্ৰাম সিংহ' উপাধিৰে বিভূষিত কৰে। তাৰ কিছু দিনৰ পিছতে নৰসিংহৰপৰা চিলাৰায়ে কামাখ্যা দেৱীৰ মূৰ্তি আৰু হনুমান-দণ্ড কাঢ়ি লয়। নৰনাৰায়ণে ৰাজপাট লোৱাৰ সময়ত "নাৰায়ণী" নামৰ এবিধ সোণৰ মোহৰ মৰায়।

ইয়াৰ পিছত নৰনাৰায়ণ আৰু চিলাৰায় ৰাজ্য বিস্তাৰৰ বাবে মন মেলি এটি দুৰ্জেয় সৈন্য বাহিনী গঠন কৰে।

কোচ-আহোমৰ মাজত যে এসময়ত এখন ঘোৰতৰ যুদ্ধ হ'ব এই কথা দুয়ো দলে জানি আছিল। কোচভ্ৰাতা হেমধৰ, ৰামধৰ আৰু দীপ সিংহ তীৰ্থ ভ্ৰমণ কৰিবলৈ অসমলৈ আহোঁতে আহোম

সৈন্যৰ হাতত ভ্ৰামৰীকুণ্ড ( ভৈৰবকুণ্ডত ) মৃত্যু হোৱা ঘটনাই যুদ্ধৰ দ্রুত কাৰণ ৰূপে দেখা দিলে। এই ঘটনাটো ১৫৪৬ খৃঃত ঘটে। ১৫৫৫ খৃঃত নৰনাৰায়ণে ঘটনাটোৰ এটি শান্তিপূর্ণ সমাধান বিচাৰি আহোম ৰজালৈ ভাৰ-ভেটী আৰু এখনি পত্রসহ শতানন্দ কাৰ্জী, ৰামেশ্বৰ শৰ্মা, কালকেতু চৰদাৰ, ধুমা চৰদাৰ আদিক দূত হিচাপে পঠায়। আহোমৰাজ আৰু তেওঁৰ ডা-ডাঙৰীয়াসকলে নৰনাৰায়ণৰ আবেদন-নিবেদনৰ কোনো শান্তিপূর্ণ সমিধানতো নিদিলেই আন-হাতে যুদ্ধৰ ভাবুকিহে দিলে। আহোমৰ লগত ৰণ দিয়াটোকে স্থিৰ সিদ্ধান্ত লৈ নৰনাৰায়ণ আৰু চিলাৰায়ে ছয়লাখ সৈন্যৰ এটি বিৰাট বাহিনী প্রস্তুত কৰিলে। ১৫৬২ খৃঃ ১০ জানুৱাৰী তাৰিখে চিলাৰায়ৰ ৫৩ তম জন্মদিনৰ দিনা আহোমৰ বিৰুদ্ধে যুদ্ধ যাত্রা আৰম্ভ কৰিলে।

কথিত আছে যে চিলাৰায় দেৱ-সেনাপতি কার্তিকৰ দৰে যোদ্ধা আৰু ৰূপৱান আছিল। আর্যগঢ়ী চেহেৰাৰ, চাৰে ছয়ফুট ওখ, শুক্ল শুদ্ধ পোছাক পৰিহিত, শ্বেত বর্ণৰ পতাকা আৰু শুকুলামেঘৰ দৰে দৈত্যকায় ঘোঁৰাৰ পিঠিত উঠি 'শুক্লধ্বজ' নাম সার্থক কৰি বীৰ চিলাৰায় সেনা বাহিনীৰ আগত বৈদ্যুতিক গতিৰে আগুৱান হৈছিল।

বিখ্যাত নৌসেনাপতি ভক্তমাল আৰু টেপুৰ নেতৃত্বত ব্রহ্মপুত্রৰ বুকুয়েদি আহোমৰ সিংহাসন দখল কৰিবলৈ কোচ নৌবাহিনী এনেদৰে বায়ুবেগে উজাবলৈ ধৰিলে।

দলদোপ, হেন্দোলদোপ, কৰি মেদিনী কঁপাই কোচ-সৈন্যদল আহি আমিনগাঁও ( য'ত আজি চিলাৰায়ৰ মূর্তি স্থাপন কৰা হৈছে ) পালত উজনিত উৎপীড়িত চুতিয়াসকলে আগুৱাই আহি বীৰ ভাতৃদ্বয়ক অভিবাদন কৰিলে, স্বাগতম জনালে।

অলপ দিনৰ ভিতৰতে সৈন্যদলে তেজপুৰ পালে। বাটত ভৰলী ( নামান্তৰে ভৈৰৱী ) নামৰ সৰু নৈ এখন পাই চিলাৰায়ে ঘোঁৰাৰ

পিঠিত উঠিয়েই চিলাটোৰ দৰে চৌমাৰি নিমিষতে অতিক্ৰম কৰি 'বীৰ চিলাৰায়' নাম সাৰ্থক কৰিলে। তাৰ পিছত তেওঁ আহোম ৰাজ্যৰ প্ৰতিটো অঞ্চল দখল কৰি গ'ল। মাত্ৰ এমাহৰ ভিতৰতে গৌৰৱময় আহোম ৰবি নৰনাৰায়ণ-চিলাৰায়ৰ হাতত অস্তমিত হোৱাৰ ঘোৰ আশংকাই দেখা দিলে। সংগ্ৰাম সিংহৰ বিপুল সৈন্য বাহিনীৰ হাতত আহোম সৈন্য ছেদেলি-ভেদেলি হৈ পৰিল। চুখামফা প্ৰাণ লৈ পলাই গৈ চৰাইদেও পৰ্বতত আশ্ৰয় ল'লে। আহোম সেনাপতি, ডা-ডাঙৰীয়াসকলৰ নিৰাপত্তা হেৰাই গ'ল। মল্লবীৰ ভাতৃদয়ে দ্বিগবিজয়ৰ অভিলেখ স্থাপন কৰি আহোমৰ ৰাজধানী গড়গাঁও দখল কৰি কাৰেঙঘৰত প্ৰবেশ কৰিলে। লগে লগে মহাৰাজ নৰনাৰায়ণে আহোমৰ ৰাজ সিংহাসনত উপবিষ্ট হৈ পিতৃৰ অভীষ্ট সিদ্ধি কৰাৰ লগতে ভ্ৰাতৃ হত্যাৰ প্ৰতিশোধ ল'লে। শেষত উপায়ন্তৰ হৈ পলৰীয়া ৰজা চুখামফা চৰাইদেও পৰ্বতৰপৰা নামি আহি দুটা সোণৰ মোহৰ, দুখন ৰূপৰ শৰাই বশ্যতাৰ চিন স্বৰূপে মহাৰাজ নৰনাৰায়ণলৈ আগবঢ়ালে। তাৰ পিছতে কোচ-আহোমৰ মাজত সন্ধি স্থাপন হ'ল।

আহোম ৰাজ্য সম্পূৰ্ণ হস্তগত হোৱাৰ পিছত বীৰ চিলাৰায়ে ক্ৰমে কছাৰী, জয়ন্তীয়া, মণিপুৰ, খৈৰাম (খাছী ৰাজ্য) আৰু চিৰঠ (শ্ৰীহট্ট) ৰাজ্য জয় কৰি ৰজাসকলৰপৰা আনুগত্য লাভ কৰি অপৰিমেয় ধন-সোণ, মৰম-শ্ৰদ্ধাৰ উপঢৌকন্ হিচাপে লৈ ৰাজধানীলৈ প্ৰত্যাগমন কৰে। উভতি যাওঁতে বাটত কামাখ্যা দেৱীৰ মন্দিৰ দৰ্শন কৰি মন্দিৰৰ জৰাজীৰ্ণ অৱস্থা দেখি অন্তৰত গভীৰ বেদনা অনুভৱ কৰে। লগতে চিলাৰায়ে মাত্ৰ এবছৰৰ ভিতৰতে মেঘ-মুকডামৰ তত্বাৱধানত বৰ্তমানৰ কামাখ্যা মন্দিৰ নিৰ্মাণ কৰে। মন্দিৰৰ প্ৰৱেশদ্বাৰত বীৰ-ভাতৃদ্বয়ৰ প্ৰস্তৰ নিৰ্মিত মূৰ্তি স্থাপন কৰে আৰু প্ৰবেশদ্বাৰৰ বাঁওফালে থকা শিলালিপিত মন্দিৰ নিৰ্মাণৰ ইতিহাস খোদিত কৰে।

পূৰ্বাঞ্চল জয় কৰাৰ পিছত চিলাৰায়ে গৌড় জয়ৰ অভিযান চলায় যদিও নবাব চুলেমান কৰণানীৰ হাতত বন্দী হয়। বন্দী অৱস্থাত প্ৰায় ছমাহ থকাৰ পিছত নবাবৰ মাতৃক সাপে খোটাত চিলাৰায়ে শুশ্ৰূষা কৰি ভাল কৰে। মাতৃৰ পুনৰ্জন্মৰ প্ৰতিদান স্বৰূপে চিলাৰায়ক মুক্তি দিয়া হয়, লগতে স্থাৱৰ-অস্থাৱৰ বহুতো উপহাৰ আৰু এগৰাকী, মতান্তৰে চাৰিগৰাকী ৰূপৱতী কন্যা উপহাৰ দিয়ে। চিলাৰায়ে মুক্তি পালেও এই অপমানৰ শোক তেওঁ পাহৰিব পৰা নাছিল। ইতিমধ্যে ১৫৭১ খৃঃত মোগল সম্ৰাট আকবৰে গৌড় জয় কৰাৰ উদ্দেশ্যে কোচ ৰজাৰ সহায় বিচৰাত চিলাৰায়ে এই প্ৰস্তাৱ আনন্দেৰে গ্ৰহণ কৰে। কোচ-মোগলৰ যুক্ত-শক্তিৰ হাতত বংগৰ নবাবৰ চৰম পৰাজয় ঘটে আৰু আকবৰ-নৰনাৰায়ণৰ মাজত গৌড় ৰাজ্য ভাগ হয়।

চিলাৰায়ৰ জীৱনৰ চৰম আনন্দ দিনটোতে যুদ্ধ ক্ষেত্ৰতে পুত্ৰ লাভৰ সংবাদ লাভ কৰে। দুয়ো ভাতৃয়ে পৱিত্ৰ গংগাত স্নান কৰি ব্ৰাহ্মণ-সন্ত-সাধু আৰু দুখীয়াক ধন-সোণ দান কৰে। এই চৰম আনন্দ প্ৰাপ্তিৰ সময়টোৱেই যে চৰম বিষাদৰ কাল আছিল তাক কোনেও জনা নাছিল। হঠাৎ বিশ্ববীৰ চিলাৰায় বসন্ত ৰোগৰ দ্বাৰা আক্ৰান্ত হৈ ইহলীলা সম্বৰণ কৰিলে।



# দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মা

এশ বছৰ পূৰ্বে যোৰহাটৰপৰা কেইমাইলমান দূৰৰ পটিয়াগাঁও নামে এখন সৰু গাঁৱত জন্ম লাভ কৰা দুৰ্গেশ্বৰ শৰ্মাই জীৱনজোৰা সাধনাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জীত নিজৰ নাম চিৰস্মৰণীয় কৰি থৈ গৈছে। ৺কমলেশ্বৰ শৰ্মা আৰু ৺নৰেশ্বৰী দেৱীৰ বৰপুত্ৰ ৺দুৰ্গেশ্বৰ শৰ্মাই অসমীয়া সাহিত্যত বৈদান্তিক-দাৰ্শনিক কবি হিচাপে প্ৰসিদ্ধি লাভ কৰিছিল। তদুপৰি বিংশ শতাব্দীৰ আগ-ডোখৰত অসমীয়া নাট্য সাহিত্যৰ অভাৱলৈ লক্ষ্য কৰি 'পাৰ্থ-পৰাজয়' আৰু 'বালীবধ' নামে দুখন পৌৰাণিক নাটক, 'চন্দ্ৰাৱলী' আৰু 'পদ্মাৱতী' নামে দুখন ছেক্সপীয়েৰীয় নাটক প্ৰণয়ন কৰিছিল। 'পাৰ্থ-পৰাজয়' নাটখনিৰ বিষয়বস্তু মহাভাৰতৰ অশ্বমেধ পৰ্বৰ পৰা লোৱা হৈছে যদিও নাটখনিৰ অৰ্জুন আৰু বভ্ৰুবাহনৰ চৰিত্ৰ দুটাত শৰ্মাই স্বকীয় প্ৰতিভা আৰু নাট্য-কৌশল বিশেষভাৱে সংযোগ কৰিছে।

'বালীবধ' নাটখনিৰ কথাবস্তু শৰ্মাই ৰামায়ণৰ পৰা গ্ৰহণ কৰিছে। নাটখনিত ৰামে বালীক বধ কৰাৰ বাবে ৰামক দোষী সাব্যস্ত নকৰি তেওঁক 'ধৰ্মৰ অস্থায়ী প্ৰবক্তা' হিচাপে মানি লৈ বালীক বধ কৰা কাৰ্য্যক যুক্তিযুক্ত বুলি কৈছে।

শৰ্মাৰ ছেক্সপীয়েৰীয় নাটক দুখনি 'চন্দ্ৰাৱলী' আৰু 'পদ্মাৱতী' ক্ৰমে 'এজ ইউ লাইক ইট' আৰু "চিম্বেলিনৰ 'প্ৰায়-আক্ষৰিক অনুবাদ' বুলি ডঃ মহেন্দ্ৰ বৰাই মন্তব্য কৰিছে।

শৰ্মাই 'জোনাকী যুগৰ' পৰা ৰামধেনু যুগলৈকে একেৰাহে বেদান্ত দৰ্শনৰ দ্বাৰা পৰিপুষ্ট কবিতাৰ অঞ্জাল আগবঢ়াই আহিছিল। তেওঁৰ কবিতাত আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদ অতি

সুন্দৰভাৱে প্ৰকাশ পাইছে। তেওঁৰ কাব্যগ্ৰন্থ অঞ্জলি, নিবেদন আৰু উপাসনাত দাৰ্শনিক চিন্তাধাৰা ক্ৰমে পৈণত ৰূপত ধৰা দিছে। 'উপাসনা'ত সন্নিবিষ্ট কবিতা পঁচিশটা বিভিন্ন আলোচনীৰপৰা সংগ্ৰহ কৰি ডঃ বৰাই 'উপাসনা' নামেৰে সঙ্কলিত কৰিছে। এই কাব্যিক তথা ভক্তিমূলক নামটো থোৱাৰ যুক্তিযুক্ততা দৰ্শাই ডঃ বৰাই কৈছে—'সেইবোৰ কবিতাৰ সৰহ ভাগৰে বিষয়বস্তু হৈছে, জীৱনৰ গধূলি লগনত কবিৰ মহাজীৱন-বন্দনা।'

দুৰ্গেশ্বৰ শৰ্মা যোৰহাটৰপৰা কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকাত পৰীক্ষাত প্ৰতিযোগিতামূলক জলপানী লৈ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ, কোচবিহাৰৰ ভিক্টোৰিয়া কলেজৰ এফ, এ শ্ৰেণীত ভৰ্ত্তি হৈ ১৯০৩ চনত স্নাতক হয়। ১৯০৬ চনত কৃতিত্বৰে বি, এল পৰীক্ষা পাছ কৰি ১৯০৭ চনৰ জুলাই মাহৰ আৰম্ভণিৰেপৰা যোৰহাটত ওকালতি আৰম্ভ কৰে। ১৯১০ চনত মেলেঙৰ প্ৰথম অসমীয়া চাহ খেতিয়ক ৰোমেশ্বৰ বৰুৱাৰ নাতিনী আৰু জীৱেশ্বৰ বৰুৱাৰ কন্যা সাৱিত্ৰী দেৱীক বিয়া কৰায় আৰু ১৯১১ চনত দেউতাকৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ ধুবুৰীত ডেপুটী মেজিষ্ট্ৰেট পদ গ্ৰহণ কৰে। ১৯৩৪ চনৰপৰা প্ৰায় ১৬ বছৰ কাল ক্ৰমে শ্ৰীহট্ট জিলাৰ অতিৰিক্ত জিলাধিপতি, অসমৰ ভূমিলেক্ষ বিভাগৰ অধিকৰ্তা, আবকাৰী বিভাগৰ আয়ুক্ত আৰু আয়কৰ বিভাগৰ আয়ুক্ত প্ৰভৃতি কেইবাটিও উচ্চ দায়িত্বসম্পন্ন পদত কাম কৰে। ১৯৩৯ চনত কেন্দ্ৰীয় ব্যৱস্থাপক সভাত অসম চৰকাৰৰ হৈ প্ৰতিনিধিত্ব কৰা, প্ৰাক-স্বাধীনতা যুগৰ অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ অনুৰোধক্ৰমে 'অসম কানি নিবাৰণৰ অভিযান'ৰ অধিকৰ্তা পদ তেওঁ গ্ৰহণ কৰিছিল। চৰকাৰী চাকৰিৰপৰা অৱসৰ লোৱাৰ পাছতো ১৯৫০ চনলৈকে গৌৰীপুৰ-ৰাজহ দেৱান, বিজনী-ৰাজহ দেৱান আৰু উত্তৰ-পূব সীমান্ত ৰেল-পথৰ নিযুক্তিকৰণ সমিতিৰ সদস্য আদি ভালেমান গুৰুত্বপূৰ্ণ পদত

থাকি অসমৰ প্ৰশাসনীয়, অৰ্থনৈতিক তথা সমাজ উন্নয়নমূলক কামত তেওঁ যথেষ্ট অৰিহণা যোগাই গৈছে।

৺দুৰ্গেশ্বৰ শৰ্মাৰ জীৱনৰ সৰু-বৰ ভালেমান কথাই আমাক আকৰ্ষণ কৰে। তেওঁ হেনো নিতৌ সন্ধিয়া ৭ বজাতে শুবলৈ লৈছিল আৰু শেষ ৰাতি তিনি বজাতে উঠি মুখ-হাত ধুই অধ্যয়ন আৰম্ভ কৰিছিল। শোৱনী কোঠাতে থকা পুথিভৰালটো বেদ, উপনিষদ, ৰামায়ণ, মহাভাৰত আদি প্ৰাচীন ভাৰতীয় দাৰ্শনিক গ্ৰন্থসমূহেৰে ঠাহ খাই আছিল। অসমীয়া বৈষ্ণৱ ধৰ্মৰ মূল গ্ৰন্থসমূহ, কোৰাণ, বাইবেল, বৌদ্ধ আৰু জৈন ধৰ্মগ্ৰন্থ, স্বামী দয়ানন্দ সৰস্বতীৰ 'সত্যাৰ্থ-প্ৰকাশ', 'ৰামকৃষ্ণ কথামৃত, আদি গ্ৰন্থসমূহো আছিল।

নিৰামিষ আহাৰ তেওঁৰ বৰ প্ৰিয় আছিল যদিও, মাজে মধ্যে কেতিয়াবা মাছো খাবলগীয়া হৈছিল। এদিন নৈশ ভোজনত ৰৌ মাছ খাওঁতে এটি ঘটনা ঘটিছিল। ৰাতি ভাত খাওঁতে ৰৌ মাছ খাই—এই ৰৌ মাছনো ক'ত পালে সহধৰ্মিনীক সুধিলে। সহ-ধৰ্মিনীয়ে ক'লে যে সেইদিনা এজন গোসাঁই অধিকাৰে ঘোঁৰাত উঠি আহি সেই ৰৌ মাছটো দি গৈছিল। হাকিম দুৰ্গেশ্বৰ শৰ্মাৰ এই ৰৌ মাছৰ তত্ত্ব-ভেদ কৰিবলৈ বেছি সময় নেলাগিল। পিছদিনা শিৱসাগৰ কাছাৰীত গোসাঁই অধিকাৰৰ 'কেচ্' উঠিল। হাকিম দুৰ্গেশ্বৰ শৰ্মাই দুয়ো পক্ষৰ উকীলক ঘটনাৰ আদ্যোপান্ত কৈ তেওঁ সেই কেচ্‌টো চলাবলৈ অসমৰ্থ বুলি ক'লে। শেষত বাধ্য হৈ দুয়ো পক্ষৰ উকীলে গোসাঁই অধিকাৰৰ মোকৰ্দমাটো আদালতৰপৰা উঠাই লৈ মীমাংসা কৰিলে। এই ৰৌ মাছৰ ৰহস্যই বোলে দুৰ্গেশ্বৰ শৰ্মাক সম্পূৰ্ণ নিৰামিষ আহাৰী কৰিলে।

৺শৰ্মা অতি মৰমীয়াল আৰু নিৰহঙ্কাৰী আছিল। বৃটিছ চৰকাৰৰ সু-উচ্চ পদবীত অধিষ্ঠিত হ'লেও তেওঁ নিভাজ অসমীয়া আহাৰহে খাইছিল আৰু কোনো দিনে ক্লাব আদিত যোগ নিদিছিল।

এবাৰ অসম চৰকাৰৰ প্ৰতিনিধি নিৰ্বাচিত হৈ ছিমলাত বহা চেণ্ট্ৰেল এছেম্বলীত যোগ দিছিল। সাধাৰণতে এনে ধৰণৰ সন্মান কোনো ভাৰতীয়ক দিয়া নহৈছিল। ছিমলাত বহা এই কেন্দ্ৰীয় সভাত দুৰ্গেশ্বৰ শৰ্মা অভিজাতপূৰ্ণ চৰকাৰী বাস ভৱনত নেথাকি সেই সময়ত ছিমলাত থকা প্ৰসিদ্ধ কংগ্ৰেছী নেতা কুলধৰ চলিহাৰ আলহী হৈছিল।

দুৰ্গেশ্বৰ শৰ্মা বাহিৰে-ভিতৰে একেজন ব্যক্তি আছিল। কাব্যিক দৰ্শনে তেওঁৰ দৈনন্দিন জীৱনৰ কৰ্মক্ষেত্ৰত প্ৰভাৱ পেলাইছিল।

শৰ্মাৰ উদাৰ মনৰ পৰিচয় তেওঁৰ জীৱনৰ বহু ঘটনাৰ মাজেদি লক্ষ্য কৰা যায়। এদিন প্ৰাতঃ ভ্ৰমণ কৰোঁতে দাড়ি-চুলি কটা মানুহজনৰ পুতেক ঢুকুৱা খবৰ পাই লগে লগে খবৰ লৈ সমবেদনা জনাই আহিছিল। ৺শৰ্মাৰ ঘৰত প্ৰায়েই সন্ত-সাধু, পণ্ডিত-সন্ন্যাসী আদি জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে আলহী থাকিছিল আৰু ৺শৰ্মাই সিসকলৰ লগত ধৰ্ম আৰু দৰ্শন সম্পৰ্কীয় আলোচনা কৰিছিল। আৰবী ভাষাত লিখা মূল কোৰাণ অধ্যয়ন কৰি তাৰ তত্ত্ব বুজিবৰ কাৰণে ঘৰতে আৰবী শিক্ষক ৰাখি আৰবী ভাষা শিকিছিল।

কলিকতাৰ খৃষ্টান ধৰ্মী লোক চিফ্ প্ৰেছিডেন্সি মেজিষ্ট্ৰেট জে. কে. বিশ্বাস গুৱাহাটীলৈ আহিলে তেওঁৰ ঘৰতে আলহী থাকিছিল আৰু পুৱা-গধূলি শৰ্মাৰ লগত গোসাঁই ঘৰত বহি একেলগে প্ৰাৰ্থনা কৰিছিল। উল্লেখনীয় যে জে. কে. বিশ্বাসে জীৱনৰ শেষাৱস্থাত সকলো সা-সম্পত্তি ৰামকৃষ্ণ মিছনক দান কৰি যায়।

৺শৰ্মাই জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো মানুহৰ শাৰীত বহি খোৱা-বোৱা কৰিছিল। এবাৰ কামৰূপৰ এখন ব্ৰাহ্মণ সমাজত বক্তৃতা দিওঁতে ব্ৰাহ্মণসকলক হাল বাবলৈ উপদেশ দিয়া কথা সেই সময়ৰ নতুন অসমীয়া কাকতত প্ৰকাশ পাইছিল।

এসময়ত শৰ্মা ন্যায়াধীশ থাকোঁতে হাজোৰ হয়গ্ৰীৱ মন্দিৰত অনুসূচীত বৰ্ণৰ লোকসকলৰ প্ৰৱেশ অধিকাৰ লৈ আদালতত

মোকৰ্দমা উঠাত হাজোৰ মন্দিৰত সকলো বৰ্ণৰ মানুহৰ প্ৰৱেশ অধিকাৰ সাব্যস্ত কৰি ৰায় দিছিল। শৰ্মাৰ ৰায়ৰ বিৰোধিতা কৰি তাৰতৰ উচ্চতম ন্যায়ালয়ত আপীল কৰা হৈছিল যদিও উচ্চতম ন্যায়ালয়েও শৰ্মাৰ ৰায়কে বাহাল ৰাখিছিল।

দুৰ্গেশ্বৰ শৰ্মা জীৱনৰ সকলো কামতে পৰিপাটি, নিয়মিত আৰু মিতব্যয়ী আছিল। ঠিক সময় মতে অফিচলৈ গৈছিল আৰু অফিচৰ সকলো কাম নিয়াৰিকৈ শেষ কৰি সদায় দুই বজাত ঘৰলৈ আহিছিল। সুদীৰ্ঘ চাকৰি কালত কোনো দিনে অফিচৰ ফাইল আনিব লগা নহৈছিল বা নানিছিল। তেওঁ অফিচৰপৰা সদায় দুই বজাত ঘৰলৈ অহা কাৰণে ছাৰ মহম্মদ ছাদুল্লা অসমৰ প্ৰধানমন্ত্ৰী হৈ থকা কালত বিধান সভাত এটি প্ৰশ্ন উঠিছিল। উত্তৰত প্ৰধান-মন্ত্ৰী ছাৰ মহম্মদ চাদুল্লাই কৈছিল—

**'Yes, it is a fact that Sri Durgeswar Sarmah is in the habit of leaving his office at 2 O'-clock; But it is also a fact that he has been charged with the care of five departments instead of the normal two. And it is also a fact that he has been looking after all the five departments equally, efficiently."**

বৃটিছ চৰকাৰৰ উচ্চ পদস্থ কৰ্মচাৰী হৈও স্বদেশপ্ৰেম আৰু দেশাত্মবোধ তেওঁৰ জীৱনৰ প্ৰতিটো কথাতে প্ৰতিফলিত হৈছে। সুদীৰ্ঘ ডেৰকুৰি বছৰ ইংৰাজ চৰকাৰৰ প্ৰশাসনীয় বিভাগত থাকি দুৰ্গেশ্বৰ শৰ্মাই স্বাধীনতা আন্দোলনৰ সংগ্ৰামীসকলৰ ওপৰত লাঠী চালনা নাইবা গুলী চালনাৰ হুকুম দিয়া নাছিল। স্বাধীনতা আন্দোলনকাৰীক গ্ৰেপ্তাৰ কৰাৰ আগতে অন্তৰ্ধান হোৱাৰ সুবিধা দিয়া দৃষ্টান্ত অলেখ আছে। আনকি বহুতো বিপ্লৱী নেতাই শৰ্মাৰ ঘৰতেই আশ্ৰয় লৈ নিৰ্ভয়ে থাকিছিল। ইংৰাজ চৰকাৰৰ অধীনত

হবিগঞ্জত চাকৰি কৰি থাকোঁতে এবাৰ মহাত্মা গান্ধীয়ে অনশন কৰাত শৰ্মায়ো পৰিয়ালবৰ্গৰ লগত অনশন কৰিছিল।

এইজন স্বনামধন্য অসম মাতৃৰ সুসন্তান দাৰ্শনিক কবি, নাট্যকাৰ, সুপ্ৰসিদ্ধ প্ৰশাসক, ন্যায়োনিষ্ঠ বিচাৰক, সৰ্বধৰ্ম সমন্বয়ৰ প্ৰতীক, ভাৰতীয় বেদান্ত দৰ্শনৰ ধ্বজাবাহী সৰল আৰু উদাৰ-প্ৰাণ দুৰ্গেশ্বৰ শৰ্মাই প্ৰায় চাৰিকুৰি বছৰ বয়সত ১৯৬১ চনৰ ৪ ছেপ্তেম্বৰ সোমবাৰে আবেলি ৪ বাজি ৩০ মিনিটত ইহলীলা সম্বৰণ কৰে। মৃতকৰ ইচ্ছা অনুসৰি কামাখ্যাৰ নামনিত ব্ৰহ্মপুত্ৰৰ বালিত শেষকৃত্য সম্পন্ন কৰা হয়।



# কুমাৰ ভাস্কৰ বৰ্মা

( ৫৯৪—৬৫০ খৃঃ )

সুস্থিত বৰ্মনৰ দুজন পুতেক ক্ৰমে সুপ্ৰতিষ্ঠিত বৰ্মন আৰু ভাস্কৰ বৰ্মন। তেওঁলোকৰ মাতৃৰ নাম শ্যামাদেৱী আছিল। সুস্থিত বৰ্মনৰ মৃত্যুৰ পিছত তেওঁৰ জ্যেষ্ঠপুত্ৰ সুপ্ৰতিষ্ঠিত বৰ্মন ৰজা হয়। তেওঁ বৰ ধাৰ্মিক আৰু প্ৰজাৰঞ্জক আছিল। সিংহাসনত বহাৰ প্ৰায় এবছৰ পিছতে তেওঁৰ মৃত্যু হোৱাত ভায়েক ভাস্কৰ বৰ্মন ৰজা হয়। এই ভাস্কৰ বৰ্মনেই প্ৰাচীন কামৰূপৰ গৌৰৱ সূৰ্য আৰু বৰ্মন বংশৰ সৰ্বশ্ৰেষ্ঠ ৰজা।

ভাস্কৰ বৰ্মাই সুদীৰ্ঘ আঠৈকুৰি বছৰ কাল, যশ-মান আৰু সুখ্যাতিৰে ৰাজত্ব কৰিছিল। তেওঁ পুব ভাৰতৰ একছত্ৰী সম্ৰাট আছিল। মহাভাৰতৰ যুদ্ধত এই ভাস্কৰৰে পূৰ্বপুৰুষ ভগদত্তই যিদৰে প্ৰাগজ্যোতিষৰ গৌৰৱ বঢ়াইছিল সেইদৰে ভাস্কৰ বৰ্মনেও উত্তৰ ভাৰতৰ একছত্ৰী ৰজা হৰ্ষবৰ্ধনৰ লগ হৈ 'গৌড়ৰ বিষধৰ সাপ' শশাংকক পৰাজয় কৰি কামৰূপৰ গৌৰৱ বঢ়াইছিল।

## কামৰূপ আক্ৰমণ

গৌড়ৰ ৰজা শশাংক, ভাস্কৰ বৰ্মা আৰু হৰ্ষবৰ্ধনৰ উমৈহতীয়া শত্ৰু আছিল। মালৱৰ ৰজা দেৱগুপ্তৰ লগত যোগ হৈ কনৌজৰ ৰজা গ্ৰহ বৰ্মনৰ মৌখাৰিক হত্যা কৰা আৰু তাৰ পিছত বিশ্বাস-ঘাতকতা কৰি হৰ্ষবৰ্ধনৰ ককায়েক ৰাজ্যবৰ্ধনকো হত্যা কৰাৰ কথা আগতে কৈ অহা হৈছে। ইফালে কামৰূপৰ ৰজা স্থিত বৰ্মনৰ সময়ত গৌড় ৰজাই কামৰূপ ৰাজ্য আক্ৰমণ কৰি কামৰূপ ৰাজ্যৰ

দক্ষিণ পূব অঞ্চল কাঢ়ি লয়। শশাংকই সিমানতো সন্তুষ্ট নাথাকি কামৰূপ ৰাজ্য পুনৰ আক্ৰমণ কৰাৰ চেলু বিচাৰি আছিল। ভাস্কৰ বৰ্মন ৰজা হৈয়েই জন্মভূমিৰ হেৰোৱা গৌৰৱ উদ্ধাৰৰ কাৰণে উঠি-পৰি লাগিল। শশাংকক অকলে পৰাজয় কৰাটো কঠিন হ'ব বুলি ভাবি হৰ্ষবৰ্ধনৰ সহায় ল'বলৈ স্থিৰ সিদ্ধান্ত কৰি হংসবেগক হৰ্ষবৰ্ধনৰ ওচৰলৈ দূত হিচাপে পঠাবলৈ স্থিৰ কৰিলে।

## ভাস্কৰ বৰ্মাৰ উপহাৰ

হংসবেগে হৰ্ষবৰ্ধনৰ সৈতে প্ৰাৰম্ভিক আলোচনা কৰাৰ পিছত হৰ্ষবৰ্ধনলৈ নিয়া উপহাৰবিলাক এবিধ এবিধ কৈ দেখুৱাব ধৰিলে। বাণভট্টৰ হৰ্ষচৰিতত এই উপহাৰবোৰৰ যথাযথ আৰু মনোৰম বৰ্ণনা দিয়া আছে। এই উপহাৰবোৰলৈ মন কৰিলে কামৰূপ ৰাজ্য ষষ্ঠ আৰু সপ্তম শতিকাতে শিল্প আৰু উদ্যোগত কিমান আগবঢ়া আছিল· সহজে অনুমান কৰিব পাৰি! সেই যুগত উত্তৰ ভাৰতৰ লগত অসমৰ যাতায়াত আৰু যোগাযোগ ব্যৱস্থাও উন্নত আছিল।

গুপ্তবংশৰ ৰাজত্বকালৰে৷ আগৰেপৰা উত্তৰ ভাৰত আৰু পূব ভাৰতৰ শুদ্ধ ভাষা বা লিখিত ভাষা সংস্কৃত আছিল। শিক্ষাৰ মাধ্যম সংস্কৃত আছিল আৰু লিপি গ্ৰন্থ, সন্দেশপত্ৰ আদি সংস্কৃত ভাষাত লিখা হৈছিল। কাজেই হংসবেগেও ৰজাৰ লগত সংস্কৃত ভাষাতে কথোপকথন কৰিছিল বুলি অনুমান কৰিব পাৰি।

## বৰুণৰ ছাতি

হংসবেগৰ নিৰ্দেশ অনুসৰি হৰ্ষবৰ্ধনলৈ উপহাৰ দিয়া ছাতিটো ৰাজসভালৈ অনা হ'ল। ছাতিটো পাট কাপোৰৰ মোনাত ধূলিবালি লাগিব নোৱৰাকৈ বান্ধি নিয়া হৈছিল। হংসবেগে ছাতিটোৰ ঐতিহাসিক বৰ্ণনা আৰু গুণবোৰ ক'বলৈ ধৰিলে। এই ছাতিটো হেনো নৰকাসুৰে স্বৰ্গৰাজ্য জয় কৰি বৰুণৰপৰা কাঢ়ি আনিছিল।

বৰুণক এই ছাতিটো হেনো ব্ৰহ্মাই উপহাৰ দিছিল। কালক্ৰমত এই ছাতিটো নৰকাসুৰ-ভগদত্তৰ বংশধৰসকলে ব্যৱহাৰ কৰি আহিছে। শেহত নৰক-ভগদত্তৰ বংশধৰ ভাস্কৰ বৰ্মন এই ছাতিটোৰ উত্তৰাধিকাৰী হ'ল। ভাস্কৰ বৰ্মনে সেই বৈচিত্ৰ্যপূৰ্ণ ছাতিটোকে হৰ্ষবৰ্ধনৰ ওচৰলৈ বন্ধুত্বৰ চিন স্বৰূপে পঠিয়াই দিছে। ছাতিটো কৌতূহলপূৰ্ণ আৰু আশ্চৰ্যজনক। প্ৰতিদিনে সহস্ৰ চন্দ্ৰৰ পোহৰে আহি ছাতিটো শোভা কৰে। ছাতিটোৰ ভিতৰত সোমালে ছাতিটোৰ শলখাবোৰৰ মূৰেদি স্বচ্ছ পানী বৰলৈ ধৰে। অৱশ্যে সকলোৰে ক্ষেত্ৰত ছাতিটোৰ এই আচৰিত গুণবোৰ প্ৰকাশ নেপায়। পৃথিৱীৰ একছত্ৰী বা সাৰ্বভৌম ৰজাৰ ক্ষেত্ৰতহে ছাতিটোৰ এনেবোৰ লক্ষণ ফুটি উঠে। এই ছাতিটো জুয়ে পুৰিব নোৱাৰে, পানীয়ে তিতাব বা ভিজাব নোৱাৰে, ধূলিয়ে লেতেৰা কৰিব নোৱাৰে আৰু ই কেতিয়াও পুৰণি নহয়। তাৰ পিছত হংসবেগৰ আদেশ ক্ৰমে এজনে ছাতিটো ৰাজসভাত ৰজাৰ আগত মেলি ধৰিলে। ছাতিটো মেলি দিয়াৰ লগে লগে কিছুমান অলৌকিক ঘটনা ঘটিল। যেনে— মহাদেৱৰ মংগল হাঁহিৰ দৰে ছাতিটো বগা হৈ পৰিল, পাতালৰ-পৰা শেষনাগ উঠি আহি যেন সহস্ৰ ফণা মেলি ধৰিছে; ক্ষীৰসমুদ্ৰ আহি সেইখিনিতে চক্ৰাকাৰ হৈ বৈ গ'ল। শৰৎ কালৰ মেঘবিলাকে আহি যেন মেল পাতিলে; সিদিনা যেন চন্দ্ৰটোৰ প্ৰথম জন্ম হ'ল; মানুহে ছাতিটোক ব্ৰহ্মাৰ জন্ম হোৱা পদুম ফুলটো যেনহে দেখিলে; সন্ধিয়াৰ জোনাকৰ চকুৱে তৃপ্তি পালে; মন্দাকিনী নদীৰ বালিময় তীৰ যেন উপস্থিত হ'ল; দিনটো যেন পূৰ্ণিমাৰ ৰাতিত পৰিণত হ'ল; উৰিযোৱা চক্ৰবাকৰ ঠোঁটৰপৰা মৃণালবোৰ সৰি যেন এটা শুকুলা পাহাৰৰহে সৃষ্টি কৰিলে। ছাতিটো মেলি দিয়াৰ লগে লগে আকাশত জোনটো যেন লাহে লাহে উদয় হ'ল; ওচৰতে পদুম পুখুৰীত চক্ৰবাক চৰাইবোৰে পদুমৰ মৃণাল খাই আছিল। ছাতিটো মেলি দিয়াৰ লগে লগে ৰাতি হ'ল, আকাশত জোন উঠিল আৰু

ৰাতি হোৱা দেখি চক্ৰবাক চৰাইবোৰ যোৰ যোৰ হৈ উৰি ঘৰাঘৰি গ'ল। তেতিয়া সিহঁতে ঠোঁটেৰে কঢ়িয়াই নিয়া পদুমবোৰ সৰি পৰি যেন এখন শুকুলা পাহাৰহে হ'ল। হৰ্ষবৰ্ধনৰ প্ৰাসাদৰ ময়ূৰবোৰে হঠাতে শৰৎ কাল অহা বুলি ভাবি কেঁ কাঁ ৰব কৰিবলৈ এৰি দিলে। বাৰিষা কালত আকাশত মেঘ দেখিলে ময়ূৰে নাচে ; কেঁ কাঁ ৰব কৰে ; কিন্তু হঠাতে বৰুণৰ ছাতিটোৰ প্ৰভাৱত প্ৰকৃতি জগতত পৰিবৰ্ত্তন অহাত ময়ূৰেও নাচিব এৰিলে। ৰাতি হোৱা বুলি ভাবি সহস্ৰ ভেটফুল ফুলি উঠিল। বাণভট্টই শুভ্ৰ ছাতিটোক ত্ৰিভুবনৰ কঁপালৰ বগা ফোঁট, শ্বেতদ্বীপৰ সঙ্ককাল, শৰৎকালৰ চন্দ্ৰটোৰ অংশ অৱতাৰ, ধৰ্মৰ অন্তকৰণ ( বগা ), চন্দ্ৰলোকৰ বসতিস্থান, চক্ৰৱৰ্ত্তী ৰজাৰ যশস্থা ( যশস্থাৰ প্ৰতীক বগা ) স্বৰ্গৰ সুন্দৰীৰ দেউকাৰ মাজে মাজে পিন্ধা মুকুতাৰ মালা, ইন্দ্ৰৰ ঐৰাৱত ( বগা হাতী ), চন্দ্ৰৰ হাঁহি, শ্বেতগংগা আকাশী গংগাৰ ( মন্দাকিনীৰ ) পানী ( স্নিগ্ধ ) বামনৰূপী ভগৱানৰ পাদ ( শুভ্ৰপাদ )ৰ লগত তুলনা কৰিছে।

বাণৰ হৰ্ষচৰিতত ভাস্কৰ বৰ্মাই হৰ্ষবৰ্ধনলৈ উপহাৰ দিয়া ছাতিটোৰ বৰ্ণনা সঁচাকৈয়ে অদ্বিতীয় আৰু অতুলনীয়। ছাতিটোৰ বৰ্ণনা পুনৰ এনেদৰে পোৱা যায়। ছাতিটো দেখিলে এনেহেন লাগে যেন বৰুণ দেৱতাক বহুতো তিৰোতাই বগা চোঁৱৰ ধৰি বিচি আছে। মৃণালৰ বগা সূতাৰে এই চোৱঁৰবোৰ যেন তৈয়াৰ কৰা হৈছে ; ছাতিটোৰ ওপৰত এটা বগা ৰাজহাঁহে যেন পাখি মেলি আছে। ৰাজচক্ৰৱৰ্ত্তী ৰজাৰ পত্নীৰ ভৰিৰ নূপুৰৰ সৌন্দৰ্য্য চাবলৈ হাঁহটো যেন তেনেদৰে বৈ আছে। ছাতিটোৰ দণ্ডডালক বাসুকী নাগৰ সঙ্কুচিত ফণাৰ লগত তুলনা কৰিছে। ছাতিটোৰ প্ৰভাৱত বাসুকী নাগৰ সহস্ৰ ফণা সঙ্কুচিত হৈ যেন এডাল দণ্ডৰ দৰে দেখা গৈছে। বাসুকী নাগ ক'লা ; কিন্তু মন্দাকিনীৰ মৃণালৰ শুভ্ৰ ঠাৰিৰে ছত্ৰৰ দণ্ডডাল মেৰাই দিয়াত বগা হৈ উঠিছে। ছাতিটোৰ শুভ্ৰতাই যেন আকাশৰ নক্ষত্ৰ পথটো ধুই পেলাইছে। ছাতিটোৰ জ্যোতিয়ে যেন গোটেই

দিনটো আগুৰি পেলাইছে। ভাৰতীয় সংস্কৃতিত ছাতিটোক সকলো মাংগলিক বস্তুৰ ভিতৰতে উৎকৃষ্ট বুলি কোৱা হয়।

ছাতিটোক লক্ষ্মীৰ শুভ্ৰ মণ্ডপ ব্ৰহ্মস্তম্ভৰ ওপৰৰ বগা ফুলৰ প্ৰকাণ্ড থোপা, জোনাকীৰ নাভিদেশ, যশস্যাৰ শুভ্ৰ হাঁহি, বীৰত্বৰ শুভ্ৰ কান্তিৰ লগতো তুলনা কৰা হৈছে।

## অলংকাৰ-পাতি

তাৰ পিছত হংসবেগৰ নির্দেশক্রমে আন আন উপহাৰবোৰ দেখুৱাবলৈ লোৱা হ'ল। নৰকাসুৰ, ভগদত্তৰ দিনৰপৰা পুৰুষানুক্ৰমে চলি অহা ৰাজপৰিয়ালৰ বহুতো অক্ষুণ্ণ অৱস্থাত থকা মূল্যৱান অলংকাৰ, মুকুটত পিন্ধা জ্যোতির্ময় মণি, ক্ষীৰ সাগৰৰ দৰে শুভ্ৰ হাৰ, নানা ৰঙেৰে বোলোৱা বেতৰ বিবিধ পাত্ৰ, কুণ্ডলি পকোৱা শৰতৰ জোনৰ দৰে উজ্জ্বল আৰু স্নিগ্ধ নানাবিধ পাটকাপোৰ, পণ্যদ্ৰব্য থোৱা বিবিধ পাত্ৰ, "গলৰ্ক" নামে এবিধ মণি, চিত্ৰ-বিচিত্ৰ ৰং কৰা ধাতুৰ নানা পাত্ৰ, শংখ। এই শিল্পবোৰ নিপুণ কাৰিকৰে যে কৰিছে তাত সন্দেহ নাই।

## কার্ডিৰংগ

আন এটি মন কৰিবলগীয়া কথা যে হর্ষচৰিতত বাণভট্টই সেই সময়ৰ কামৰূপ ৰাজ্যত কার্ডিৰংগ নামে ঠাইৰ উল্লেখ কৰিছে। ভাস্কৰ বৰ্মনে হৰ্ষবৰ্ধনলৈ পঠিওৱা উপহাৰবোৰৰ ভিতৰত কর্ডিৰংগত উৎপন্ন হোৱা নানা কাৰুকার্য খচিত বহুতো ঢাল পঠোৱা বুলি বর্ণনা কৰিছে। যুদ্ধত দেহ ৰক্ষাৰ কাৰণে গঁড়ৰ ছালেৰে প্ৰস্তুত কৰা ঢাল ব্যৱহাৰ কৰা হয়। শত্ৰু সৈন্যৰ তৰোৱাল বা যিকোনো অস্ত্ৰৰ আঘাত যাতে দেহত লাগিব নোৱাৰে তাৰ বাবে সোঁহাতেৰে অস্ত্ৰ পৰিচালনা কৰি বাঁওহাতেৰে ঢাল লৈ নিজক ৰক্ষা কৰে। এক শিঙীয়া গঁড়ৰ কাৰণে অসম পৃথিৱী বিখ্যাত। আজিও অসমৰ কাজিৰঙা অভয়াৰণ্যত

শ শ গঁড় আছে আৰু সিহঁতক চাবলৈ পৃথিৱীৰ নানা দেশৰ লোক আহে।

## ঢাল

বাণভট্টই হৰ্ষচৰিতত উল্লেখ কৰা 'কাৰ্ডিবংগ'ই যে আজিৰ "কাজিৰঙা" বুলি ভাবিব পাৰি। বাণভট্টৰ বৰ্ণনাত ঢালবোৰ সুদক্ষ কাৰিকৰে তৈয়াৰ কৰিছিল। ঢালবোৰৰ চাৰিওকালে সোণ-ৰূপৰ বিবিধ অলংকাৰ লগোৱা হৈছিল। ঢালবোৰত সোণৰ পাত লগোৱাৰ উপৰিও মাজে মাজে মণি-মুকুতা খচিত কৰা হৈছিল। যাৰ ফলত ঢালবোৰৰ পিঠিবোৰ ওখ চাপৰ দেখা গৈছিল। ধূলি-বালিয়ে যাতে ঢালবোৰৰ জ্যোতি ম্লান কৰিব নোৱাৰে তাৰ বাবে মোনাত ভৰাই নিয়া হৈছিল।

## ভূৰ্জপত্ৰ

আন এবিধ মূল্যৱান উপহাৰ আছিল ভূৰ্জপত্ৰ আৰু তুলিকা। লাউখোলাৰ পাত্ৰৰ ভিতৰত এই তুলিকাবোৰ ভৰাই নিয়া হৈছিল। লাউবোৰৰ গাত নানাবিধ চিত্ৰ অংকন কৰা আছিল। কিছুমান চিত্ৰৰ ফলক কৌতুহলপূৰ্ণ আছিল। ভূৰ্জপত্ৰবোৰত নানাবিধ চিত্ৰ অংকন কৰা হৈছিল।

## গাৰু আৰু আসন

ভূৰ্জ-গছৰ পাতৰ দৰে মিহি, কোমল, স্পৰ্শ কৰিলে আৰাম লগা এবিধ অম্বৰ-বস্ত্ৰও উপহাৰ স্বৰূপে পঠিওৱা হৈছিল। হৰিণৰ ছালেৰে প্ৰস্তুত কৰা মৃদুতকৈও মৃদু কিছুমান গাৰু পঠিওৱা হৈছিল। বহিলে আৰাম লগা বেতৰ ধুনীয়া কিছুমান আসন দিয়া হৈছিল। সেই আসনবোৰ প্ৰিয়ংগু ফুলৰ দৰে হালধীয়া আৰু কোমল আছিল।

## গ্ৰন্থ

আন এবিধ মূল্যবান উপহাৰ আছিল অগৰু চন্দনৰ ছালৰ ওপৰত লিখা অনেক সাকৰা কথা থকা বহুতো পুথি। গাথীৰৰ দৰে বগাল আৰু সোৱাদ, সেউজীয়া আৰু ৰঙা ৰঙৰ বিবিধ ফল আৰু নানাবিধ ফুলো উপহাৰবোৰৰ ভিতৰত আছিল।

## আয়ুৰ্বেদ

সেই সময়ত অসম আয়ুৰ্বেদ চিকিৎসাতো অতি উন্নত আছিল। বাঁহৰ চুঙাত ভৰাই নানাবিধ ঔষধো পঠোৱা হৈছিল। বাঁহৰ চুঙাবোৰ খংউঠা বান্দৰৰ গালৰ দৰে কপিলা বৰণৰ আছিল বুলি বাণভট্টই বৰ্ণনা কৰিছে।

## মা-মচলা

এইবোৰৰ বাহিৰেও পাটৰ সূতাৰে তৈয়াৰী জোলোঙাত ভৰাই নিয়া বাঁহৰ চুঙা কিছুমানত ক'লা অগৰু চন্দন, কৃষ্ণ অগৰুৰ তেল, গাত লগালে গাৰ পোৰণি সহজে দূৰ কৰিব পৰা গোশীৰ্ষ চন্দন, কৰ্পূৰ, কস্তুৰি বা মৃগনাভি, কক্কোলৰ পাত, লঙ, জাইফল আদিও আছিল।

সেই সময়ত অসমত আংগুৰো যথেষ্ট পৰিমাণে পোৱা হৈছিল বুলি অনুমান হয়। কিয়নো ভাস্কৰে হৰ্ষলৈ কলহত ভৰাই আমৰ ৰস, মৌ, দ্ৰাক্ষাৰস বা আংগুৰৰ ৰস আদি পঠোৱাৰ কথাও উল্লেখ আছে। উপহাৰবিলাকৰ ভিতৰত থকা বহুতো ক'লা আৰু বগা চোঁৱৰে, সেই সময়ত অসমত ক'লা-বগা হৰিণ থকা প্ৰমাণ কৰে।

## জীৱজন্তু

এতিয়াৰ দৰে সপ্তম শতিকাতো অসম প্ৰকৃতিৰ ৰম্য কানন আছিল। নানাবিধ জীৱ-জন্তু, পশু-পক্ষীয়ে অসমৰ প্ৰাকৃতিক সৌন্দৰ্য

মনোমোহা কৰি ৰাখিছিল। ভাস্কৰ বৰ্মাই হৰ্ষবৰ্ধনলৈ পঠোৱা বিবিধ সামগ্ৰী, জন্তুৰ ছাল, দাঁত, নোম আদিৰে প্ৰস্তুত কৰা নানাবিধ সাজ-পোছাক, অলংকাৰ আৰু পশু, পক্ষী আদিৰ বৰ্ণনাৰপৰা প্ৰাচীন অসমৰ গৌৰৱময় ইতিহাসৰ কথা জনা যায়। উপহাৰ স্বৰূপে পঠোৱা জীৱ-জন্তুবিলাকৰ ভিতৰত সোণৰ শিকলিৰে ডিঙিত বান্ধি নিয়া কিছুমান কিন্নৰ (ঘোঁৰাৰ দৰে মুখ থকা জন্তু), বন মানুহ, জলমানুহ, বেতৰ সজাত হালে হালে ভৰাই নিয়া জীৱন-জীৱক পক্ষী, হৰিণ, চোঁৰৰ থকা হৰিণ, সোণ চবোৱা বেতেৰে নিৰ্মিত পিঞ্জৰাত শালিকা, ভাটৌ, মইনা আদি চৰাই, প্ৰবাল ৰত্নৰ দ্বাৰা তৈয়াৰী সঁজাত চকোৱা বা চাতক পক্ষী আদি আছিল।

## জলহস্তী

বাণভট্টই উল্লেখ কৰা মতে সেই সময়ত অসমত জলহস্তীও আছিল বুলি অনুমান কৰা হৈছে। কাৰণ ভাস্কৰে পঠোৱা উপহাৰ-বিলাকৰ ভিতৰত জলহস্তীৰ দাঁতৰ কুণ্ডলত গজ-মুকুতা খুৱাই পঠিওৱা অলংকাৰো আছিল।

## মহামূল্যৱান ৰত্ন

ৰাজ্যশ্ৰীক উদ্ধাৰৰ অৰ্থে যাত্ৰা কৰাৰ আগমুহূৰ্তত ভাস্কৰ বৰ্মাই উপহাৰ স্বৰূপে পঠোৱা এই আচৰিত গুণৰ ছাতিটো পাই হৰ্ষবৰ্ধনে মনত বৰ হৰ্ষ পালে। বাণভট্টই এই ছাতিটোক সকলো ৰত্নৰ ভিতৰত শ্ৰেষ্ঠ ৰত্ন বা ৰত্নধাম বুলি কৈছে। এই ছাতিটো স্বয়ং ভগৱানৰহে যোগ্য। কথিত আছে দেৱতা আৰু অসুৰবিলাকে মিলি সাগৰ মন্থন কৰাৰ সময়ত লক্ষ্মী, ইন্দ্ৰৰ ঐৰাৱত নামৰ হাতীটো, চন্দ্ৰ আৰু অপ্সৰাসকল ওলাইছিল। মহা সমুদ্ৰৰপৰা দেৱতাসকলে ৰত্ন লাভ কৰাৰ দৰে ভাস্কৰ বৰ্মাৰ পৰাও হৰ্ষবৰ্ধনে মহামূল্যৱান ৰত্ন ছাতিটো লাভ কৰিছিল।

## আভোগ ছাতিটোৰ মাহাত্ম্য

তাৰ পিছত আন আন উপহাৰবোৰ ঘৰৰ ভিতৰলৈ নিয়া হ'ল। ৰজাই হংসবেগক আহাৰ, বিশ্ৰাম আদি কৰিবলৈ দি নিজেও স্নান কৰিবলৈ গ'ল। স্নানৰ পিছত ৰজা আহি 'আভোগ ছাতিটো'ৰ তলত সোমালহি। ছাতিটোৰ তলত ৰজা প্ৰৱেশ কৰাৰ লগে লগে নিয়ৰৰ কণিকাৰ দৰে ছাতিটোৰপৰা জল বিন্দু পৰিবলৈ ধৰিলে। ৰজাৰ মনত এনে লাগিল যেন চন্দ্ৰকান্ত মণিয়ে ৰজাৰ কপালখন শীতল কৰি দিলে; চকুত কোনোবাই কৰ্পূৰ ঘঁহি দিলে; ৰৰকৰ টোপালবোৰে ডিঙিত হাৰ পিন্ধাই দিলে; হৰি চন্দনৰ সুশীতল ৰস বুকুত ঘঁহি দিলে; ৰজাৰ অন্তৰখন লগে লগে জুৰ পৰি গ'ল; আৰু ৰবকেৰে যেন কোনোবাই সৰ্বাংগ ঘঁহি দিলে।

## অকৃত্ৰিম বন্ধুত্ব

বাণভট্টই কৈছে যে পৃথিৱীত একমাত্ৰ বস্তু হৈছে অকৃত্ৰিম বন্ধুত্ব। গতিকে হংসবেগৰ মাজেদি হৰ্ষবৰ্ধন আৰু ভাস্কৰ বৰ্মাৰ মাজত যি বন্ধুত্বৰ সৃষ্টি হ'ল সি কোনোকালে জীৰ্ণশীৰ্ণ হ'ব নোৱাৰে।

অকৃত্ৰিমভাৱে ভালপোৱাজনেহে প্ৰিয়জনক নিজৰ খোৱা, পিন্ধা, ব্যৱহাৰ কৰা বা ভালপোৱা বস্তু উপহাৰ দিয়ে। হৰ্ষবৰ্ধনে হংসবেগক অকৃত্ৰিমভাৱে ভাল পালে, সেইবাবে তেওঁৰ নিজৰ শৰীৰত ঘঁহা চন্দন হংসবেগক ঘঁহিবলৈ দিলে। হংসবেগক পিন্ধিব দিয়া কাপোৰ যোৰাও ৰজাই প্ৰথমে এবাৰ নিজৰ গাত লগাইহে পিন্ধিবলৈ দিলে। তাৰ পিছত হংসবেগক কঁকালত পিন্ধিবলৈ শৰৎ কালৰ তৰাবে গঁথা মালাৰ দৰে এধাৰ মুকুতাৰ মালা আৰু কাণত পিন্ধিবলৈ পদ্মৰাগ মণিৰ এযোৰ কুণ্ডল দিলে।

ৰজাই হংসবেগলৈ বহুতো সুস্বাদু খাদ্য বস্তু দিলে। দিনৰ পোহৰত সেই বস্তুবোৰ দেখিবলৈ ৰঙা হৈছে। ছাতিটোৰ বৰ্ণনা

দি বাণভট্টই কৈছে যে সূৰ্যটোৰ গাত ধূলি-বালি লগা কাৰণে সূৰ্যটো সমুদ্ৰত স্নান কৰিবলৈ গৈছে আৰু সূৰ্যই এই সুযোগতে বৰুণ দেৱতাক ছাতিটোৰ বাতৰি দি আহিব।

ছাতিটোৰ অলৌকিক শক্তিৰ কাৰণে দিনদুপৰতে গধূলি নামি আহিল, পদুমৰ কলিবোৰ ওলাল, ফুলি থকা পদুমবোৰে পাহিবোৰ জপালে, যেন ঈশ্বৰক প্ৰাৰ্থনা জনাইছে। সন্ধ্যাৰাগে গোটেই জগতখন গ্ৰাস কৰি পেলালে, সন্ধ্যা আৰতিৰ শংখ-ঘণ্টা বাজি উঠিল, সকলোৱে হাতযোৰ কৰি প্ৰাৰ্থনা জনালে, আকাশত তৰা-বোৰ জিলিকি উঠিল, কিন্তু গৌড়ৰাজ শশাংকৰ কলঙ্কৰ বাবে পুব দিশ অন্ধকাৰ হৈ থাকিল।

তাৰ পিছত হৰ্ষবৰ্ধন ছাতিটোৰ ভিতৰৰপৰা ওলাই আহি হংসবেগৰ ওচৰলৈ গ'ল আৰু হংসবেগক কামৰূপ ৰাজ্যৰ বাতৰি সুধিলে। হংসবেগে প্ৰথমে কামৰূপৰ ৰজা ভাস্কৰ বৰ্মাৰ পূৰ্ব-পুৰুষৰ পৰিচয় দাঙি ধৰিলে। বৰাহৰূপী বিষ্ণু আৰু পৃথিৱী দেৱীৰ পৰা নৰকাসুৰৰ কিদৰে জন্ম হ'ল, নৰকাসুৰে মাতৃৰ অপমানৰ প্ৰতিশোধ ল'বৰ কাৰণে স্বৰ্গৰাজ্য দখল কৰি দেৱৰাজ ইন্দ্ৰ, সূৰ্য, বৰুণ আদি দেৱতাসকলক বন্দী কৰাৰ কথা, বৰুণৰপৰা আভোগ ছাতি কাঢ়ি লোৱা আদ্যোপান্ত বৰ্ণনা কৰিলে। হংসবেগে ইয়াকো জনালে যে নৰকাসুৰৰ আদেশ নাপালে সূৰ্য অস্ত যাব নোৱাৰিছিল। এই স্বৰ্গ বিজেতা নৰকাসুৰৰ পুত্ৰই ভগদত্ত আৰু ক্ৰমে তেওঁলোকৰ বংশধৰ পুষ্পদত্ত, বজ্ৰদত্ত আদি।

## ভাস্কৰৰ যশস্যা

কালক্ৰমত এই বৈষ্ণৱ বংশত ভূতি বৰ্মাৰ জন্ম হয়। ভূতি বৰ্মাৰ পুত্ৰ চন্দ্ৰমুখ বৰ্মা, চন্দ্ৰমুখ বৰ্মাৰ পুত্ৰ স্থিত বৰ্মা আৰু স্থিত বৰ্মাৰ পুত্ৰ সুস্থিত বৰ্মা, সুস্থিত বৰ্মাৰ প্ৰথম পুত্ৰ সুপ্ৰতিষ্ঠিত বৰ্মা আৰু দ্বিতীয় পুত্ৰই হ'ল ভাস্কৰ বৰ্মা। বাল্যকালৰপৰাই তেওঁ

ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধা আৰু শত্ৰুৰ প্ৰতি দ্বেষ হৃদয়ত পুহি ৰাখিছিল। তেওঁৰ গৃহত যেন স্বয়ং লক্ষ্মীৰ আবিৰ্ভাৱ। ভাস্কৰে যুদ্ধত পৰাভূত কৰি শত্ৰুৰ ধন কাঢ়ি নানে, কিন্তু শত্ৰুৰ জয়ৰ আশা একেবাৰে নোহোৱা কৰে। পৰাজিত লোকৰপৰা কৰ-কাটল নলয়, কিন্তু তেওঁলোকৰ স্থিৰতা নোহোৱা কৰে। ৰজাসকলৰ সদ্‌গুণ গৌৰৱ আদি আহৰণ কৰে; তেওঁলোকৰ দুৰ্বলতা, নিষ্ঠুৰতা আদি দোষ-বোৰ গ্ৰহণ নকৰে। ৰজা ভাস্কৰ বৰ্মা শান্তনুপুত্ৰ ভীষ্মৰ দৰে শক্তিশালী। বাল্যকালতে মহাদেৱৰ বাহিৰে আন কোনো দেৱতাক আৰাধনা নকৰিব বুলি প্ৰতিজ্ঞা কৰিছিল।

হংসবেগে হৰ্ষবৰ্ধনৰ আগত ভাস্কৰ বৰ্মনৰ গুণ বখানি কৈছিল যে ত্ৰিভুবন জয় কৰাৰ যাৰ দৃঢ় সংকল্প, মৃত্যুক যিজনে তুচ্ছ জ্ঞান কৰে, অগ্নিৰ দৰে প্ৰচণ্ড শক্তি যাৰ আছে, তেনে এজন লোক ভাস্কৰ বৰ্মা। হৰ্ষবৰ্ধনৰ দৰে এজন বন্ধু পাবলৈ তেওঁ দৃঢ় সংকল্প কৰিছে। বন্ধুত্ব কৰাৰ নিশ্চয় একোটা কাৰণ থাকে। ভাস্কৰ বৰ্মাই হৰ্ষবৰ্ধনৰ লগত মিত্ৰতা কৰিব খোজাৰ কাৰণ হ'ল হৰ্ষবৰ্ধনে যশস্যা অৰ্জন কৰোঁতে কৰোঁতে তেওঁৰ বাবে ধন-সম্পত্তি গৌণ হৈ পৰিছে। ভাস্কৰ বৰ্মাৰ বিষয়ে পুনৰ হংসবেগে কৈছে যে ভাস্কৰ নিজৰ বাহুৰ ওপৰত নিৰ্ভৰশীল। তেওঁৰ বাবে বাহিৰৰ কোনো শক্তি বা সম্পদৰ প্ৰয়োজন নাই। ইচ্ছা কৰিলে চাৰি সমুদ্ৰলৈকে তেওঁ ৰাজ্য বিস্তাৰ কৰিব পাৰে। পৃথিৱীৰ একাংশ দান কৰিলেও তেওঁ আনন্দ নাপায়, গোটেই পৃথিৱীখন দান কৰিহে আনন্দ পায়। কোনোবাই সদ্‌বংশজাত কন্যা দান কৰিলেও তেওঁ সেই দান গ্ৰহণ নকৰে। তেওঁৰ চকু সদায় ৰাজলক্ষ্মীৰ ওপৰত। গতিকে আন কোনো কন্যাৰ ওপৰত তেওঁৰ নজৰ নাই। স্বয়ং ৰাজলক্ষ্মী তেওঁৰ গৃহত বিৰাজ কৰে।

ভাস্কৰ বৰ্মা চিৰকুমাৰ আছিল। তেওঁ যে বিয়াবাৰু কৰোৱা নাছিল হংসবেগৰ এই উক্তিৰপৰা অনুমান কৰিব পাৰি। ৰাজলক্ষ্মী

তেওঁৰ গৃহত থকা কথাই তেওঁৰ ৰাজলক্ষ্মীক বিবাহ কৰোৱাৰ কথা নিশ্চয় বুজোৱা নাই, তেওঁৰ ৰাজ্যখন ধন ঐশ্বৰ্য্যৰে ভৰপূৰ হৈ থকা কথাকহে বুজাইছে।

ভাস্কৰ বৰ্মা অসীম ক্ষমতাশালী। সকলো উপায় অৱলম্বন কৰি যিটো তেওঁ লাভ কৰিব নোৱাৰে, তাক তেওঁ বাহুবলেৰে লাভ কৰে। হংসবেগে হৰ্ষবৰ্ধনক জনালে যে ভাস্কৰ বৰ্মাই তেওঁৰ ওচৰলৈ এটাই মাত্ৰ প্ৰাৰ্থনা কৰি পঠাইছে সেইটো হ'ল তেওঁৰ লগত বন্ধুত্ব স্থাপন কৰা, যিটো আন কোনো উপায়েৰে লাভ কৰিব নোৱাৰি। প্ৰাগজ্যোতিষেশ্বৰে হৰ্ষবৰ্ধনৰ সৈতে কোনো কালে 'জীৰ্ণশীৰ্ণ' নোহোৱা অক্ষয় বন্ধুত্ব কৰিবলৈ বিচাৰিছে। হংসবেগে কুমাৰ ভাস্কৰ বৰ্মা আৰু হৰ্ষবৰ্ধনৰ মাজত হ'বলগীয়া বন্ধুত্বক কৃষ্ণ-ধনঞ্জয়, কৰ্ণ-দুৰ্যোধন, মলয়া বতাহ আৰু বসন্তৰ (ভিতৰত) মাজত হোৱা বন্ধুত্বৰ লগত তুলনা কৰিছিল। হংসবেগে হৰ্ষক কৈছে যে যদি মহাৰাজে ইচ্ছা কৰে, ভাস্কৰৰ অন্তৰ যদি বুজি পাই মিত্ৰতা পাতে তাৰ পিছত ইজনে-সিজনক প্ৰয়োজনত সহায় কৰিব।

হংসবেগে হৰ্ষবৰ্ধনক সম্বোধন কৰি ক'লে—"হে মহাৰাজ আপুনি কামৰূপৰ অধিপতিক আঁকোৱালি ধৰক, তেতিয়া দুয়োৰো কাণৰ কুণ্ডলে ঠেকা খাই জন্ জন্ শব্দ কৰিব, বিষ্ণুৱে মন্দৰগিৰিক মাজত লৈ সমুদ্ৰ মন্থন কৰাৰ সময়ত সমুদ্ৰৰ পানী ঘৰ্ষণ হোৱাৰ দৰে আপোনালোকৰ দুয়োৰে হৃদয়ৰ ঘৰ্ষণ উঠক। আপোনাৰ তৃপি নপলোৱালৈকে প্ৰাগজ্যোতিষৰ ৰাজলক্ষ্মীয়ে আপোনাৰ ফালে চাই থাকিব। গতিকে হে মহাৰাজ! যদি আপুনি মোৰ এই প্ৰস্তাৱত মান্তি হৈ অভিনন্দন জনাইছে; কওক, মই এই কথা ৰজাক জনাওঁগৈ।

হৰ্ষবৰ্ধনে হংসবেগৰ মুখে ভাস্কৰ বৰ্মাৰ গুণ-গৰিমা শুনাৰ আগতেও তেওঁ ভাস্কৰৰ শক্তি আৰু বীৰত্বৰ কথা জানিছিল। ভাস্কৰ বৰ্মাই 'আভোগ ছাতিটো' হৰ্ষক দিয়াৰ পিছৰপৰা তেওঁৰ ভাস্কৰৰ

প্ৰতি বেছি প্ৰীতি আৰু শ্ৰদ্ধাভাব উপজিছিল। হংসবেগৰ প্ৰশ্নৰ উত্তৰত হৰ্ষবৰ্ধনে ক'লে—"যেহেতু ভাস্কৰ বৰ্মাই মোক নেদেখাকৈয়ে মোৰ সৈতে বন্ধুত্ব পাতিলে, গতিকে মোৰ মনে সপোনতো তেওঁৰ বাহিৰে আনৰ কথা ভাবিব নোৱাৰে। সূৰ্যই জগতৰ সকলোৰে ওপৰত তাপ দি পদ্মৰ ওপৰত তাপ নিদিয়াৰ দৰে ময়ো জগতৰ সকলোকে কৰ্তব্য পালনৰ কাৰণে তাপ দিলেও ভাস্কৰক দিব নোৱাৰিম। ভাস্কৰে তেওঁৰ গুণেৰে মোক বান্ধি পেলাইছে, বশ কৰিছে। চন্দ্ৰই কুমুদক নিঃস্বাৰ্থভাৱে ভাল পোৱাৰ দৰে ভাস্কৰ বৰ্মাৰ গুণেই তেওঁক নিঃস্বাৰ্থভাৱে ভাল পাবলৈ বাধ্য কৰিছে। ভাস্কৰ বৰ্মাৰ উদ্দেশ্য অতি সাধু আৰু উত্তম। ভাস্কৰ বৰ্মা নিজেও বাহুবলী আৰু ময়ো যদি তেওঁৰ লগত ধনুশৰ ধৰোঁ তেতিয়াহ'লে মহাদেৱৰ বাহিৰে আন কাকো ভক্তি নকৰিলেও হ'ব। তেওঁৰ সংকল্পৰ কথা জানি মই তেওঁৰ মিত্ৰ আৰু বন্ধু হৈছোঁ। মহাদেৱৰ বাহিৰে ভাস্কৰে আন কাকো নমস্কাৰ নকৰে, তেওঁৰ এই দৃঢ় সংকল্পই তেওঁৰ প্ৰতি মোক শ্ৰদ্ধাশীল কৰিছে। "হে হংসবেগ! ভাস্কৰক চাবলৈ মোৰ বৰ উৎকণ্ঠা হৈছে। তুমি শীঘ্ৰে মোৰ লগত মিলন ঘটোৱা। এই কামত অকণো বিলম্ব নকৰিবা।"

হৰ্ষবৰ্ধনে হংসবেগক কোৱা এই কথাখিনি অতিশয় মূল্যৱান আৰু তাৎপৰ্যপূৰ্ণ। ইয়াৰ দ্বাৰা নিশ্চিত ভাৱে জানিব পাৰি যে ভাস্কৰ আৰু হৰ্ষবৰ্ধন দুয়ো শিৱভক্ত, বাহুবলী, ধনুৰ্দ্ধৰ আৰু গুণী পুৰুষ আছিল।

কোনো কাৰো তলতীয়া নাছিল। অতি বিনয় বচনেৰে হৰ্ষবৰ্ধনে নিজক ভাস্কৰৰ দাস বা বন্ধু হোৱা বুলি ক'লেও সেইটো হৰ্ষবৰ্ধনৰ মহানুভৱতাহে। প্ৰকৃত সুহৃদে ইজনে-সিজনক এইদৰেই সম্ভাষণ জনায়, শ্ৰদ্ধা নিবেদন কৰে। ভাস্কৰ আৰু হৰ্ষৰ সংকল্প, কথা আৰু কামৰ সুন্দৰ মিল আছিল বাবে দুয়ো দুয়োকো চকুৰে নেদেখিলেও মনে-প্ৰাণে চিনি পাইছিল।

হৰ্ষবৰ্ধনে ভাস্কৰক চাবলৈ উদ্‌গ্ৰীৱ হোৱা দেখি হংসবেগে ৰজাক শান্ত্বনা দি কৈছে—"মহাৰাজ! আপোনাৰ উৎকণ্ঠিত বাক্যই মোক বৰ কষ্ট দিছে। সৎলোকে যাৰে তাৰে দাসত্ব নকৰে। আমাৰ ৰজাৰ অভিমানেই সম্পদ। তেওঁ উচ্চ বংশত জন্মিছে। ৰজাই আপোনাক বন্ধুভাবেহে বিচাৰিছে। দাস হিচাপে বিচৰা নাই, কাৰণ ভাস্কৰে দাসত্বক ঘৃণা কৰে। গতিকে ভাস্কৰ বৰ্মাৰ নিচিনা এজন গুণী লোকৰ লগত বন্ধুত্ব কৰিব পৰাটো ভাগ্যৰ কথা।"

তাৰ পিছত হংসবেগে দাসত্ব নো কি আৰু ইয়াক কিয় পাপ বুলি কোৱা হয় ৰজাক বুজাই কৈছে—"মহাৰাজ! দাসত্ব বোকাৰ দৰে; ই মানুহৰ সকলো গুণ নষ্ট কৰে। দাসত্ব ত্ৰিশংকুৰ দৰে স্বৰ্গ লৈ যোৱা বাটতে ওলমি থাকে। কুষ্ঠৰোগীয়ে ভিক্ষা মাগিবলৈ কুষ্ঠলগা হাত আগবঢ়াই দিবলৈ সংকোচ কৰাৰ দৰে দাসত্ব কৰা মানুহে পদে পদে সংকোচ কৰে। সন্তান জন্ম দিয়া গৰ্ভৰোগৰ দৰে দাসত্বও এটা ৰোগ। দাসৰ ভোগ-বিলাসৰ কথা বাৰু কি আছে? দাসে নিজৰ ইচ্ছাত একোকে নাপায়, প্ৰভুৰ ইচ্ছাতহে পায়।" হংসবেগে পুনৰ কৈছে—"হে মহাৰাজ! দাস এজন ত্ৰৈলোক্যৰ অধিপতি হ'লেও সি অতি অধম, কিন্তু প্ৰকৃত মানুহ হৈ একমুহূৰ্ত জীয়াই থাকিব পৰাটোও অতি মহান কাম—উচ্চ মনৰ লোকে ত্ৰৈলোক্যৰ অধিপতি হ'বলৈও বাঞ্ছা নকৰে। আমাৰ প্ৰাগজ্যোতিষৰ অধিপতি ভাস্কৰ বৰ্মা। তেওঁ এনে এজন ৰজা, যিজনে আত্মসন্মান অটুত ৰাখিয়েই ভাল পায় আৰু দাসত্বক ঘৃণা কৰে।"

শেষত হংসবেগে হৰ্ষবৰ্ধনক আশ্বাস দি ক'লে—"হে মহাৰাজ! যেহেতু আপুনি আমাৰ ৰজাৰ প্ৰস্তাৱটোক অভিনন্দন জনালে, তাৰ ফলত আপোনাৰ আৰু আমাৰ ৰজাৰ মাজত অনতিপলমে মিলন ঘটিব।" ইমানতে বাণভট্টই হৰ্ষচৰিতত কামৰূপ ৰাজ্য আৰু ৰজা ভাস্কৰ বৰ্মাৰ আলোচনা সামৰিছে।

## হিউয়েনচাং

বুৰঞ্জী মানৱ সভ্যতাৰ বাহন। পৰিব্ৰাজক আৰু ভ্ৰমণকাৰীসকল হৈছে তাৰ বাহক। পৃথিৱীৰ বিভিন্ন সভ্যতাৰ ভেটি গঢ়াত পৰিব্ৰাজকসকলৰ যথেষ্ট দান-বৰঙণি আছে। তেওঁলোকে জ্ঞানৰ তৃষ্ণা পূৰাবৰ বাবে আহাৰ, নিদ্ৰা, মৃত্যুভয় আদিকো আওকাণ কৰি আবহমান কালৰপৰা সভ্যতাৰ মেট্মৰা বোজা কঢ়িয়াই লৈ ফুৰিছে। সেই মহান ত্যাগীসকলৰ ভিতৰত হিউয়েনচাং অন্যতম।

## হিউয়েনচাঙৰ বাল্যকাল

বুৰঞ্জীবিদ 'ভিন্‌চেণ্ট স্মিথে' কৈছে যে ভাৰতবৰ্ষৰ বুৰঞ্জী হিউয়েনচাঙৰ ওচৰত যে কিমান ঋণী তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি। চীন দেশৰ লগত ভাৰতবৰ্ষৰ সভ্যতা-সংস্কৃতিৰ সম্বন্ধ অতি প্ৰাচীন। চীন দেশৰ "তেহিন লিকন'ৰ সম্ভ্ৰান্ত কণফুচিয়াচৰ ধৰ্মৰ পৰিয়াল এটিত ৬০০ খৃঃত হিউয়েনচাঙৰ জন্ম হয়। তেওঁ সৰুতে চীন দেশৰ বৌদ্ধবিহাৰ এটাত থাকি বৌদ্ধ ধৰ্ম আৰু সঙ্ঘৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হয়।

## যাত্ৰা আৰম্ভ

কুৰি বছৰ বয়সত হিউয়েনচাঙে এজন পৱিত্ৰ নিষ্ঠাবান বৌদ্ধ সন্ন্যাসীৰ জীৱন আৰম্ভ কৰে আৰু বৌদ্ধ ধৰ্ম প্ৰচাৰৰ অৰ্থে গাঁৱে গাঁৱে ঘূৰি ফুৰে। চীন ভাষাত অনূদিত বৌদ্ধ গ্ৰন্থবিলাকে হিউয়েনচাঙৰ মনত খেলিমেলিৰ সৃষ্টি কৰে। পিছত মনৰ সন্দেহবোৰ দূৰ কৰাৰ কাৰণে বুদ্ধদেৱৰ জন্মস্থান আৰু বৌদ্ধ ধৰ্মৰ পৱিত্ৰ তীৰ্থস্থানবোৰ দৰ্শন আৰু বৌদ্ধ ধৰ্মৰ মূল গ্ৰন্থবোৰ অধ্যয়ন কৰিবলৈ বুলি বুকুত অদম্য আশা-আকাংক্ষা লৈ ৬২৯ খৃঃত চিয়াম এৰি ভাৰতবৰ্ষ অভিমুখে যাত্ৰা কৰে। হিউয়েনচাঙে তেওঁৰ এই অভিযানত ৰজাঘৰ, প্ৰজাঘৰ আৰু পৰিয়ালৰপৰা নানা প্ৰকাৰে বাধা পাইছিল।

কিন্তু হিউয়েনচাঙে এই নিচিনা শতসহস্ৰ বাধাক কাতি কৰি থৈ লগুৱা বন্ধু এজনৰ সহায়ত আত্মগোপন কৰি পলাই আহে। যাত্ৰাৰ আৰম্ভণিতে ঘোঁৰাৰ পিঠিত উঠি দৃঢ় প্ৰতিজ্ঞা কৰিলে যে, ভাৰতবৰ্ষ নাপায় মানে তেওঁ পিছলৈ মুখ কৰি নাচায়। গৌতম বুদ্ধই যিদৰে জ্ঞান লাভৰ বাবে ৰাজ্য-ধন, পত্নী-পুত্ৰ, লাহ-বিলাহ আদি সংসাৰৰ মায়াৰ বান্ধোন ছিঙি ঘোঁৰাৰ পিঠিত উঠি হিমালয়ৰ অটব্য হাবিত সোমাই পৰিছিল; সেই একে উদ্দেশ্যত ব্ৰতী হৈ হিউয়েনচাঙেও হিমালয়ৰ অটব্য হাবিত নিজক এৰি দিছিল।

## বিপদ-বিঘিনি

যাত্ৰা পথত হিউয়েনচাঙে সীমাহীন দুখ-কষ্টৰ সম্মুখীন হ'ব-লগীয়াত পৰিছিল। বাটত একেৰাহে কেইবাদিনো আহাৰ-নিদ্ৰা হোৱা নাছিল। দিনত জয়াল হাবিৰ মাজত খোজকাঢ়ি আগুৱাই আহিছিল আৰু নিশাৰ ভাগ হিংস্ৰ জন্তুৰ হাতৰপৰা প্ৰাণ ৰক্ষা কৰিবলৈ গছত উঠি কটাইছিল। আনকি তেওঁ একাধিকবাৰ ডকাইতৰ হাততো পৰিবলগীয়া হৈছিল। 'য'তে ইচ্ছা ত'তে বাট' বুলি এটি প্ৰবাদ আছে। উদ্দেশ্য আৰু উদ্দেশ্য সাধনৰ পথ সৎ হ'লে হেজাৰ বাধায়ো অন্তত বাট এৰি দিয়ে। হিউয়েনচাঙৰ সৎ আৰু একান্ত ইচ্ছাকো একোৱেই বাধা দি ৰাখিব নোৱাৰিলে। তেওঁ ৬২৯ খৃঃত মধ্য এচিয়াৰ বিশাল ভূ-খণ্ড পাৰ হৈ উত্তৰ-পশ্চিম চুকেদি ভাৰতবৰ্ষত সোমাই পোনে পোনে কাশ্মীৰত উপস্থিত হয়।

## ভাৰত-দৰ্শন

তাৰ পিছত জলন্ধৰ, শিয়ালকোট আদি পৰ্যটন কৰি কনৌজত প্ৰবেশ কৰে। কনৌজৰপৰা আহি নেপালৰ বৌদ্ধতীৰ্থ আৰু সঙ্ঘ-বোৰ পৰিদৰ্শন কৰি প্ৰয়াগ, বাৰাণসী আৰু বুদ্ধ গয়াত প্ৰবেশ কৰে। তাৰ পিছত তেওঁ গুপ্তযুগৰ গৌৰৱভূমি, একালৰ ৰত্নগৰ্ভা পাতলিপুত্ৰৰ

ধ্বংসাৱশেষ চাই শোকত বিহ্বল হৈ পৰে। পিছত ক্ৰমে দক্ষিণমুৱা হৈ ভাৰতৰ ইতিহাস প্ৰসিদ্ধ ঠাই 'সোণালী যুগৰ সোণাৰীশাল' যাক অতীত ভাৰতবৰ্ষৰ 'অক্সফোৰ্ড' বুলি কোৱা হৈছিল সেই নালন্দা বিশ্ববিদ্যালয়ৰ মজিয়াত থিয় দিয়েহি।

হিউয়েনচাঙে ভালদৰে বুজিব পাৰিছিল যে বৌদ্ধ ধৰ্মৰ মূল গ্ৰন্থবোৰ পঢ়িব লাগিলে সংস্কৃত আৰু পালিভাষাত ভাল জ্ঞান থাকিব লাগিব। হিউয়েনচাঙে নালন্দা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য শীলভদ্ৰৰ ওচৰত সংস্কৃত ভাষা অধ্যয়ন কৰি ডেৰ/দুই বছৰৰ ভিতৰত সম্পূৰ্ণভাৱে আয়ত্ত কৰি ল'লে। এই নালন্দা বিশ্ববিদ্যালয়তে হিউয়েনচাঙে ভাৰত ভ্ৰমণৰ অধিক কাল কটাই ভাৰতীয় সাহিত্য, দৰ্শন, জ্ঞান, বিজ্ঞান আদি আহৰণ কৰে। ভাৰতবৰ্ষত থকা সময়ছোৱাৰ ভিতৰত হিউয়েনচাঙে উত্তৰ ভাৰতৰ প্ৰধান প্ৰধান ঠাইবোৰ ভ্ৰমণ কৰাৰ পিছত দক্ষিণ ভাৰতৰো কাঞ্চী, উৰিষ্যা, মালব, মুলতান আদি ঘূৰি-পকি পশ্চিমমুৱা হৈ সিন্ধু প্ৰদেশত গৈ সোমায়। হিউয়েনচাঙে পূব ভাৰতৰ গৌড় দেশ আৰু কামৰূপ ৰাজ্যও ( প্ৰাগজ্যোতিষপুৰ ) ভ্ৰমণ কৰে।

## কামৰূপ ভ্ৰমণ

হিউয়েনচাঙৰ কামৰূপ ভ্ৰমণৰ কাহিনী অতি গুৰুত্বপূৰ্ণ আৰু ৰোমাঞ্চকৰ। সেই সময়ত কামৰূপত বৰ্মন বংশৰ শ্ৰেষ্ঠ ৰজা ভাস্কৰ বৰ্মনে ৰাজত্ব কৰাৰ কথা আগতে কৈ অহা হৈছে। হিউয়েনচাং ভাৰতলৈ অহাৰ আগতে উত্তৰ আৰু পূব ভাৰতৰ ৰাজনৈতিক উত্থান-পতনৰ লগত ভাস্কৰ বৰ্মা জড়িত আছিল আৰু উত্তৰ ভাৰতৰ সৰ্বশ্ৰেষ্ঠ একছত্ৰী হিন্দুৰজা হৰ্ষবৰ্ধনৰ পৰম বন্ধু আছিল আৰু উভয়ে পৰম শত্ৰু গৌড়ৰ ৰজা শশাংকক পৰাজয় কৰিছিল। হৰ্ষবৰ্ধন আৰু ভাস্কৰ বৰ্মনৰ মাজত হোৱা বন্ধুত্বৰ কথা বাণভট্টই হৰ্ষচৰিতত কিদৰে বৰ্ণনা কৰিছে কৈ অহা হৈছে।

এই নিচিনা পৰম বন্ধু দুজনৰ মাজত চীনা পণ্ডিত হিউয়েনচাঙক

লৈ কিদৰে বুজাবুজিৰ ভুল হৈছিল ভাবিলে আচৰিত হ'ব লাগে। হিউয়েনচাং নালন্দা বিশ্ববিদ্যালয়ত থকা সময়ছোৱাত হৰ্ষবৰ্ধনৰ লগত তেওঁৰ সাক্ষাৎ হোৱাৰ কথা জনা নাযায়।

## হিউয়েনচাঙৰ ধৰ্ম প্ৰচাৰ

হিউয়েনচাঙে নালন্দা বিশ্ববিদ্যালয়ত শীলভদ্ৰৰ তত্বাৱধানত থাকি বৌদ্ধ ধৰ্মৰ গ্ৰন্থবোৰ অধ্যয়ন কৰাৰ লগতে মহাযান বৌদ্ধ ধৰ্ম প্ৰচাৰত মন দিছিল। হিউয়েনচাঙৰ ধৰ্ম প্ৰচাৰ কাৰ্যত ব্ৰাহ্মণ আৰু সন্ন্যাসীসকলে ভাল পোৱা নাছিল। তেওঁলোকে হিউয়েনচাঙক তৰ্কত ঘটুৱাবৰ কাৰণে অহৰহ চেষ্টা চলাই আছিল। এনেতে এজন মদগৰ্বী ব্ৰাহ্মণে কুৰিখন গ্ৰন্থ লিখি মন্দিৰৰ দুৱাৰ মুখত আঁৰি থৈ বৌদ্ধ ধৰ্মৰ বিৰুদ্ধে প্ৰতিবাদ জনাই ক'লে—"যদি কোনোবাই মোৰ মত খণ্ডন কৰিব পাৰে তেওঁৰ জয়ৰ চিন স্বৰূপে মোৰ শিৰটো পুৰস্কাৰ দিম।"

## হিউয়েনচাঙৰ তৰ্কবাদ আৰু জয়লাভ

কেইবাদিনো পাৰ হ'ল। কোনোৱে একো প্ৰতিবাদ নজনোৱাত হিউয়েনচাঙে এজন সাধু মানুহক সেই কিতাপবোৰ ফালি-ছিৰি পেলাবলৈ হুকুম দিলে। তেনে কৰাত ব্ৰাহ্মণজনৰ খং উঠিল আৰু মানুহজনক কোনে এই কাম কৰিবলৈ হুকুম দিছিল সুধিলে। সাধু মানুহজনে হিউয়েনচাঙে তেনে কৰিবলৈ তেওঁক নিৰ্দেশ দিয়া বুলি কোৱাত ব্ৰাহ্মণজনে লাজ পালে আৰু হিউয়েনচাঙৰ লগত তৰ্কবাদ কৰিবলৈ সাহস নকৰি মনে মনে থাকিল। পিছত শীলভদ্ৰৰ মধ্যস্থতাত এফালে ব্ৰাহ্মণসকল আৰু আনফালে হিউয়েনচাঙৰ মাজত শাস্ত্ৰৰ যুক্তি-তৰ্ক আৰম্ভ হ'ল। হিউয়েনচাঙে ব্ৰাহ্মণ্যধৰ্মত থকা ভূত-প্ৰেতৰ উপাসনা দিগম্বৰ জৈন, বামাচাৰী আদি সম্প্ৰদায়ৰ কৰ্মপন্থাৰ প্ৰতিবাদ জনাই প্ৰত্যুত্তৰ বিচাৰিলে। কিন্তু সকলো নিমাত হ'ল। তেতিয়া

প্ৰত্যাহ্বান জনোৱা ব্ৰাহ্মণজনে উৰ্ধবাহু হৈ পৰাজয় স্বীকাৰ কৰি ঘোষণা কৰিলে—"মই পৰাজিত হৈছোঁ। আৰু লগতে পণ্ডিতজনাৰ ( হিউয়েনচাঙৰ ) নীতি সমৰ্থন কৰিছোঁ।" তাৰ পিছত ব্ৰাহ্মণজনে সেই মুহূৰ্ততে বুদ্ধদেৱৰ সেৱাত নিজক সমৰ্পণ কৰিলে।

তাৰ পিছত হিউয়েনচাঙে ব্ৰাহ্মণজনক বামাচাৰী বা কাপালিকা আদি সম্প্ৰদায়ৰ বিভিন্ন মতৰ কথা জানেনেকি সুধিলে? ব্ৰাহ্মণজনে ক'লে যে সেইবোৰৰ বিভিন্ন মত সম্পৰ্কে তেওঁ কমেও পাঁচবাৰ পঢ়িছে। তেতিয়া হিউয়েনচাঙে তেনেবোৰ কথা তেওঁৰপৰা জানিবলৈ ইচ্ছা কৰাত ব্ৰাহ্মণে ক'লে যে শেষৰাতি যেতিয়া সকলো টোপনিত মগ্ন হৈ পৰিব তেতিয়াহে তেওঁ সেই গোপ্য কথাবোৰ আলোচনা কৰিব। শেষৰাতি হিউয়েনচাঙে ব্ৰাহ্মণৰ মুখে বামাচাৰী পন্থৰ মতামতবোৰ জানি লৈ তাত থকা দোষ-ত্ৰুটিবোৰ আঙুলিয়াই দি ১৬০০ (ষোল্লশ) শ্লোকত "বিধৰ্মীৰ পতন" নামে (The Destruction of the Heresy) গ্ৰন্থ এখন লিখি শীলভদ্ৰক দিলে। শীলভদ্ৰই সকলো সম্প্ৰদায়ৰ পণ্ডিতসকলক নিমন্ত্ৰণ কৰি সভা পাতি মুকলিভাবে "বিধৰ্মীৰ পতন" গ্ৰন্থখনিৰ শ্লোকবোৰ পাঢ় শুনালে; আৰু কাৰোবাৰ কিবা প্ৰতিবাদ থাকিলে জনাবলৈ আহ্বান জনালে। শেষত বিনা প্ৰতিবাদে তাত সকলোৱে সম্মতি জনোৱাত শীলভদ্ৰই ক'লে,—তোমালোকক যথেষ্ট অপমান কৰা হ'ল। যুক্তিবাদত তোমালোক পৰাজয় হ'লা। এতিয়া মই তোমালোকক মুক্তি দিছোঁ. তোমালোক য'লৈকে ইচ্ছা যাব পাৰা।"

## ভাস্কৰে দূত পঠিয়ালে

উপৰত উল্লেখ কৰা ব্ৰাহ্মণজন পূব ভাৰতৰ কামৰূপ ৰাজ্যৰ আছিল বুলি হিউয়েনচাঙে লিখি থৈ গৈছে। অৱশ্যে তেওঁৰ গ্ৰন্থত ব্ৰাহ্মণজনৰ নাম উল্লেখ কৰা নাই। তাৰ পাছত ব্ৰাহ্মণজন আনন্দত উৎফুল্লিত হৈ কামৰূপ ৰাজ্যলৈ তুৰন্তে উভতি আহে

আৰু কামৰূপ ৰজা কুমাৰ ভাস্কৰ বৰ্মনক হিউয়েনচাঙৰ আদ্যোপান্ত বৰ্ণাই কয়। ৰজাই ব্ৰাহ্মণৰ মুখে হিউয়েনচাঙৰ উচ্চ প্ৰশংসা শুনি আনন্দ পালে আৰু তেনে এজন পণ্ডিতক তেওঁৰ ৰাজ্যলৈ আনিব পৰাটো গৌৰৱৰ কথা হ'ব বুলি ভাবিলে। ৰজাই নালন্দা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য শীলভদ্ৰৰ ওচৰলৈ দূত পঠাই হিউয়েনচাঙক তেওঁৰ ৰাজ্যলৈ শীঘ্ৰে পঠিয়াবলৈ অনুৰোধ জনালে। ভাস্কৰৰ দূতে গৈ শীলভদ্ৰৰ হাতত পত্ৰ প্ৰদান কৰিলে। ভাস্কৰে শীলভদ্ৰলৈ অতি বিনয়সূচক সম্বোধন লিখিছিল,—"আপোনাৰ শিষ্যই চীন দেশৰ-পৰা অহা ধৰ্মগুৰুজনক চাব খোজে, তেওঁক পঠিয়াই মোক কৃতাৰ্থ কৰক।"

## শীলভদ্ৰৰ পৰিচয়

হিউয়েনচাঙে তেওঁৰ গ্ৰন্থত শীলভদ্ৰক পূব ভাৰতৰ সমটত ৰাজ্যৰ লোক বুলি পৰিচয় দিছে। সমটত ৰাজ্য হ'ল বংগোপ সাগৰৰ উপকূলৱৰ্তী অঞ্চলটো। আকৌ হিউয়েনচাঙৰ বিৱৰণিৰপৰা জনা যায় তেতিয়াৰ কামৰূপ ৰাজ্যৰ সীমা দক্ষিণে সমুদ্ৰ কূললৈকে আছিল। গতিকে সমটত কামৰূপ ৰাজ্যৰ অন্তৰ্গত হোৱাটো সম্ভৱ হ'লে শীলভদ্ৰও কামৰূপৰ লোক আছিল বুলি প্ৰতিপন্ন হয়।

## শীলভদ্ৰৰ প্ৰথম প্ৰত্যাখ্যান

শীলভদ্ৰই ভাস্কৰ বৰ্মাৰ পত্ৰ পাই ততালিকে (ব্ৰাহ্মণ) পণ্ডিত মণ্ডলীক মাতি আনি ভাস্কৰ বৰ্মাই হিউয়েনচাঙক কামৰূপ ৰাজ্যলৈ নিমন্ত্ৰণ জনাইছে বুলি জনালে। লগতে শীলভদ্ৰই ইয়াকো জনালে যে ৰজা হৰ্ষবৰ্ধনেও হিউয়েনচাঙক নিমন্ত্ৰণ জনাইছে আৰু সেই মৰ্মে হৰ্ষবৰ্ধনৰ ওচৰলৈ হিউয়েনচাঙক পঠাব বুলি আগতে সম্মতিও জনোৱা হৈছে। তেনে স্থলত হিউয়েনচাঙক ভাস্কৰ বৰ্মাৰ ওচৰলৈ পঠোৱাটো সম্ভৱ নহ'ব বুলি দূতৰ মুখে এইদৰে জনালে—'চীনা ধৰ্মগুৰুজন নিজ

দেশলৈ প্ৰত্যাৱৰ্ত্তন কৰিবলৈ ব্যগ্ৰ হৈ উঠিছে। গতিকে তেওঁ ৰজাৰ অনুৰোধ ৰক্ষা কৰিবলৈ অসমৰ্থ।" দূতে আহি ভাস্কৰ বৰ্মনক তেনে-দৰে জনোৱাত তেওঁ পুনৰ্বাৰ শীলভদ্ৰলৈ টানি অনুৰোধ জনালে— 'যদিও ধৰ্মগুৰু ঘৰলৈ যাবলৈ ইচ্ছুক তথাপি ক্ষন্তেকৰ বাবে হ'লেও আপোনাৰ শিষ্যৰ ওচৰলৈ পঠাই দিয়ে যেন। গুভতি যাওঁতে তেখেতৰ নিশ্চয় কোনো অসুবিধা নহ'ব। প্ৰাৰ্থনা কৰিছোঁ, পুনৰ মোৰ সামান্য অনুৰোধ প্ৰত্যাখ্যান নকৰি ধৰ্মগুৰুজনাক পঠিয়াই দিয়ক।'

## দ্বিতীয়বাৰো প্ৰত্যাখ্যান আৰু ভাস্কৰৰ ভাবুকি

শীলভদ্ৰই দ্বিতীয়বাৰো ভাস্কৰৰ অনুৰোধ প্ৰত্যাখ্যান কৰাত তেওঁৰ বৰ খং উঠিল। তথাপি ৰজাই ধৈৰ্য নেহেৰুৱাই পুনৰবাৰ শীলভদ্ৰলৈ লিখিলে—'আপোনাৰ দাসে এজন সৰ্বসাধাৰণ লোক হিচাপে পাৰ্থিব সুখৰ পথ অনুসৰণ কৰিছোঁ আৰু এই পৰ্যন্ত বৌদ্ধধৰ্মত দীক্ষা লোৱাৰ নিয়ম-কাৰণ একো নাজানো। এতিয়া ভাৰতবৰ্ষৰ বাহিৰৰপৰা এজন ধৰ্মগুৰু আহিছে কাৰণে মোৰ মন-প্ৰাণ আনন্দত নাচি উঠিছে। তেখেতে প্ৰচাৰ কৰা ধৰ্মবীজে মোৰ দেশতো শান্তি-বাৰি বৰিষণ কৰাৰ আশা কৰিছোঁ। কিন্তু মহাশয়! তেখেতক পঠাবলৈ আপুনি এইবাৰো অস্বীকাৰ কৰিছে। আপুনি ইচ্ছা কৰিছে যে পৃথিবী অজ্ঞান অন্ধকাৰত ডুবি যাওক। এনে কথা জানো হ'ব পাৰে, যে মোক্ষলাভৰ পথত আপোনাৰ শক্তিয়ে বাধা দিব পাৰে? গতিকে হে মহাশয়! আপুনি পুনৰবাৰ ভাবি চাওক। মই পুনৰ দূত পঠালোঁ। যদি ধৰ্মগুৰু এইবাৰো নাহে তেতিয়াহ'লে আপোনাৰ শিষ্যই নিন্দনীয় কাম কৰিবলৈ বাধ্য হ'ব। শশাংকই বৌদ্ধ বিহাৰ ধ্বংস কৰা আৰু বোধিবৃক্ষ নিৰ্মূল কৰাৰ দৰে একে দোষত দোষী হম।' তাৰ পিছত ভাস্কৰে প্ৰচণ্ড ভাবুকি দি লিখিছে—'মহাশয়! আপুনি ভাবেনেকি যে আপোনাৰ শিষ্যৰ তেনে শক্তি নাই? যদি প্ৰয়োজন হয় মই মোৰ সৈন্য আৰু হাতী প্ৰস্তুত কৰিম; মোৰ

অসীম শক্তিৰে মেঘৰ দৰে চোঁচা লৈ নালন্দা বিহাৰ ধূলিস্যাৎ কৰিম। মোৰ এই কথা সূৰ্যৰ দৰে সত্য। মহাশয়! এইটো আপোনাৰ বাবে পৰীক্ষা কৰি চোৱাটো মংগলজনক হ'ব।'

## শীলভদ্ৰৰ পৰাজয়

এইবাৰ কিন্তু শীলভদ্ৰই প্ৰমাদ গণিলে। ভাস্কৰ বৰ্মাৰ তৰ্জন গৰ্জন পায়েই হিউয়েনচাঙক ক'লে—'ৰজাৰ পৱিত্ৰ মনত অপৱিত্ৰ ছাঁ পৰি বিক্ষুব্ধ হৈছে; আৰু অতি দুৰ্বল হৈ পৰিছে। তেওঁৰ ৰাজ্যত বহুলভাৱে বৌদ্ধধৰ্ম প্ৰচাৰ হোৱা নাই। আপোনাৰ নাম শুনাৰে-পৰা তেওঁ আপোনাৰ ওপৰত গভীৰ আস্থা স্থাপন কৰিছে। এই সময়ত আপুনি আৰু বিলম্ব নকৰি তাৰ্লৈ যোৱাটোত বদ্ধপৰিকৰ হওক। তেওঁৰ মাজত আপুনি এজন ভাল বন্ধু পাব। আপোনাৰ প্ৰশান্ত মনেৰে বিচাৰ কৰি চাওক আৰু যাওক।' তাৰ পিছত শীলভদ্ৰই পুনৰ ধৰ্মগুৰুক ক'বলৈ ধৰিলে– 'আপুনি পৃথিৱীৰ মংগলৰ কাৰণেহে বুদ্ধদেৱৰ শিষ্য হৈছে, এইটো আপোনালৈ অযাচিতে অহা নায্য সুবিধা। যেতিয়া আপুনি গছ নিৰ্মূল কৰিবলগীয়া হয়, আপুনি প্ৰথমে শিপাবোৰ কাটিব লাগিব; ডাল-পাতবোৰ তাৰ পাছত শুকাই যাব। গতিকে আপুনি যেতিয়া সেই দেশত উপস্থিত হ'ব তেতিয়া আপুনি ৰজাৰ হৃদয় স্পৰ্শ কৰিব পাৰিব। প্ৰজাসাধাৰণেও দীক্ষা গ্ৰহণ কৰিব। কিন্তু যদি আপুনি অসন্মত হয় আৰু নাযায় তেতিয়াহ'লে সম্ভৱতঃ ঘোৰ অনিষ্ট হ'ব। আপুনি বিপদৰ কাৰণে অকণো কুণ্ঠাবোধ নকৰিব।'

## ভাস্কৰৰ বৌদ্ধধৰ্ম গ্ৰহণ

ওপৰত বৰ্ণনা কৰা কথাখিনিৰ পৰা হিউয়েনচাং আৰু তেওঁৰ প্ৰচাৰিত বৌদ্ধধৰ্মৰ প্ৰতি ভাস্কৰ বৰ্মা কিদৰে আকৰ্ষিত হৈছিল, সেইটো স্পষ্টভাৱে ওলাই পৰিছে। শীলভদ্ৰই হিউয়েনচাঙক দিয়া

দিহা-পৰামৰ্শৰপৰাও ভাস্কৰ বৰ্মাই বৌদ্ধধৰ্ম গ্ৰহণ কৰা আৰু কামৰূপ ৰাজ্যত বৌদ্ধধৰ্ম প্ৰচাৰ কৰাৰ সংকল্প কৰাৰ কথা প্ৰকাশ পাইছে। সেই কাৰণে হিউয়েনচাং কামৰূপলৈ অহা সময়ত ৰাজ্যত বৌদ্ধধৰ্ম বহুলভাৱে দৰাচলতে প্ৰচাৰ হোৱা নাছিল। কিন্তু হিউয়েনচাং কামৰূপলৈ অহাৰ পিছত ৰজাই বৌদ্ধধৰ্ম গ্ৰহণ কৰা আৰু ৰাজ্যত বৌদ্ধধৰ্ম প্ৰচাৰ কৰাটো সহজে অনুমান কৰিব পাৰি। তাৰ বাহিৰেও ভাস্কৰ বৰ্মাই হিউয়েনচাঙক প্ৰতিশ্ৰুতি দিছিল যে যদিহে তেওঁ ভাস্কৰৰ ৰাজ্যত থাকে তেওঁৰ বাবে সহস্ৰাধিক বৌদ্ধ স্তূপ নিৰ্মাণ কৰি দিব। তাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল ভাস্কৰ বৰ্মাই বৌদ্ধধৰ্ম গ্ৰহণ কৰাৰ ইচ্ছা নকৰাহেঁতেন হিউয়েনচাঙক তেওঁৰ ৰাজ্যলৈ আনিবলৈ ইমান আগ্ৰহশীল নহ'লহেঁতেন; আৰু পৰ্যায়ক্ৰমে হিউয়েনচাঙক কামৰূপ ৰাজ্যত বিৰাট সম্বৰ্ধনা জনোৱা আৰু প্ৰয়াগত বহা বৌদ্ধ মেলাত সম্মানীয় আসন গ্ৰহণ কৰা আদি সম্ভৱপৰ নহ'লহেঁতেন।

## কামৰূপত হিউয়েনচাং

যি কি নহওক শীলভদ্ৰৰ সুপৰামৰ্শ গ্ৰহণ কৰি হিউয়েনচাং কামৰূপ ৰাজ্যলৈ আহিল। ৰজাই এই খবৰ পাই অপাৰ আনন্দ পালে আৰু প্ৰধান বিষয়াবৰ্গক লগত লৈ ধৰ্মগুৰুজনক সাক্ষাৎ কৰিলে। তাৰ পিছত মহা আড়ম্বৰেৰে হিউয়েনচাঙক ৰাজপ্ৰাসাদলৈ বৰি নিলে লগতে তেওঁক প্ৰাচীন কামৰূপৰ কলা-সংস্কৃতিৰ বিষয়ে অৱগত কৰাৰ উদ্দেশ্যে প্ৰতিদিনে নৃত্য, গীত, ধৰ্মীয় অনুষ্ঠান আদিৰ ব্যৱস্থা কৰা হ'ল। এইদৰে হিউয়েনচাঙক এমাহতকৈয়ো অধিক কাল ৰখাৰ পিছত আন এটি অশুভ ঘটনা ঘটিল।

## হৰ্ষৰ ক্ষোভ

হিউয়েনচাঙক লৈ ভাস্কৰ বৰ্মা আৰু শীলভদ্ৰৰ মাজত হোৱা অপ্ৰীতিকৰ ঘটনাৰ বিষয়ে হৰ্ষবৰ্ধনে একোকে জনা নাছিল; কিয়নো

সেই সময়ত হৰ্ষবৰ্ধন কংগোধ অভিযানত ব্যস্ত আছিল। হৰ্ষবৰ্ধন অভিযানৰপৰা ঘূৰি আহি হিউয়েনচাং কামৰূপ ৰাজ্যত থকা বুলি জানি আচৰিত হ'ল আৰু ক'লে—'মই তেওঁক বাৰে বাৰে মোৰ ৰাজ্যলৈ প্ৰথমে অহাৰ কথা কৈছিলোঁ; কিন্তু তেওঁ নাহিল। এইটো কেনেকৈ হ'ব পাৰে যে তেওঁ এতিয়া তাত (কামৰূপত)?'

হৰ্ষই অতি শীঘ্ৰে ভাস্কৰ বৰ্মালৈ এজন কটকী পঠিয়াই হিউয়েনচাঙক তেওঁৰ ৰাজ্যলৈ পঠাবলৈ দাবী জনালে। তাৰ উত্তৰত ভাস্কৰে কটকীক ক'লে—'তেওঁ মোৰ মূৰটোকে নিব পাৰে; তথাপি হিউয়েনচাঙক নিব নোৱাৰে।' দূতে গৈ এইকথা হৰ্ষবৰ্ধনক জনালে আৰু ৰজাই ততালিকে তেওঁৰ মন্ত্ৰীবৰ্গক মাতি আনি জনালে— 'কুমাৰ ৰজাই মোক অপমান কৰিছে। এজন ধৰ্মগুৰুক লৈ তেওঁ কি সাহসেৰে ইমান কঠিন বাক্য প্ৰয়োগ কৰিব পাৰিলে বাৰু?'

তাৰ পিছত ৰাজই আন এজন কটকী পঠিয়াই ক'লে 'দূতৰ জৰিয়তে মূৰটোকে পঠিওৱা যাতে মই সোনকালে পাব পাৰোঁ।'

## ধৰ্মগুৰুক লৈ ভাস্কৰৰ যাত্ৰা

কুমাৰ ৰজাই এইবাৰ গভীৰভাৱে চিন্তা কৰি চালে। ইয়াকে কয় বোলে 'কথাত বঁটা পায়, কথাত কটা যায়।' ভাস্কৰে এইবাৰ পৰিস্থিতিৰ গুৰুত্ব বুজি ভাবিলে ধৰ্মগুৰুজনাৰ কাৰণে তেওঁলোকৰ মাজত থকা মধুৰ সম্পৰ্ক বিচ্ছিন্ন কৰাৰ কোনো কাৰণ নাই। শেষত তেওঁ নিজে ধৰ্মগুৰুক হৰ্ষৰ ওচৰলৈ লৈ যাবৰ কাৰণে প্ৰস্তুত হ'ল। ভাস্কৰে বিষয়াবৰ্গক কুৰি হেজাৰ কাঁড়ী সৈন্য আৰু ত্ৰিশ হেজাৰ সুসজ্জিত জাহাজ ততালিকে সাজু কৰিবলৈ হুকুম দিলে। তাৰ পিছত ভাস্কৰ বৰ্মা হিউয়েনচাঙক লগত লৈ শিলাদিত্যৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। সেই সময়ত শিলাদিত্যই গংগাৰ পাৰৰ 'কাজৰগিৰা' (**Kajargira**) নামে ঠাইত অপেক্ষা কৰি আছিল। ভাস্কৰৰ

আদেশত গংগাৰ উত্তৰ পাৰত এটা শিৱিৰ নিৰ্মাণ কৰা হ'ল। নিৰ্দিষ্ট দিনত সেই শিৱিৰত হিউয়েনচাঙক লৈ ভাস্কৰ উপস্থিত হ'ল। তাৰ পিছত ভাস্কৰে তেওঁৰ মন্ত্ৰীবৰ্গক লগত লৈ শিলাদিত্যৰ ওচৰ পালেগৈ।

## হৰ্ষবৰ্ধনৰ শিষ্টাচাৰ

ভাস্কৰবৰ্মা হৰ্ষবৰ্ধনৰ ওচৰত উপস্থিত হোৱাত তেওঁ আনন্দত আত্মহাৰা হ'ল আৰু ধৰ্মগুৰুৰ প্ৰতি ভাস্কৰে যি একান্ত শ্ৰদ্ধা-ভক্তি দেখুৱালে তাৰ শলাগ ল'লে। হৰ্ষবৰ্ধনে তেওঁলোকৰ মাজত পত্ৰ বিনিময়ৰ দ্বাৰা হোৱা অপ্ৰীতিকৰ ঘটনাৰ ঘুণাক্ষৰো উল্লেখ নকৰিলে। মাত্ৰ ৰজাক আদৰণি জনাই সুধিলে—'চীনা ধৰ্মগুৰুজন ক'ত ৰৈছেহি?' ভাস্কৰে ক'লে—'যাত্ৰাপথৰ আবাস এটিত ৰখা হৈছে।' হৰ্ষই প্ৰশ্ন কৰিলে—'তেওঁনো আপোনাৰ সৈতে নাহিল কিয়?' ভাস্কৰে ক'লে—'মহাৰাজৰ যিহেতু ধাৰ্মিকজনৰ প্ৰতি শ্ৰদ্ধা-ভক্তি আছে, গতিকে কিয়নো তেওঁক ৰাজসভালৈ আদৰি অনা নহ'ব?' হৰ্ষই ক'লে—'সজ কথা, বৰ্তমান আপুনি আপোনাৰ আবাস স্থানলৈ প্ৰত্যাৱৰ্ত্তন কৰক আৰু কাইলৈ মই নিজে আহিম।'

কুমাৰৰজা উভতি আহি হিউয়েনচাঙক ক'লেহি—'ৰজাই যদিও কালি আহিব বুলি কৈছে; কিন্তু মই সন্দেহ কৰিছোঁ তেওঁ আজি ৰাতিয়েই আহিব; আৰু যেতিয়া তেওঁ আহিব আমি তেওঁক আদৰণি জনাম; কিন্তু ধৰ্মগুৰুক ৰাতিৰ ভিতৰত ক'লৈকো নিব দিয়া নহ'ব।'

ভাস্কৰ বৰ্মাৰ কথাৰ উত্তৰত হিউয়েনচাঙে ক'লে—'হিউয়েনচাঙে আনৰ নিৰ্দেশত কাম নকৰে; বুদ্ধদেৱৰআদেশ ক্ৰমেহে যাব।'

## হৰ্ষবৰ্ধনৰ শোভাযাত্ৰা

নিশাৰ আগভাগত হৰ্ষবৰ্ধন নাহিল। এনেতে প্ৰহৰী আহি আহি ভাস্কৰক জনালেহি—'গংগাৰ পাৰত বহু হেজাৰ যোৰ-বন্তি

জ্বলিছে আৰু ঢোল-পেঁপা আদিৰ মাত শুনা গৈছে। ভাস্কৰে ক'লে, হৰ্ষবৰ্ধন ৰজা আহি আছে।' তাৰ পিছত সকলোৱে যোৰ-বস্তি হাতত লৈ ওলাল। পাত্ৰমন্ত্ৰী সহিতে ৰজাও আগবাঢ়ি ওলাল। গংগাৰ পাৰৰপৰা শ্ৰীহৰ্ষবৰ্ধনে শোভাযাত্ৰা কৰি আহি আছে। শ শ মানুহে সোণেৰে নিৰ্মিত ঢোলত প্ৰতি খোজে খোজে চাপৰ মাৰি পদচালনা কৰি আহিছে।

## শিলাদিত্যৰ শ্ৰদ্ধা নিবেদন

লাহে লাহে হৰ্ষবৰ্ধন আহি হিউয়েনচাঙৰ ওচৰ পালেহি। তেওঁ ততালিকে পুষ্পাঞ্জলি যাচি হিউয়েনচাঙৰ চৰণত সেৱা জনালে আৰু বাৰে বাৰে প্ৰশস্তি গালে। তাৰ পিছত হিউয়েনচাঙক সম্বোধি ক'লে—'আপোনাৰ শিষ্যই আপোনাক বহুদিন আগতে নিমন্ত্ৰণ জনাইছিলোঁ। আপুনি কি কাৰণত মোৰ অনুৰোধ ৰক্ষা নকৰিলে, অনুগ্ৰহ কৰি ক'বনে?'

হিউয়েনচাঙে প্ৰত্যুত্তৰত ক'লে—'মই বহু দূৰৰপৰা বুদ্ধদেৱৰ নীতি অনুসন্ধান কৰাৰ কাৰণে আহিছোঁ। যেতিয়া আপোনাৰ নিৰ্দেশ আহিছিল তেতিয়া মোৰ শাস্ত্ৰ পৰীক্ষা কৰা শেষ হোৱা নাছিল। সেইকাৰণে আপোনাক লগে লগে সাক্ষাৎ কৰিবলৈ অহা নহ'ল।'

## চীন দেশৰ ৰজাৰ গুণানুকীৰ্তন

তাৰ পিছত হৰ্ষবৰ্ধন আৰু হিউয়েনচাঙৰ মাজত চীন দেশৰ ৰজা "থচিন" (Tsin)ৰ মহৎ গুণাৱলীৰ কথা আলোচনা চলিল। হৰ্ষই হিউয়েনচাঙক সুধিলে—'আপুনি চীন দেশৰপৰা আহিছে; আপোনাৰ শিষ্যই জানিব পাৰিছে যে চীন দেশৰ ৰজা থচিনৰ গুণাৱলী আৰু যশস্যা নৃত্য-গীতৰ জৰিয়তে দশোদিশ বিয়পি পৰিছে। মই এই পৰ্যন্ত জনা নাছিলোঁ, যে এইজন থচিনৰ গুণেই তেওঁক উজ্জ্বল কৰি তুলিছিল।'

হিউয়েনচাঙে ক'লে—'মোৰ দেশৰ ৰজাই ধৰ্মক ৰক্ষা আৰু অধৰ্মক নিৰ্মূল কৰে। তেওঁ সকলো প্ৰাণীকে সেৱা-শুশ্ৰূষা কৰে আৰু সেই কাৰণে মানুহে তেওঁৰ গুণানুকীৰ্তন কৰে। সৰ্বপ্ৰথমে তেওঁ তেওঁৰ পূৰ্বপুৰুষসকলৰ মন্দিৰত পূজা-অৰ্চনা পাইছিল, তাৰ পিছত আৰু দূৰণিৰ লোকসকলেও তেওঁৰ গুণানুকীৰ্তন কৰিবলৈ ধৰে ; থচিন এনে এজন ৰজা। তেওঁ বৰ্তমান চীন দেশৰ সম্ৰাট। কিন্তু, চীন দেশৰ সৰ্বময়কৰ্তাৰ ৰাজত্ব কালত তেওঁ ৰাজকুমাৰহে আছিল। সেই সময়ত স্বৰ্গ-মৰ্ত সকলোতে অৰাজকতাৰ সৃষ্টি হৈছিল, ৰাজ্যত ৰজা নাছিল, খেতি পথাৰবোৰ মৰাশৰে ভৰি পৰিছিল ; নৈ, জান, জুৰি সকলো তেজেৰে ৰাঙলি হৈছিল, ৰাতিৰ আকাশত ধূমকেতু, পখীয়া তৰাই সঘনে দেখা দিছিল, দূষিত বায়ুয়ে দেশ ছাটি ধৰিছিল, দৈত্যকায় বিষধৰ সাপেৰে সাগৰ ভৰি পৰিছিল। তেতিয়া আমাৰ ৰজাই সেনাবাহিনী পৰিচালনা কৰি অত্যাচাৰীসকলক দমন কৰিছিল। হাতত পৰশু কুঠাৰ ধৰি সাগৰ শান্ত কৰিলে, গাঁওবাসীৰ মাজত শান্তি বিৰাজ কৰিলে, জিলাবোৰলৈ আইন-শৃংখলা ঘূৰি আহিল, সূৰ্য্য, চন্দ্ৰ আৰু তৰাবোৰে পুনৰ পোহৰ দিলে আৰু পৃথিবী কৃতজ্ঞ হ'ল। এই কাৰণেই আমি তেওঁৰ গুণানুকীৰ্তন কৰোঁ।'

ৰজাই ক'লে—'তেনে মানুহকে ঈশ্বৰে পৃথিবীৰ অধিপতি কৰি পঠায়।' তাৰ পিছত ৰজাই হিউয়েনচাঙক সম্বোধন কৰি ক'লে—'আপোনাৰ দাস এতিয়া উভতি যাম। কাইলৈ আপোনাক আগবঢ়াই নিয়া হ'ব। মই আশা কৰিছোঁ আপুনি ভাগৰি পৰা নাই।' এইদৰে কৈ ৰজাই বিদায় ল'লে।

## হিউয়েনচাঙক হৰ্ষই আদৰি নিলে

ৰাতি পুৱাল। যথা সময়ত হৰ্ষবৰ্ধনৰ কটকী আহি উপস্থিত হ'ল। হিউয়েনচাং কুমাৰ ৰজাৰ সৈতে হৰ্ষৰ ৰাজপ্ৰাসাদলৈ গ'ল। এনেতে কুৰিজন সেৱকে আহি তৎক্ষণাৎ তেওঁলোকক আদৰি নিলে।

সকলোৱে আসন গ্ৰহণ কৰিলে আৰু লগে লগে নৃত্য-গীত আৰম্ভ হ'ল, পুষ্পমালা বৰষিবলৈ ধৰিলে। ধূপ, ধূনা, অগৰু চন্দনৰ গোন্ধে মলমলাই গ'ল।

আদৰণি জনোৱাৰ পিছত ৰজাই অতি বিনম্ৰভাৱে হিউয়েনচাঙক সুধিলে—'মই জানিব পাৰিছোঁ যে বিধৰ্মীসকলৰ মত খণ্ডন কৰি ধৰ্মগুৰুৱে হেনো এখন গ্ৰন্থ লিখিছে, সেই গ্ৰন্থখন ক'ত আছে?'

হিউয়েনচাঙে ক'লে—'গ্ৰন্থখন লগতে আছে।' তেওঁ গ্ৰন্থখন ৰজাৰ ফালে আগবঢ়াই দিলে।

ৰজাই গ্ৰন্থখন পঢ়ি চাই আনন্দ পালে আৰু সমবেত সকলোকে সম্বোধন কৰি ক'লে—'যেতিয়া সূৰ্য উদয় হয়, জোনাকী পৰুৱাবোৰৰ পোহৰ নাইকিয়া হয়, একেদৰে ধৰ্মগুৰুৱে নীতি-ধৰ্ম ৰক্ষা কৰি যি শাস্ত্ৰ লিখিলে, ই আন সকলো দুষ্ট নীতিকে নিৰ্মূল কৰিছে। পণ্ডিতজনে উত্তম গ্ৰন্থকে লিখিছে।'

তাৰ পিছত ৰজাই হিউয়েনচাঙক ক'লে—'আপোনাৰ শিষ্য হৰ্ষ আৰু আন আন শিষ্যসকলক পতিয়ন নিয়াবলৈ এই গ্ৰন্থখন যথেষ্ট হৈছে; কিন্তু মই ভাবোঁ ইয়াত আন আন পন্থৰ বহুতো মানুহ আছে, যিসকলে মূৰ্খামী বা ভুল কৰিব পাৰে। গতিকে কান্যকুব্জত (কনৌজত) এখন মহামেল পাতিবলৈ সংকল্প কৰিছোঁ। সেই মহা-মেলালৈ পঞ্চ-ভাৰতৰ ব্ৰাহ্মণ, শ্ৰমণ (বৌদ্ধভিক্ষু) বিধৰ্মীসকলোকে নিমন্ত্ৰণ জনোৱা হ'ব যাতে এই মহাযান পন্থৰ বিষয়ে অৱগত হৈ কুপ্ৰথা আৰু অন্ধবিশ্বাসবোৰ দূৰ কৰিব পৰা যায়।'

ৰজাই সিদিনাই আদেশ জাৰি কৰিলে যে—কান্যকুব্জত বহিৰ-লগীয়া মহাসভাত ৰাজ্যৰ সকলো সম্প্ৰদায়ৰ প্ৰতিনিধি উপস্থিত থাকি ধৰ্মগুৰুৰ গ্ৰন্থপাঠ শুনিব। তাৰ পিছত হিউয়েনচাঙক লগত লৈ শীতকালৰ আৰম্ভণিতে গংগাৰ পাৰলৈ উজাই গ'ল আৰু বছৰৰ শেষত নিৰ্ধাৰিত সভাস্থলীত উপস্থিত হ'লগৈ।

## কনৌজৰ বৌদ্ধ মহামেল

হৰ্ষবৰ্ধনৰ ৰাজধানী কনৌজত মহামেল আৰম্ভ হ'ল। এই মহামেলত কামৰূপৰ ৰজা ভাস্কৰবৰ্মা, হৰ্ষবৰ্ধনৰ জোঁৱাই বল্লভীৰাজ ধ্ৰুৱভট্টকে ধৰি পঞ্চ-ভাৰতৰ ওঠৰজন ৰজা উপস্থিত আছিল। মহামেলত যোগ দিবলৈ শিলাদিত্য গঙ্গাৰ দক্ষিণ পাৰেদি আৰু ভাস্কৰবৰ্মা উত্তৰ পাৰেদি যাত্ৰা কৰিছিল। দুয়োৰে লগত শত সহস্ৰ হাতী, ঘোঁৰা আৰু হেজাৰ-বিজাৰ অনুচৰ আছিল। যাত্ৰা পথত নাও, জাহাজ, হাতী, ঘোঁৰা, দোলা, পদব্ৰজে যেয়ে যেনেদৰে ভাল পাইছিল, তেনেকৈ গৈছিল আৰু ঢোল, পেঁপা, ঢাক, বাঁহী আদি বাদ্যযন্ত্ৰ বজাই মেদিনী কঁপাই তুলিছিল। ৰাজন্যবৰ্গৰ বাহিৰেও হীনযান পন্থৰ তিনি হেজাৰ ভিক্ষুক, তিনি হেজাৰ ব্ৰাহ্মণ আৰু জৈন পণ্ডিত (নিৰ্গ্ৰন্থ) আৰু নালন্দা বিশ্ববিদ্যালয়ৰ প্ৰায় এহেজাৰ ভিক্ষুক উপস্থিত আছিল। মহামেলত যোগদান কৰা সকল বিভিন্ন শাস্ত্ৰত জ্ঞান থকা পণ্ডিত আছিল।

### শোভাযাত্ৰা

মহাসভাৰ কাৰণে দুটা প্ৰকাণ্ড সভাঘৰ আৰু মণ্ডপ নিৰ্মাণ কৰা হৈছিল। এই মহাসভা ওঠৰ দিন ধৰি চলিছিল। উৎসৱৰ প্ৰথম দিনা হৰ্ষবৰ্ধনৰ আদেশত এটা প্ৰকাণ্ড হাতী সুসজ্জিত কৰি হাতীৰ পিঠত এখন ধুনীয়া বেদী নিৰ্মাণ কৰি ভগৱান বুদ্ধৰ এটি সোণৰ প্ৰতিমূৰ্ত্তি স্থাপন কৰা হ'ল। লগে লগে হৰ্ষৰ আবাস স্থলিৰপৰা শোভাযাত্ৰা আৰম্ভ হ'ল। শোভাযাত্ৰাত বুদ্ধ প্ৰতিমাৰ সোঁফালে সুসজ্জিত হাতীৰ পিঠিত হৰ্ষবৰ্ধন দেৱৰাজ ইন্দ্ৰৰ দৰে শোভিত হৈ বুদ্ধদেৱৰ চোঁৱৰধাৰীৰ বেশত বহিল আৰু বাঁওফালে আন এটি সুসজ্জিত হাতীত ভাস্কৰ বৰ্মা ব্ৰহ্মাৰ বেশত বহি ধ্বজা উৰাই গ'ল। তেওঁলোকৰ প্ৰত্যেকেই পুষ্পমালা, ৰাজমুকুট, ৰাজকীয় পোছাক পৰিধান কৰিছিল। তেওঁলোকৰ প্ৰতিজনৰ অনুচৰ হিচাপে পাঁচশকৈ

বৰ্মপিন্ধোৱা যুদ্ধৰ হাতী আছিল। এইদৰে বুদ্ধদেৱৰ সোণৰ প্ৰতিমাৰ সোঁৱে বাঁৱে হৰ্ষ আৰু ভাস্কৰ আৰু আগে-পিছে এশ ডাঙৰ ঐৰাৱতত উঠি বাদকসকলে নানা ধৰণৰ বাদ্য বজাইছিল। হিউয়েনচাঙক শোভাযাত্ৰাৰ আগত এটা বিশেষভাৱে সুসজ্জিত হাতীত আৰোহণ কৰিবলৈ দিয়া হৈছিল।

## বুদ্ধদেৱৰ সোণৰ মুৰ্ত্তি স্থাপন

যাত্ৰাৰ অন্তত সকলোৱে সভামণ্ডপ পালে। সভামণ্ডপৰ একাষত এশ ফুট ওখ এটা মন্দিৰ আৰু তাৰ ভিতৰত সুউচ্চ ৰৌপ্যবেদী এখন প্ৰস্তুত কৰি ৰখা হৈছিল। শোভাযাত্ৰাকাৰীসকল মন্দিৰৰ কাষ পাই হাতীৰপৰা নামিল আৰু ৰজা হৰ্ষবৰ্ধনে বুদ্ধ মূৰ্ত্তি নিজৰ কান্ধত তুলি ৰৌপ্যবেদীত স্থাপন কৰিলে আৰু নানা বস্ত্ৰ-অলঙ্কাৰ আদি দি পূজা কৰিলে।

সভা আৰম্ভ হ'ল। সভাত সকলো লোকক উপস্থিত থাকিবলৈ দিয়া নহৈছিল। বছা বছা এহেজাৰ শাস্ত্ৰজ্ঞ 'শ্ৰমণ', পাঁচশ পণ্ডিত ব্ৰাহ্মণ আৰু জৈন পণ্ডিত আৰু বিভিন্ন দেশৰ দুশ মন্ত্ৰীক সভাত যোগ দিবলৈ নিমন্ত্ৰণ জনোৱা হৈছিল। দৰ্শক, শ্ৰোতাসকলৰ বাবে মণ্ডপৰ বাহিৰত বহিবলৈ ব্যৱস্থা কৰা হৈছিল। সভাত যোগ দিয়া সকলোৰে বাবে ভোজনৰ ব্যৱস্থা কৰা হৈছিল। ভোজনৰ অন্তত সমবেত ৰাজন্যবৰ্গ আৰু ভিক্ষু মণ্ডলীয়ে বুদ্ধ প্ৰতিমাৰ চৰণত সেৱা জনালে।

## হিউয়েনচাঙৰ ভাষণ

সভাত হৰ্ষবৰ্ধনৰ অনুৰোধক্ৰমে হিউয়েনচাঙে সভাপতিৰ আসন গ্ৰহণ কৰিলে। হিউয়েনচাঙে উদ্বোধনী ভাষণত বৌদ্ধ ধৰ্মৰ মাহাত্ম্য ব্যাখ্যা কৰিলে। তাৰ পিছত সভাপতিৰ নিৰ্দ্দেশক্ৰমে, নালন্দা বিশ্ববিদ্যালয়ৰ ভিক্ষু এজনে ভাষণ দিলে আৰু ভাষণটো সভাৰ মুখ্য

যাবত আঁখি থাকিলৈ আদেশ দি হিউয়েনচাঙে ঘোষণা কৰিলে,—'যদি কোনোবাই পূৰ্ব বক্তাৰ এটা কথাও ভুল বুলি প্ৰমাণ কৰিব পাৰে, তেতিয়া হ'লে তেওঁৰ হুকুমত মই মোৰ শিৰচ্ছেদ কৰিবলৈ প্ৰস্তুত আছোঁ।' বাতিলৈকে কোনো ব্যক্তিয়ে প্ৰতিবাদ জনাবলৈ সাহস কৰি ওলাই নহাত সেইদিনাৰ সভা অন্ত পৰিল।

## হিউয়েনচাঙক হত্যাৰ ষড়যন্ত্ৰ

এইদৰে প্ৰতিদিনে শোভাযাত্ৰা আৰু বৌদ্ধমূৰ্ত্তি স্থাপনৰ পিছত সভা আৰম্ভ হ'ল। সাক্ষাতত কোনো ব্যক্তিয়ে হিউয়েনচাঙৰ কথাৰ প্ৰতিবাদ কৰিবলৈ নাহিল যদিও ভিতৰি ভিতৰি হিউয়েনচাঙক হত্যাৰ ষড়যন্ত্ৰ চলিছিল। হৰ্ষবৰ্ধনে এই ষড়যন্ত্ৰৰ কথা জানিব পাৰি ঘোষণা কৰিলে,—'যদি কোনোবাই কোনো প্ৰকাৰে হিউয়েনচাঙৰ দেহত হাত দিয়ে তেতিয়াহ'লে তাক প্ৰাণদণ্ড দিয়া হ'ব আৰু যদি কোনোবাই তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰে তাৰ জিভা কটা হ'ব।'

সুদীৰ্ঘ ওঠৰ দিন ধৰি ধৰ্ম আলোচনা চলিল। অন্তত বহুতো বিধৰ্মী আৰু হীনযান পন্থী বৌদ্ধ লোকে মহাযান পন্থ গ্ৰহণ কৰিলে। সভাত হিউয়েনচাঙক ওঠৰখন ৰাজ্যৰ ৰাজন্যবৰ্গই নানা উপহাৰ দিছিল, কিন্তু তেওঁ সেইবোৰ একোকে গ্ৰহণ নকৰিলে। তাৰ পিছত হিউয়েনচাঙক এটা সুসজ্জিত হাতীত তুলি সমবেত জনসমুদ্ৰৰ মাজেদি শোভাযাত্ৰা কৰাই আনি ৰজাই ঘোষণা কৰিলে যে, হিউয়েনচাঙে কোনো বিসম্বাদ নোহোৱাকৈ বৌদ্ধধৰ্ম্ম প্ৰতিষ্ঠা কৰিলে। ধৰ্ম্মগুৰুৱে প্ৰথমে ৰজাৰ এই সন্মান গ্ৰহণ কৰিবলৈ অনিচ্ছা কৰিছিল। কিন্তু ৰজাই এইটো দেশৰ দস্তুৰ বুলি কোৱাত হিউয়েনচাঙে বিশেষ আপত্তি নকৰিলে। হিউয়েনচাঙ তৰ্কবাদত কৃতকাৰ্য হোৱাত মহাযান পন্থীসকলে তেওঁক 'মহাযানদেৱ' আৰু হীনযান পন্থীসকলে 'মোক্ষদেৱ' উপাধিৰে অলংকৃত কৰিলে।

## সভামণ্ডপত জুই আৰু হৰ্ষবৰ্ধনক হত্যাৰ ষড়যন্ত্ৰ

মহাসভা সামৰণিৰ দিনা হঠাৎ মন্দিৰত জুই লাগিল। ৰজাই মন্দিৰৰ ওপৰলৈ উঠি ঘটনাৰ ৰহস্য জানিবলৈ চেষ্টা কৰিছিল। ওপৰৰপৰা তললৈ নামি আহোঁতে হঠাৎ এজন বিধৰ্মীয়ে ৰজাক ছুৰিৰে হত্যা কৰিবলৈ উদ্যত হ'ল। ৰজাই ভুবাহুৰ শক্তিৰে আততায়ীক ধৰি পেলালে। উপস্থিত লোকসকলে মানুহজনক ততালিকে প্ৰাণে মাৰিবলৈ ওলোৱাত হৰ্ষই বাধা দি মানুহজনক সুধিলে—'মই তোমাৰ কি দোষ কৰিছোঁ, যিটোৰ বাবে তুমি বেয়া কাম কৰিবলৈ ওলাইছা?' তেতিয়া মানুহজনে স্বীকাৰোক্তি কৰিলে—'মহাৰাজ! আপোনাৰ পুণ্যৰ জ্যোতি দশোদিশে বিয়পি পৰিছে। মই নিঃকিন মূৰ্খ বিধৰ্মীসকলৰ প্ৰৰোচনাত পৰি বিশ্বাস-ঘাতকতা কৰিবলৈ ওলাইছিলোঁ।' ৰজাই প্ৰশ্ন কৰিলে—'বিধৰ্মী-সকলে বাৰু কিয় এনে বেয়া কাম কৰিবলৈ ওলাইছিল?' মানুহজনে প্ৰত্যুত্তৰত ক'লে—'মহাৰাজ! আপুনি ৰাজ্যৰ সমগ্ৰ লোকক একতাৰ ডোলেৰে বান্ধিলে, আপুনি ৰাজভঁৰাল উদং কৰি শ্ৰমণ-সকলক দান-দক্ষিণা কৰিলে, বুদ্ধদেৱৰ সোণৰ মূৰ্ত্তি নিৰ্মাণ কৰিলে, কিন্তু দেশ-বিদেশৰপৰা অহা বিধৰ্মীসকলৰ লগত আপুনি একো আলোচনা হোৱা নাই। সেয়েহে হিংসাৰ বশবৰ্তী হৈ দুৰ্ভগীয়া-সকলে মোক এই হিংস্ৰ কৰ্মত নিযুক্ত কৰিছিল।'

## ব্ৰাহ্মণসকলৰ স্বীকাৰোক্তি

সভাত উপস্থিত থকা পাঁচশ ব্ৰাহ্মণক আনি এই ঘটনাৰ সবিশেষ সোধাত তেওঁলোকেও স্বীকাৰোক্তি কৰিলে যে কাঁড়ত জুই সংযোগ কৰি তোৰণটো পোৰাৰ অভিসন্ধি কৰা হৈছিল; কিন্তু তাত কৃতকাৰ্য নোহোৱাত মহাৰাজক হত্যা কৰিবলৈ সেই মানুহজনক নিযুক্ত কৰা হৈছিল। মহাৰাজে প্ৰধান অপৰাধীসকলক গুৰুতৰ শাস্তি দি অভিযুক্ত পাঁচশজন ব্ৰাহ্মণক নিৰ্বাসন দণ্ড দিলে।

## প্ৰয়াগৰ উৎসৱ

হৰ্ষবৰ্ধন ৰজা হোৱা দিনৰেপৰা প্ৰতি পাঁচ বছৰৰ মূৰত প্ৰয়াগত বৃহৎ উৎসৱ পাতি ভাৰতবৰ্ষৰ শ্ৰমণ, ব্ৰাহ্মণসকলক ৭৫ দিন ধৰি ধন-বস্ত্ৰ দান কৰিছিল।

কনৌজৰ মহাসভাৰ পিছতে প্ৰয়াগত ষষ্ঠ-পঞ্চম বাৰ্ষিক মহোৎসৱৰ আৰম্ভ হয়। ৰজাই হিউয়েনচাঙ আৰু দেশৰ ৰাজন্যবৰ্গক সেই উৎসৱত যোগদান কৰিবলৈ আহ্বান জনালে। কনৌজৰ উৎসৱ শেষ হোৱাৰ একৈশ দিনৰ পিছত শিলাদিত্যই হিউয়েনচাঙক লগত লৈ প্ৰয়াগলৈ যাত্ৰা কৰিলে।

## দানভূমি বা পুণ্যভূমি

গঙ্গা, যমুনা আৰু সৰস্বতী নদীৰ সঙ্গমস্থলিত মহাপুণ্যক্ষেত্ৰ প্ৰয়াগ অৱস্থিত। তিনি মাইল পৰিধিৰ বৃহৎ পথাৰ এখনত এই পবিত্ৰ মেলা বহে। আজিকালি প্ৰতি বাৰ বছৰৰ মূৰত এই দানভূমিতে 'কুম্ভ-মেলা' বহে। প্ৰাচীন কালতো ৰজা-মহাৰজাসকলে এই পুণ্যভূমিলৈ আহি ধন-বস্ত্ৰ দান কৰিছিল। এই ঠাইত কৰা দান-পুণ্য অইন ঠাইত কৰা দান-পুণ্যতকৈ হেজাৰ গুণে শ্ৰেষ্ঠ বুলি লোক-বিশ্বাস আছে। দানভূমি আৰু দান গৃহৰ নিৰ্মাণ পদ্ধতিও স্বকীয়া। চাৰিওফালে ডেৰ হাজাৰ ফুট দীঘল বৰ্গক্ষেত্ৰ আকাৰৰ ভূমি খণ্ডৰ ভিতৰত কেবাটাও খেৰৰ ভঁৰালঘৰ যত্নেৰে সজা হয়। সেই ঘৰবোৰত দান কৰিবলৈ অনা সোণ, ৰূপ, মণি, মুক্তা, ইন্দ্ৰনীলমণি, মহানীল মণিৰ বাহিৰেও মূল্যৱান বস্ত্ৰ-সামগ্ৰী ৰখা হয়। দানভূমিত শত সহস্ৰ খেৰৰ ঘৰ নিৰ্মাণ কৰা হয়, আৰু প্ৰতিটো ঘৰতে কমেও এহেজাৰ মানুহৰ খোৱা-থকাৰ ব্যৱস্থা কৰা হয়।

## মহোৎসৱত যোগদান

প্ৰয়াগৰ উৎসৱ আৰম্ভ হোৱাৰ ভালেমান দিন আগৰেপৰা দেশ-বিদেশৰপৰা হেজাৰ-বিজাৰ বৌদ্ধ ভিক্ষুক, ব্ৰাহ্মণ, বিধৰ্মী আৰু

নিৰ্গ্ৰন্থ বা দিগম্বৰ জৈনসকল, ক্ষুধাতুৰ, ৰোগগ্ৰস্ত, দীনদুখী, অনাথ মাউৰা ল'ৰা-ছোৱালী উপস্থিত হয়হি। দান-দক্ষিণা পোৱাৰ উপৰিও পুণ্যলাভৰ আশাত অগণন লোক এই পুণ্যভূমিলৈ আহে। মহাৰাজৰ আহ্বানক্ৰমে কনৌজৰ মহাসভাৰপৰা ওঠৰখন ৰাজ্যৰ ৰজাসকলেও প্ৰয়াগলৈ যাত্ৰা কৰিলে। ইতিমধ্যে হৰ্ষবৰ্ধন, কুমাৰ ভাস্কৰ, হিউয়েন-চাং আৰু ধ্ৰুৱভট্টই প্ৰয়াগলৈ যাত্ৰা আৰম্ভ কৰিলে। হৰ্ষবৰ্ধন আৰু ভাস্কৰ বৰ্মাৰ সৈন্যবোৰ জাহাজত উঠিল আৰু ধ্ৰুৱভট্টৰ ৰথীয়াসকল হাতীৰ পিঠিত উঠিল। শিলাদিত্যই গঙ্গাৰ উত্তৰ পাৰে আৰু ভাস্কৰে যমুনাৰ দক্ষিণ পাৰে পুষ্প উদ্যানৰ কাষত আৰু ধ্ৰুৱভট্টই গঙ্গা-যমুনাৰ সঙ্গম স্থলত শিবিৰ পাতিলে। বাকী ৰাজন্যবৰ্গই ধ্ৰুৱভট্টৰ পশ্চিম ফালে ছাউনী পাতি থাকিল।

## বুদ্ধৰ মূৰ্ত্তি স্থাপন

পিছদিনা উৎসৱ আৰম্ভ হোৱাৰ লগে লগে ভগৱান বুদ্ধৰ সোণৰ মূৰ্ত্তিটো আগতে নিৰ্দ্দিষ্ট কৰি ৰখা খেৰৰ ঘৰ এটাত প্ৰতিষ্ঠা কৰা হ'ল। লগে লগে উৎকৃষ্ট দ্ৰব্য সম্ভাৰ, সজগুণ বিশিষ্ট সাজ-পোছাক, ফল-মূল, সুস্বাদু মাংস আদি বিতৰণ কৰা হ'ল আৰু একে সময়তে নৃত্যগীত, পুষ্পবৃষ্টিও আৰম্ভ হ'ল। প্ৰথম দিনৰ কাৰ্যসূচীৰ অন্ত পৰিল। দিনান্তত সকলো ঘৰাঘৰি গ'ল।

## সূৰ্য আৰু শিৱৰ মূৰ্ত্তি স্থাপন

দ্বিতীয় দিনা সূৰ্য দেৱতাৰ মূৰ্ত্তি স্থাপন কৰা হ'ল আৰু প্ৰথম দিনাৰ অৰ্দ্ধেক পৰিমাণৰ বস্তু দান-দক্ষিণা দিয়া হ'ল। তৃতীয় দিনা শিৱ মহেশ্বৰৰ মূৰ্ত্তি বেদীত স্থাপন কৰি আগদিনাৰ দৰে দান-দক্ষিণা দিয়া হ'ল।

## দান-দক্ষিণা

চতুৰ্থ দিনাৰ দান-দক্ষিণাৰ ধুমধাম সবাতকৈ বেছি। সেইদিনা দহ হেজাৰ ভিক্ষুক শাৰী পাতি প্ৰত্যেককে এশ সোণৰ মুদ্ৰা,

একোটাকৈ মুক্তা, একোখনকৈ ধুতি কাপোৰ, ভোজন, পানীয় দ্ৰব্য, ফুল, সুগন্ধি দ্ৰব্য প্ৰভৃতি দিয়া হ'ল। পিছৰ কুৰি দিনতো ব্ৰাহ্মণ সকলক আন দহ দিনত বিধৰ্মীসকলক আৰু শেষত এমাহ জুৰি নিৰাশ্ৰয়, ভোকাতুৰসকলক দান-দক্ষিণা কৰা হ'ল। এইদৰে ৭৫ দিন ধৰি হাতী, ঘোঁৰা আৰু যুদ্ধৰ প্ৰয়োজনীয় সামগ্ৰীৰ বাহিৰে ৰাজ ভঁৰালত জমা হোৱা পাঁচ বছৰৰ সঞ্চিত সমুদায় ধন-ৰত্ন দান কৰা হ'ল। তাৰ পিছত ৰজাই নিজৰ পিন্ধি থকা ৰাজ পোছাকটোও দান কৰি ভনীয়েক ৰাজ্যশ্ৰীৰপৰা এজোৰ পুৰণি সাজ মাগি ল'লে। তাৰ পিছত দশবুদ্ধক পূজা-অৰ্চনা কৰি ক'লে—'এই আটাইবোৰ ধন-ৰত্ন সঞ্চয় কৰি তাক ৰক্ষা কৰিব নোৱাৰিলে চিন্তামুক্ত হ'ব নোৱাৰি। পুণ্যভূমিত দান কৰি আজি মই নিশ্চিন্ত হ'লোঁ। আগলৈকো প্ৰতি জন্মতে যাতে এই প্ৰকাৰে সৰ্বস্ব দান কৰি (বুদ্ধদেৱৰ কাৰ্যত) দশবলৰ গৰাকী হ'ব পাৰোঁ এয়ে কামনা।'

## হিউয়েনচাঙৰ বিদায় আৰু ভাস্কৰৰ প্ৰতিশ্ৰুতি

প্ৰয়াগত ৭৫ দিনীয়া ধৰ্ম-সভাৰ অন্তত হিউয়েনচাং স্বদেশলৈ উভতিবৰ বাবে উদ্বিগ্ন হৈ পৰিল। হিউয়েনচাঙক বিদায় দিবলগীয়া হোৱাত ভাস্কৰ বৰ্মা আৰু হৰ্ষবৰ্ধনে হৃদয়ত প্ৰকাশ কৰিব নোৱৰা মৰ্ম্ম বেদনা অনুভৱ কৰাত হিউয়েনচাং সন্মত নোহোৱাত ভাস্কৰে ক'লে—'ধৰ্ম্ম গুৰুৱে মোৰ দেশত ভক্তিধৰ্ম্ম প্ৰচাৰ কৰিলে, আপোনাৰ অবিহনে এহেজাৰ সঙ্ঘধাম নিৰ্মাণ কৰি দিম।'

হৰ্ষবৰ্ধনৰ ওচৰত বিদায় লোৱাত মহাৰজাই ক'লে—'আপোনাৰ এইজন নগণ্য শিষ্যই আপোনাৰ নিচিনা, বুদ্ধদেৱৰ ধৰ্ম্ম দেশ-বিদেশত প্ৰচাৰ কৰিবলৈ সমানে আগ্ৰহশীল। আপুনি কিয়নো স্বদেশলৈ ওভতিবলৈ ইমান অধৈৰ্য হৈছে?'

ধৰ্মগুৰুক ভাৰতবৰ্ষৰ ৰজা-প্ৰজাই চীন দেশলৈ যাব দিব নোখোজাত তেওঁৰ অন্তৰ আবেগত অভিভূত হৈ পৰিল আৰু

ক'লে—'চীন দেশ বহুদূৰ। সেই দেশৰ মানুহে বৌদ্ধ ধৰ্মৰ বিষয়ে জানিবৰ বেছি দিন হোৱা নাই। বহুসংখ্যক লোকে এতিয়াও বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিবলৈ বাকী আছে। মই বৌদ্ধধৰ্ম্মৰ বিষয়ে ভালদৰে জানিবলৈ এই ৰাজ্যলৈ আহিছিলোঁ। মই যিখিনি শিকিলোঁ মোৰ দেশৰ পণ্ডিতমণ্ডলী সেইখিনি জানিবলৈ আগ্ৰহেৰে বাট চাই আছে। শাস্ত্ৰত লিখা আছে ধৰ্ম্মজ্ঞান প্ৰচাৰ কৰাত বাধা দিলে জন্ম-জন্মান্তৰে অন্ধ হয়। এই কথা চিন্তা কৰি চাওক।'

হিউয়েনচাঙৰ জ্ঞানগৰ্ভ কথাত মহাৰাজে সন্মতি নজনাই নোৱাৰিলে। তাৰ পিছত যাত্ৰা পথৰ ব্যৱস্থা কৰি ৰজাই ক'লে— 'আপুনি যদি দক্ষিণ সাগৰীয় পথেদি যাব খোজে তেন্তে আপোনাক আগবঢ়াই থ'বলৈ লোকৰ ব্যৱস্থা কৰিম।' হিউয়েনচাঙে ক'লে— 'আহিবৰ সময়ত তুৰফানৰ ৰজাই মোক বহুতো সহায় কৰিছিল, আৰু উভতি যাওঁতে তেওঁক সাক্ষাৎ কৰি যাবৰ বাবে টানি অনুৰোধ কৰিছিল। তেওঁক নিৰাশ কৰিবলৈ মই ইচ্ছা কৰা নাই। মই সেই পথেৰেই যাম।'

সেইমতে হিউয়েনচাঙক পঠাবলৈ ব্যৱস্থা কৰা হ'ল। হিউয়েন-চাঙক অপৰ্যাপ্ত ধন-ৰত্ন ৰজাই যাচিলে, কিন্তু হিউয়েনচাঙে সেইবোৰ একোকে গ্ৰহণ নকৰি ভাস্কৰ বৰ্মাই উপহাৰ দিয়া নোমৰ টুপী এটা বন্ধুত্বৰ স্বাক্ষৰ স্বৰূপে গ্ৰহণ কৰিলে। হিউয়েনচাঙৰ বিদায়ৰ লগে লগে প্ৰাচীন ভাৰত বুৰঞ্জীৰ এটি অতি গৌৰৱোজ্জ্বল অধ্যায়ৰ সামৰণি পৰিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ অন্তত শ্ৰীকৃষ্ণই নিজ কাৰ্য সাধন কৰি প্ৰাণৰ সখা উদ্ধৱৰ ওচৰত বিদায় লোৱাত উদ্ধৱে যি বেদনা অনুভৱ কৰিছিল, হিউয়েনচাঙৰ বিদায়তো হৰ্ষবৰ্ধন আৰু ভাস্কৰ বৰ্মাই সেই একে বেদনাকে অনুভৱ কৰিলে।

## হিউয়েনচাঙে চীন দেশলৈ নিয়া সম্পদ

হিউয়েনচাঙে ভাৰতবৰ্ষৰ পৰা চীন দেশলৈ ঘোৰাৰ সময়ত বৌদ্ধধৰ্ম্ম

আৰু ভাৰতীয় সংস্কৃতিৰ ভালেমান আপুৰুগীয়া সম্পদ নিজ দেশত সংৰক্ষণ আৰু প্ৰচাৰৰ বাবে লৈ যায়। সেইবোৰৰ ভিতৰত ভগৱান বুদ্ধৰ দেহৰ ১৫০ টুকুৰা অস্থি, মহাযান পন্থৰ ২২৪ খন সূত্ৰ আৰু ১৯২ খন গ্ৰন্থ, হীনযান পন্থৰ ১৪ খন, সম্মতীয় শাখাৰ ১৫ খন, সৰ্বাস্তিবাদিন শাখাৰ ৬৭ খন, কাশ্যপীয় শাখাৰ ১৭ খন, ধৰ্ম গুপ্ত শাখাৰ ৪২ খন, হেতুবিদ্যা শাখাৰ ৩৬ খন, শব্দবিদ্যা শাখাৰ ১৩ খন, সৰ্বমুঠ ৬৫৭ খন আপুৰুগীয়া আৰু অমূল্য গ্ৰন্থ তেওঁ নিয়ে। তাৰ বাহিৰেও সাৰনাথত প্ৰৱৰ্তন কৰা ধৰ্মচক্ৰৰ এটি মূৰ্তি, মগধৰ প্ৰাক্-বোধি পৰ্বতৰ গুহাৰপৰা উদ্ধাৰ কৰা বুদ্ধদেৱৰ ছাঁৰ অনুকৰণত তৈয়াৰী এটি সোণৰ মূৰ্তি, কৌশম্বীৰ ৰজা উদীয়ণৰ চন্দন কাঠেৰে নিৰ্মিত-এটা বুদ্ধ মূৰ্তি, মগধৰ গৃধ্ৰকূট পৰ্বতৰপৰা উদ্ধাৰ কৰা বুদ্ধদেৱৰ এটি ৰৌপ্য মূৰ্তি, নগৰহাৰত পোৱা বৌদ্ধ মূৰ্তি, বৈশালীত পোৱা বুদ্ধদেৱৰ চন্দন কাঠৰ মূৰ্তি আৰু ওপৰত উল্লেখ কৰা প্ৰতিটো মূৰ্তি ৰখাৰ কাৰণে একো একোখন যথোপযুক্ত বেদী হিউয়েনচাঙে চীন দেশলৈ লৈ যায়।

## হিউয়েনচাং উভতি গ'ল

হিউয়েনচাং ৬৪৩ খৃঃত চীন দেশলৈ উভতি যায় আৰু ৬৪৮ খৃঃত হৰ্ষবৰ্ধনৰ মৃত্যু হয়। হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছত তেওঁৰ মন্ত্ৰী অৰ্জুনে কনৌজৰ ৰাজসিংহাখন আৰোহণ কৰে। অৰ্জুনৰ সময়ত চীন দেশৰ ওৱাং হিউয়েনচে (**Wang Heunts**) নামে এজন পণ্ডিত ভাৰতবৰ্ষলৈ আহে। অৰ্জুনে তেওঁক অশালীন ব্যৱহাৰ কৰাত ভাস্কৰ বৰ্মাই অৰ্জুনৰ ওপৰত প্ৰতিশোধ লৈ তেওঁৰ ৰাজ্য কাঢ়ি লয়। হৰ্ষবৰ্ধনৰ পিছত ভাস্কৰ বৰ্মাৰ ৰাজ্যৰ সীমা পশ্চিমে কনৌজলৈ আৰু দক্ষিণে সমুদ্ৰকূললৈকে বিস্তৃত হয়। হৰ্ষবৰ্ধনৰ মৃত্যুৰ তিনিবছৰ পিছত ৬৫০ খৃঃত প্ৰাচীন কামৰূপৰ গৌৰৱ ৰবি নৰক, ভগদত্তৰ যোগ্য উত্তৰাধিকাৰী কুমাৰ ভাস্কৰ বৰ্মাৰ মৃত্যু হয়।

## ভাস্কৰ বৰ্মা ব্ৰাহ্মণ

বাণভট্টই হৰ্ষচৰিতত ভাস্কৰ বৰ্মাক বিষ্ণু অংশে জন্ম গ্ৰহণ কৰা নৰকৰ বংশধৰ বুলি পৰিচয় দি তেওঁক বৈষ্ণৱ বংশীয় বুলি কৈছে। কিন্তু হিউয়েনচাঙে ভাস্কৰ বৰ্মাক ব্ৰাহ্মণ বুলি কৈছে—'বৰ্ত্তমান ৰাজত্ব কৰি থকা ৰজাজন নাৰায়ণ দেৱৰ বংশধৰ, তেওঁ জাতিত ব্ৰাহ্মণ। তেওঁৰ নাম ভাস্কৰ বৰ্মা আৰু উপাধি 'কুমাৰ'। এই বংশৰ ৰজা-সকলে শাসনভাৰ লোৱাৰেপৰা এহেজাৰ বংশ পাৰ হৈ গৈছে। ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীদেৱে হিউয়েনচাঙে ভাস্কৰ বৰ্মাক জাতিত ব্ৰাহ্মণ বুলি কোৱা আৰু তেওঁৰ বংশৰ ৰজাসকলে এহেজাৰ বংশ পাৰ কৰি ৰাজত্ব কৰাটো সম্ভৱপৰ নহয় বুলি মন্তব্য কৰিছে।

## কুমাৰ ভাস্কৰ বোলা হয় কিয়

ভাস্কৰ বৰ্মাক 'কুমাৰ' উপাধি কিয় দিয়া হৈছিল তাৰ প্ৰকৃত কাৰণ জনা নাযায়। হয়তো ইয়ো এটা কাৰণ হ'ব পাৰে—সুস্থিত বৰ্মনৰ বৰ পুতেক সুপ্ৰতিস্থিত বৰ্মনে ৰাজত্ব কৰা সময়ত ভাস্কৰ বৰ্মা ৰাজকুমাৰ আছিল। সুপ্ৰতিস্থিত বৰ্মনে অলপ দিন ৰাজত্ব কৰাৰ পিছত তেওঁৰ মৃত্যু হয় আৰু ৰাজকুমাৰ ভাস্কৰ ৰজা হ'ল, কাজেই কুমাৰ উপাধিটো তেওঁৰ নামৰ আগত থাকি গ'ল।

দ্বিতীয়তে, ভাস্কৰ বৰ্মা প্ৰমুখ্যে বৰ্মন বংশৰ ৰজাসকলৰ লিপি-বোৰত বৰ্মন বংশৰ প্ৰায়বোৰ ৰজা আৰু ৰাণীসকলৰ নাম পোৱা যায়। কিন্তু ভাস্কৰ বৰ্মাৰ ৰাণীৰ নাম ক'তো উল্লেখ নাই।

তৃতীয়তে, ভাস্কৰ বৰ্মা বিবাহিত হ'লে তেওঁৰ পুত্ৰ ৰজা হ'লহেঁতেন। কিন্তু ভাস্কৰৰ মৃত্যুৰ পিছত তেওঁৰে বংশধৰ বজ্ৰদত্ত নামৰ এজনেহে কিছুদিন ৰাজত্ব কৰে। কাজেই ভাস্কৰ বৰ্মা সম্ভৱ অবিবাহিত আছিল। সেই কাৰণেই তেওঁক 'কুমাৰ ৰজা' বোলা হৈছিল।

## অসমৰ বৰ্ণনা

হিউৱেনচাঙে তেওঁৰ চি-উ-কি গ্ৰন্থত লিখা ভাৰত ভ্ৰমণৰ বৃত্তান্তৰ লগত সেই সময়ৰ কামৰূপ ৰাজ্যৰ বৰ্ণনাও বহলভাৱে লিখিছে। কামৰূপ ৰাজ্যৰ পৰিধি প্ৰায় দুই হেজাৰ মাইল (১০,০০০ লি) আৰু ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ পৰিধি প্ৰায় ৬ মাইল (৩০ লি) আছিল বুলি তেওঁ লিখিছে। ইয়াৰ মাটি দ অথচ সাৰুৱা। নাৰিকল আৰু কঠাল প্ৰচুৰ পৰিমাণে হয়। জলবায়ু নিয়মীয়া, মানুহবোৰ সৰল, সত্যবাদী আৰু সাহিয়াল। তেওঁলোক দেখিবলৈ চুতি-চাপৰ আৰু গাৰ বৰণ হালধীয়া। মধ্য ভাৰতৰ ভাষাতকৈ তেওঁলোকৰ ভাষা কিছু পৃথক। তেওঁলোকৰ স্মৃতিশক্তি বৰ বেছি আৰু লিখা-পঢ়াৰ প্ৰতি আগ্ৰহ প্ৰবল। তেওঁলোকে দেৱ-দেৱীৰ পূজা কৰে। বৌদ্ধধৰ্মৰ প্ৰতি আগ্ৰহ তেওঁলোকৰ নাই। যি অলপ বৌদ্ধধৰ্মী লোক আছে, তেওঁলোকেও গোপনেহে বুদ্ধৰ উপাসনা কৰে। ইয়াত বহুশ দেৱ-দেৱীৰ মন্দিৰ আছে আৰু কেবা অযুতো সেই সম্প্ৰদায়ৰ লোক আছে। ইয়াৰ ৰজাজন বিদ্যোৎসাহী। দূৰ দেশৰপৰা জ্ঞানী লোক অধ্যয়নৰ বাবে বা কাম বিচাৰি ইয়ালৈ আহে। ৰজা নিজে বৌদ্ধ-ধৰ্মী নহয়, কিন্তু পণ্ডিত লোক আৰু বৌদ্ধ ভিক্ষুসকলক তেওঁ বৰ আদৰ সন্মান কৰে।

হিউৱেনচাঙে লিখি থৈ যোৱা মতে ভাস্কৰৰ সময়ত কামৰূপ ৰাজ্যৰ সীমা পশ্চিমে বিহাৰ আৰু বংগদেশৰ এটা বৃহৎ অঞ্চললৈ আৰু দক্ষিণে বংগোপসাগৰৰ মোহনালৈকে আছিল।

## ভাৰতৰ বৰ্ণনা

হিউৱেনচাঙে ভাৰতবৰ্ষ সম্পৰ্কে লিখিছে যে ভাৰতবৰ্ষৰ তিনিফালে সাগৰ আৰু উত্তৰাঞ্চল তুষাৰময় হিমালয় পৰ্বতে আঁকোৱালি আছে। ভাৰতবৰ্ষৰ উত্তৰভাগ বহল আৰু দক্ষিণভাগ ক্ৰমে ঠেক। ইয়াৰ আকাৰ অৰ্দ্ধচন্দ্ৰৰ দৰে। দেশখন কেবাখনো সৰু-বৰ ৰাজ্যত

বিভক্ত আৰু তাৰ ভিতৰত বোলখন গণৰাজ্য আছে। হিউৱেন-চাঙে লিখিছে যে সেই সময়ত মৌৰ্য আৰু কুষাণ ৰাজত্বৰ সমৃদ্ধিশালী নগৰ পেচোৱাৰ আৰু তক্ষশীলা হুনৰ বৰ্বৰ আক্ৰমণৰ ফলত ধ্বংসৰ মুখত পৰিছিল। শ্ৰীনগৰ, কনৌজ, প্ৰয়াগ, বাৰাণসী আদি নগৰকেইখন শিক্ষা, সংস্কৃতি আৰু ঐশ্বৰ্য-বিভূতিৰে নদন-বদন হৈ পৰিছিল। সেই সময়ত প্ৰয়াগ আৰু বাৰাণসী হিন্দু সভ্যতা আৰু সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হৈ উঠে।

## কনৌজ

হিউৱেনচাঙে সেই সময়ত কনৌজ উত্তৰ ভাৰতৰ সৰ্বপ্ৰধান নগৰ আছিল বুলি উল্লেখ কৰিছে। নগৰখন পাঁচ মাইল দীঘল আৰু ডেৰমাইল বহল আছিল আৰু এশ বৌদ্ধ বিহাৰ আৰু দুশ দেৱ-দেৱীৰ মন্দিৰে নগৰখন সুশোভিত কৰি ৰাখিছিল। হৰ্ষবৰ্দ্ধনে থানেশ্বৰৰপৰা ৰাজধানী কনৌজলৈ তুলি নি সোণত সুৱগা চৰাইছিল আৰু সৈন্য-সামন্তৰ দ্বাৰা সুৰক্ষিত কৰি ৰাখিছিল।

## নালন্দা

ষষ্ঠ আৰু সপ্তম শতাব্দীত বিহাৰত অপুষ্টিত নালন্দা বিশ্ববিদ্যালয় সমগ্ৰ এচিয়াৰ জ্ঞানজ্যোতি বিকাশৰ ঘাই কেন্দ্ৰ হৈ উঠে। খৃঃ পূঃ ষষ্ঠ আৰু পঞ্চম শতাব্দীতে নালন্দা বৌদ্ধ বিহাৰৰ জন্ম হয়। মহাবীৰ জৈন নালন্দাত ১৪ বছৰ থাকে আৰু বুদ্ধদেৱেও প্ৰায়ে নালন্দালৈ গৈ আছিল।

খৃঃ পূঃ তৃতীয় শতাব্দীতে মহাৰাজ অশোকে নালন্দা ভ্ৰমণ কৰে আৰু বুদ্ধদেৱৰ এজন প্ৰধান শিষ্য, চৈত্যক সাক্ষাৎ কৰে। অশোকে নালন্দাত এটি বিহাৰ নিৰ্মাণ কৰে। কাজেই অশোকেই নালন্দা বিশ্ববিদ্যালয়ৰ প্ৰকৃত প্ৰতিষ্ঠাতা। হিউৱেনচাঙৰ টোকা অনুসাৰে গুপ্তবংশৰ প্ৰথম ৰজা কুমাৰ গুপ্তই নালন্দা বিশ্ববিদ্যালয় স্থাপন

কৰিছিল। পঞ্চম শতাব্দীৰ প্ৰথমাৰ্ধত তেওঁ নালন্দাত এটি বৌদ্ধ বিহাৰ নিৰ্মাণ কৰিছিল আৰু তেওঁৰ পৰৱৰ্তী ৰজা বুদ্ধগুপ্ত, তথাগতগুপ্ত, বালাদিত্য আৰু বজ্ৰই কেবাটাও বৌদ্ধ বিহাৰ নিৰ্মাণ কৰাৰ উপৰিও নালন্দা বিশ্ববিদ্যালয়লৈ বহুতো দান-অনুদান আগবঢ়াইছিল। সপ্তম শতিকাত হৰ্ষবৰ্ধনে নালন্দা বিশ্ববিদ্যালয়লৈ বিশেষ সাহায্য হিচাপে এশখন গাঁৱৰ খাজনা প্ৰতিবছৰে দিছিল। হিউয়েনচাঙে কৈছে যে কেবাজনো ৰজাই একাদিক্ৰমে আৰু উত্তৰাধিকাৰী সূত্ৰে নালন্দা বিশ্ববিদ্যালয়ৰ শিল্প ভাস্কৰ্য খচিত অট্টালিকাবোৰ আচৰিত কাৰুকাৰ্যেৰে নিৰ্মাণ কৰাইছিল। পৃথিবীৰ নানা দেশৰপৰা পণ্ডিত আৰু ছাত্ৰসকল জ্ঞান লাভ কৰিবলৈ নালন্দা বিশ্ববিদ্যালয়লৈ আহিছিল। কোনো পণ্ডিত বা ছাত্ৰ নালন্দা বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ আহিলে দুৱৰীয়ে কিছুমান কঠিন প্ৰশ্ন সুধিছিল আৰু প্ৰশ্নবোৰৰ উত্তৰ দিব পাৰিলেহে বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰিব পাৰিছিল। তেনেকুৱা কৃতকাৰ্য হোৱা ছাত্ৰৰ সংখ্যা শতকৰা দহ জনতকৈ বেছি নাছিল।

বিশ্ববিদ্যালয়ত প্ৰায় দহ হেজাৰ ছাত্ৰ আৰু সোতৰ শ অধ্যাপক আছিল। ৰজা হৰ্ষবৰ্ধনে ছাত্ৰসকলৰ সমস্ত খৰচ বহন কৰিছিল। বিশ্ববিদ্যালয়ত মহাযান আৰু হীনযান বৌদ্ধধৰ্মৰ দুয়োটা শাখাৰ জ্ঞান দিয়া হৈছিল। তাত নাগাৰ্জুন, আৰ্যদেৱ, অনংগ বসুবন্ধু, দীগ্নাগা, ধৰ্মপাল, শীলভদ্ৰ, ধৰ্মকীৰ্তি, সন্তৰক্ষিত, পদ্মসম্ভৱ আদি সুপ্ৰসিদ্ধ পণ্ডিতসকলে অধ্যাপনা কৰিছিল।

বিশ্ববিদ্যালয়ত ৰত্ন সাগৰ, ৰত্নদধি আৰু ৰত্নৰঞ্জক নামে তিনিটা প্ৰকাণ্ড গ্ৰন্থাগাৰ আছিল আৰু তাৰে ভিতৰত ৰত্নদধি নামৰ গ্ৰন্থাগাৰটো এটা ন মহলীয়া বৃহৎ অট্টালিকা আছিল।

## বিশ্ববিদ্যালয় ধ্বংস

অতি পৰিতাপৰ বিষয় যে ত্ৰয়োদশ শতিকাৰ শেষভাগত (১২৯২-

১৩১৬) মহম্মদ আলাউদ্দিন খিলজীয়ে নালন্দা বিশ্ববিত্যালয় নিৰ্মম-ভাবে ভাঙি ধূলিস্যাৎ কৰাৰ কথা 'টাৱাক্তি নাচিৰীয়ে' উল্লেখ কৰিছে। আলাউদ্দিনে 'বিশ্ববিত্যালয় দখল কৰি তাত ঘোঁৰাশাল পাতিছিল। বুৰঞ্জীবিদ 'তাৰানাথ'ৰ মতে 'মুছলমানসকলে সমগ্ৰ মগধ ৰাজ্য আক্ৰমণ কৰি বৌদ্ধ বিহাৰবোৰ ধ্বংস কৰিছিল। নালন্দা বিশ্ববিত্যালয়ৰ যথেষ্ট ক্ষতি কৰিছিল, যাৰ ফলত বৌদ্ধ-সন্ন্যাসীসকল দূৰ দেশলৈ পলাই গৈছিল।



# দেশভক্ত তৰুণৰাম ফুকন

তুলসী ডুপতীয়া হোৱাৰেপৰা সুগন্ধ দিয়াৰ দৰে দেশভক্ত তৰুণৰাম ফুকনেও অদূৰ ভৱিষ্যতে যে ভাৰত বৰেণ্য নেতা এগৰাকী হ'ব তাৰ স্বাক্ষৰ সৰুৰেপৰা দিছিল। আহোম ৰজাৰ ফুকন খিতাপীধাৰী উত্তৰ গুৱাহাটীৰ ফুকন পৰিয়ালত ১৮৭৭ চনত জন্ম গ্ৰহণ কৰিছিল। তেখেতৰ পিতৃ বলৰাম ফুকন আৰু মাতৃ ভাগীৰথী দেৱী। ফুকনৰ জন্মৰ আঠ বছৰ পিছতে 'ভাৰত কংগ্ৰেছ মহাসভা'ৰ জন্ম হয়। অনুষ্ঠানটোৰ জন্মৰ তেৰ বছৰ পিছতে, ১৮৯৮ চনত লৰ্ড কাৰ্জনে ভাৰতবৰ্ষত ভাইচৰয়ৰ কাৰ্য্যভাৰ গ্ৰহণ কৰে। লৰ্ড কাৰ্জন বৰ আত্মম্ভৰী স্বভাৱৰ আৰু উগ্ৰ সংৰক্ষণশীল মনোবৃত্তিৰ লোক আছিল। অদূৰদৰ্শিতাৰ চৰম পৰিচয় দি ১৯০৪ চনত লৰ্ড কাৰ্জনে বঙ্গভঙ্গ আইনৰ অনুমোদন জনায়। তাৰ পিছত সেই আইনৰ কাৰ্য্যকৰী ব্যৱস্থা ল'বলৈ ধৰাৰ লগে লগে দেশজুৰি অশান্তি আৰম্ভ হ'ল।

সেই সময়ত তৰুণৰাম ফুকনে গুৱাহাটী কটন কলেজিয়েট স্কুলৰপৰা এনট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সি কলেজত ভৰ্তি হয়। তাৰপৰা এফ. এ. পাছ কৰি বিলাতলৈ গৈ বাৰিষ্টাৰ হৈ পোনে পোনে কলিকতালৈ আহি কলিকতা উচ্চ ন্যায়ালয়ত আইন ব্যৱসায় আৰম্ভ কৰে (১৯০৪)। তাত কাম কৰিবলৈ লোৱাৰ সময়তে বঙ্গভঙ্গ আন্দোলনৰ দাবানল দাউ দাউকৈ জ্বলি উঠাত ফুকনেও তাত ঘিউ ঢালিবলৈ ওলাই আহে।

বঙ্গভঙ্গৰ প্ৰস্তাৱৰ কথা ১৮৭৪ চনৰপৰাই ঘুনুক্ ঘানাকৈ ওলাই আছিল যদিও ১৯০৪ চনত লৰ্ড কাৰ্জনে তাক কাৰ্য্যকৰী কৰাৰ দিহা কৰিছিল। লৰ্ড কাৰ্জনৰ বিদ্বেষ ভাব গঢ়ি উঠিছিল শিক্ষিত বঙালীসকলৰ ওপৰত। তাৰ বাবে কাৰ্জনে কলিকতা

বিশ্ববিদ্যালয়ৰ ওপৰতো ক্ষমতা আৰোপ কৰিছিল, যাতে ক'তো জাগৰণৰ ভাব গঢ়ি উঠিব নোৱাৰে। এই ক্ষেত্ৰত ইউৰোপৰ নৱ-জাগৰণৰ সময়ত অষ্ট্ৰিয়াৰ প্ৰধান মন্ত্ৰী মেটাৰ্নিকে জাৰ্মানীৰ বিশ্ব-বিদ্যালয়সমূহক নিজৰ আয়ত্তাধীনলৈ আনি নৱজাগৰণৰ নেতা মাৰ্টিন লুথাৰ, কেলভিন, কেলেটক প্ৰভৃতিয়ে জগাই তোলা বিপ্লৱক দমন কৰাৰ আৰ্হিৰে কাৰ্জনেও দমন নীতি চলোৱাৰ অপচেষ্টা কৰিছিল। দ্বিতীয়তে, বঙ্গ বিভাজনৰ দ্বাৰা বঙালীসকলে কৰা বৃহৎ বাংলাৰ পৰিকল্পনা ব্যৰ্থ কৰাটো। এই প্ৰস্তাৱৰ দ্বাৰা ১৮৭৪ চনৰেপৰা চিফ্ কমিচনাৰৰ অধীনত থকা গোৱালপাৰা, কাছাৰ আৰু শ্ৰীহট্ট জিলাৰ সৈতে অসমৰ অস্তিত্ব লোপ কৰি পূৰ্ববঙ্গৰ পোন্ধৰখন জিলাৰ লগত চামিল কৰি এখন নতুন প্ৰদেশ 'পূৰ্ববঙ্গ' আৰু 'অসম' আৰু বাকী অংশ বঙ্গদেশ, বিহাৰ, উৰিষ্যা প্ৰদেশক লৈ আন এখন প্ৰদেশ 'বঙ্গদেশ' গঠন কৰা।

এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰাৰ বাটত অলঙ্ঘ্য বাধাৰ সৃষ্টি কৰি সমগ্ৰ ভাৰত আবেগ-উন্মত্ত হৈ উঠিল। অসমতো তাৰ ঘোৰ প্ৰতিবাদ চলিল। দেশভক্ত ফুকনৰ বাবে এইটো বৈ থকাৰ সময় নাছিল। য'ৰে বাৰিষ্টাৰী ত'তে এৰি থৈ অসমলৈ আহি আন্দোলনৰ ব্যূহ তৈয়াৰ কৰাত লাগিল। এনেতে ১৯০৫ চনৰ চেপ্টেম্বৰৰ ১ তাৰিখে বিলাতত বঙ্গভঙ্গ আইন পাছ হ'ল আৰু অক্টোবৰ মাহৰ-পৰা তাক কাৰ্য্যকৰী কৰা হ'ল। অসমৰ অস্তিত্ব সম্পূৰ্ণ লোপ পালে, 'অসম পূৰ্ববঙ্গ' নতুন ৰাজ্য গঠিত হ'ল আৰু ঢাকা এই মিলিত ৰাজ্যখনৰ ৰাজধানী বুলি ঘোষিত হ'ল।

বঙ্গভঙ্গ আন্দোলনত জঁপিয়াই পৰি ক্ষুদিৰাম বসু (১৯০৮) ফাঁচী হ'ল, প্ৰায় হেজাৰ যুৱকে সশস্ত্ৰ বৃটিছ পুলিচৰ হাতত প্ৰাণ হেৰুৱালে আৰু ডেৰলাখতকৈ অধিক যুৱকৰ গ্ৰেপ্তাৰ কাৰাবাস হ'ল। চিটাগঙৰ ইংৰাজৰ অস্ত্ৰাগাৰ লুণ্ঠনকাৰী আচাৰ্য্য সূৰ্য্যসেনক

পলাতক অৱস্থাত অসমৰ চাহ বাগিচা এখনত ধৰা পেলায় আৰু বিচাৰ কৰি ফাঁচী দিয়ে।

বঙ্গভঙ্গ আন্দোলনত অসমৰ বৃহৎ স্বাৰ্থ ৰক্ষা কৰাৰ কাৰণে তৰুণৰাম ফুকনে জান-প্ৰাণ দি লাগিছিল। অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰী, ৰক্তিম মৰা, ত্ৰিগুণা প্ৰসাদ বৰুৱা প্ৰমুখ্যে কেবাগৰাকী দেশপ্ৰেমিকো এই আন্দোলনত জড়িত হৈ পৰিছিল।

১৯০৭ চনৰেপৰা কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আসাম এচোছিয়েশ্যনৰ লগত জড়িত হৈ পৰে আৰু কেইবছৰ মানৰ ভিতৰতে তাৰ সম্পাদক হয়। ১৯১৫ চনত বৰদলৈ এচোছিয়েশ্যনৰ সভাপতি হয়। প্ৰথম বিশ্বযুদ্ধৰ পিচতে ভাৰতক স্বায়ত্ত শাসন দিব বুলি দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰি কুখ্যাত ৰাওলাট আইন ঘোষণা কৰিলে। এই অন্যায় আইনৰ প্ৰতিবাদত দেশজুৰি আন্দোলন আৰম্ভ হ'ল আৰু ১৯১৯ চনৰ ১৩ এপ্ৰিলৰ দিনা পঞ্জাবৰ জালিয়ানৱালাবাগত ইংৰাজে বৰ্বৰ হত্যাকাণ্ড চলাই যুগ-যুগান্তৰলৈ বিশ্বৰ ইতিহাস কলঙ্কিত কৰিলে। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বৃক্ষৰোপণ মহোৎসৱ এইদৰে কেবাশ নিৰীহ, নিৰস্ত্ৰ, শিশু-মহিলা আৰু যুৱকৰ কেঁচা তেজ ঢালি জালিয়ানৱালাবাগত পালন কৰা হৈছিল।

জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ তীব্ৰ প্ৰতিবাদৰ ধ্বনিয়ে ভাৰতবৰ্ষৰ আকাশ বতাহ উষ্ম কৰি তুলিলে। অসমতো তাৰ প্ৰতিক্ৰিয়া হ'ল। ১৯২০ চনৰ চেপ্টেম্বৰ মাহত ছবিলাল উপাধ্যায়ৰ পৌৰোহিত্যত তেজপুৰত বহা 'আসাম এচোছিয়েশ্যন'ৰ সভাত বিশদ আলোচনাৰ পিছত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি'য়ে জন্ম লাভ কৰিলে। এই কমিটিৰ প্ৰথম আৰু প্ৰধান উদ্যোক্তা আছিল দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা। 'অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ ১৯৩০ চনলৈ অসমৰ অবিসম্বাদী কংগ্ৰেছ নেতা তৰুণৰাম ফুকন সভাপতি আছিল।

১৯১৪ চনত গুৱাহাটীত আৰ্ল ল কলেজ প্ৰতিষ্ঠা হয়। কলেজৰ

গুণৰ সাগৰ অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা ফুকনৰ অনুজপ্ৰতিম আছিল। তেখেতৰ অনুৰোধক্ৰমে ফুকন আৰ্ল ল কলেজৰ অধ্যাপক হিচাপে কিছুদিন কাম কৰাৰ পাছত অসহযোগ আন্দোলনৰ আহ্বান অহাত চন্দ্ৰনাথ শৰ্মা আৰু নবীনচন্দ্ৰ বৰদলৈৰ অনুৰোধ-ক্ৰমে অধ্যাপনা আৰু ওকালতি এৰি আন্দোলনত নিগাজিকৈ লাগে।

তৰুণৰাম ফুকন প্ৰমুখ্যে বিশিষ্ট নেতা কেইগৰাকীমানৰ অনু-ৰোধত মহাত্মা গান্ধী ১৯২১ চনত অসমলৈ আহি প্ৰথমে গুৱাহাটীত তৰুণৰাম ফুকনৰ আলহীৰূপে থাকি অসহযোগ আন্দোলনৰ কাৰ্য্যসূচী প্ৰচাৰ কৰে। অসহযোগৰ বৰ্জন কাৰ্য্যসূচীত—চৰকাৰী চাকৰি বৰ্জন, স্কুল-কলেজ বৰ্জন, চৰকাৰী উপাধি বৰ্জন, আদালত ওকালতি বৰ্জন, বিধান সভা বৰ্জন আৰু বিলাতত তৈয়াৰী সকলো ধৰণৰ পণ্যদ্ৰব্য বৰ্জন সন্নিবিষ্ট কৰা হৈছিল। তদুপৰি ইংৰাজৰ অতি লাভজনক ব্যৱসায়ৰ সামগ্ৰী কানি, ভাং, মদ আদি বৰ্জন কৰাটোও এটা প্ৰধান লক্ষ্য আছিল। আনহাতে প্ৰতি ঘৰে ঘৰে সূতা কাটি প্ৰত্যেকে কপাহী কাপোৰ ব্যৱহাৰ কৰাটো কাৰ্য্যসূচীৰ এটা মূল অঙ্গ আছিল।

তৰুণৰাম ফুকন বৰ চৌখিন আৰু খৰচী লোক আছিল। অসহযোগ আন্দোলনত নমাৰ আগলৈকে তেখেত পূৰাপূৰি চাহাব হৈ থাকিছিল। আৰ্য্যগঢ়ী, তেজে ফুটোঁ ফুটোঁ কৰা গোল মুখ-মণ্ডলেৰে অতিপাত ধুনীয়া চেহেৰাৰ ফুকন হেনো তেখেতৰ অতি অন্তৰঙ্গ সহকৰ্মী পণ্ডিত মতিলাল নেহৰুতকৈ বেছি নহ'লেও কম গুৱনী নাছিল। বাগ্মিতাত অসমীয়াৰ ভিতৰততো অদ্বিতীয় আছিলেই আনকি সৰ্বভাৰতীয় নেতাসকলৰ ভিতৰতো দুই-এজনহে তেখেতৰ সমকক্ষ আছিল।

মহাত্মা গান্ধীৰ উপস্থিতিত প্ৰথমে তৰুণৰাম ফুকনৰ হাউলিতে বিলাতী কাপোৰ দাহন-যজ্ঞ সমাপন কৰা হয়। অবিশ্ৰান্ত যেন

লাগিলেও সেই কালৰ ফুকনৰ ঘৰৰ কমেও পাঁচ হেজাৰ টকা মূল্যৰ বিলাতী কাপোৰৰ দ'মত মহাত্মাই অগ্নি প্ৰজ্বালন কৰে। লগে লগে জনতাৰ মাজত যজ্ঞত কাপোৰ আহুতি দিয়াৰ হৈ-চৈ লাগিল। যাৰ শৰীৰত যি যি বিলাতী কাপোৰ আছিল প্ৰত্যেকে অগ্নিত জাপি দিলে। বহুতে মাত্ৰ পিন্ধি থকা ধুতিখনৰ বাহিৰে, কিছুমানে তাৰো আধা গাত ৰাখি বাকী আধাখণ্ড জুইত দলিয়াই দি অৰ্দ্ধবস্ত্ৰ অৱস্থাৰে ঘৰ পালে। উল্লেখযোগ্য যে ফুকনৰ হাউলিৰ বস্ত্ৰযজ্ঞৰ জুই কেবাদিনো ধৰি জ্বলি আছিল।

সেই দিন ধৰি মৃত্যু পৰ্য্যন্ত তৰুণৰাম ফুকনে আৰু তেখেতৰ গান্ধীবাদী সতীৰ্থসকলে সম্পূৰ্ণ খাদী ব্যৱহাৰ কৰিছিল। ৰাজপুত্ৰৰ দৰে অনিন্দ্যসুন্দৰ ফুকনৰ দেহাঙ্গ খদ্দৰৰ ধুতি-চোলা আৰু এড়ী চাদৰখনে হেনো ইমান শুৱাইছিল যে এদিন পণ্ডিত মতিলাল নেহৰুৱে তেখেতৰ গাৰ কাশ্মিৰী চাদৰখন ফুকনৰ গাত দি ফুকনৰ এড়ী চাদৰখন নিজে লৈছিল। এইজনেই আছিল সৰ্বভাৰতীয় খ্যাতিসম্পন্ন তৰুণৰাম ফুকন। অসমৰ বাহিৰত 'ফুকন' আৰু 'অসম' একেটা মুদ্ৰাৰে দুপিঠি স্বৰূপ আছিল। 'ফুকন মানে অসম, অসম মানেই ফুকন' আছিল ভাৰতৰ মানুহৰ বিশ্বাস বা ধাৰণা।

১৯০৪ চনত লৰ্ড কাৰ্জনৰ দ্বাৰা অনুমোদিত আৰু কাৰ্য্যকৰী হোৱা বঙ্গভঙ্গ আইন দেশৰ দাবীত ১৯১২ চনত পৰিবৰ্তন কৰিবলগীয়া হ'ল। সেই সময়তে তৰুণৰাম ফুকনে দিয়া সৰ্বভাৰতীয় নেতৃত্ব অসম আৰু অসমীয়া জাতিৰ অতি গৌৰৱোজ্জ্বল অধ্যায় হৈ ৰৈ থাকিব।

ধৰাশায়ী হোৱা অক্টোপাচৰ বাহুৰ বন্ধন খোল খোৱাত জীয়াই মুক্তি পোৱাৰ দৰে ভাৰতৰ জনগণৰ প্ৰবল প্ৰতিবাদত বঙ্গভঙ্গ আইন ওফৰি পৰিল, আইনৰ কবলত পৰা ৰাজ্যকেইখনে মুক্তি পালে। বঙ্গদেশক পুনৰ থূপ কৰি এক কৰা হ'ল। অসমকো কাছাৰ আৰু শ্ৰীহট্ট জিলাক ধৰি একত্ৰিকৰণ কৰি এজন চিফ্ কমিচনাৰৰ

ভলত ৰাখিলে, বঙ্গদেশৰপৰা বিহাৰ, উৰিষ্যা ফালি আনি আন এখন প্ৰদেশ কৰা হ'ল। ভাৰতৰ ৰাজধানী কলিকতাৰপৰা দিল্লীলৈ স্থানান্তৰ কৰা হ'ল। উৰিষ্যাক বিহাৰৰ লগত সাঙোৰ বান্ধি দিয়াত উৰিষ্যাবাসীয়ে ভীষণ অস্বস্তি বোধ কৰিলে আৰু উৰিষ্যাক এখন সুকীয়া ৰাজ্য হিচাপে ৰাখিবলৈ আন্দোলন গঢ়ি তুলিলে। বিহাৰ, উৰিষ্যাক লৈ উদ্ভৱ হোৱা সমস্যা তদন্ত কৰিবলৈ পালিয়ামেণ্টে এখন তদন্ত আয়োগ গঠন কৰি তৰুণৰাম ফুকনকো এজন সদস্য মনোনীত কৰিলে। এই আয়োগৰ কামত ফুকনে বিহাৰ আৰু উৰিষ্যা ৰাজ্য দুখনৰ অৱস্থা তন্ন তন্নকৈ বুজি লৈ প্ৰকৃত সত্য আৰু ন্যায় উদ্‌ঘাটন কৰি উৰিষ্যাক এখন সুকীয়া ৰাজ্য হিচাপে ৰক্ষাৰ সমৰ্থনত দৃঢ় মত দাঙি ধৰি আয়োগৰ প্ৰতিবেদন দাখিল কৰিলে। উৰিষ্যাবাসীৰ হৃদয় জয় কৰি ফুকন ধন্য হ'ল। অসম গৌৰৱান্বিত হ'ল, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দিনৰেপৰা অসম আৰু উৰিষ্যাৰ মাজত থকা সমপ্ৰীতিৰ বান্ধটো আৰু বেছি কটকটীয়া হৈ উঠিল। তেতিয়াৰ পৰা উৰিষ্যাৰ বৰেণ্য নেতা ওড়িয়া কেশৰী ডঃ হৰেকৃষ্ণ মহতাব, ডঃ ৰাধানাথ ৰথ, ডঃ শ্ৰদ্ধাকৰ সুপকৰ, পণ্ডিত বিনোদ চন্দ্ৰ কাননগো প্ৰভৃতিয়ে তৰুণৰাম ফুকনক শ্ৰদ্ধাৰে সোঁৱৰে, আৰু অসমক তেখেতসকলে উৰিষ্যা সদৃশ জ্ঞান কৰি আহিছে।

চৌৰিচৌৰাৰ (১৯২২) দুৰ্ভাগ্যজনক ঘটনাৰ পিছতে মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলন স্থগিত ৰাখিলে। ইতিমধ্যে মহাত্মাক গ্ৰেপ্তাৰ কৰি ছ বছৰৰ কাৰাদণ্ডৰ হুকুম দিলে। ১৯২৩ চনত দেশবন্ধু চিত্তৰঞ্জন দাসৰ সভাপতিত্বত গয়া কংগ্ৰেছ অধিবেশন অনুষ্ঠিত হয়। তাত তৰুণৰাম ফুকন প্ৰমুখ্যে অসমৰ কেবাগৰাকী নেতাই যোগদান কৰিছিল। এই অধিবেশনতে দেশবন্ধু চিত্তৰঞ্জন দাস আৰু মতিলাল নেহৰুৰ উদ্যোগত স্বৰাজ পাৰ্টি গঠন হয়। স্বৰাজ পাৰ্টি গঠন কৰাত ফুকনে নেহৰু আৰু দাসক গাটোতে ছাঁটোৰ দৰে লাগি থাকি সহায় কৰিছিল। কংগ্ৰেছৰপৰা ফালি গৈ স্বৰাজ্যদল

গঠন কৰা নেতাসকলৰ উদ্দেশ্য যাইকৈ দুটা আছিল—(১) বিধান সভাত যোগ নিদিয়াটো আৰু (২) গঠনমূলক কামত আত্মনিয়োগ কৰাটো। মহাত্মা গান্ধী স্বৰাজ দলৰ নৈতিক অনুমোদন জনাইছিল আৰু স্বৰাজ দলক দেশৰ হকে কাম কৰি যাবলৈ পৰামৰ্শ দিছিল। স্বৰাজ পাৰ্টিৰ প্ৰচাৰ আৰু সংগঠনৰ কামত তৰুণৰাম ফুকনে দেশৰ আন আন বৰেণ্য নেতাসকলৰ লগত বোম্বে, মাদ্ৰাজ আদি ৰাজ্যলৈ গৈছিল—আৰু ৰাজনৈতিক জ্ঞান আৰু সবল বক্তৃতাৰে সকলোৰে মন মুহিছিল। তেতিয়াই তৰুণৰাম ফুকনৰ নাম চাটি-ফুটি গৈছিল আৰু সৰ্বভাৰতীয় নেতা হিচাপে যি খ্যাতি অৰ্জন কৰিছিল সেইবোৰ বাতৰি কাকতবোৰত ফুকনৰ নাম বৰ বৰ হৰফেৰে প্ৰচাৰ হৈছিল। অসমতো স্বৰাজ দল ফুকনৰ নেতৃত্বত সুস্থ-সবল হৈ উঠিছিল।

অসমত কংগ্ৰেছ স্থাপন হোৱা সময়ৰেপৰা ১৯৩০ চনলৈকে এক কথাত ক'ব গ'লে তৰুণৰাম ফুকন অসমৰ মুকুটবিহীন ৰজা আছিল। ফুকনৰ আগত কথা কওঁতা কোনো নাছিল। পিছতো ফুকনক সমালোচনা কৰোঁতা নাছিল বুলিলেই হয়। ১৯২৬ চনত তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈৰ উদ্যোগত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ অনুমোদিত প্ৰস্তাৱ লৈ গৈ ৰোহিণীকান্ত হাতী-বৰুৱাই পাণ্ডু কংগ্ৰেছ নিমন্ত্ৰণ কৰে। আদৰণি সমিতিৰ সভাপতি আৰু প্ৰধান সম্পাদক ক্ৰমে ফুকন আৰু বৰদলৈ। বিৰাট আয়োজনেৰে—'পাণ্ডুনগৰত' কংগ্ৰেছ অধিবেশন শ্ৰীনিবাশ আয়েঙ্গাৰৰ পৌৰোহিত্যত বহিল। অসমৰ ৰাইজে জান-প্ৰাণ দি অধিবেশন কৃতকাৰ্য্য কৰি তুলিলে। অধিবেশনৰ সময়ত ধাৰাসাৰে বৰষুণ হোৱাত প্ৰতিনিধিৰ সংখ্যা আশানুৰূপ নহ'ল আৰু সেই হিচাপে প্ৰতিনিধিসকলৰপৰা অভ্যৰ্থনা সমিতিৰ পুঁজিলৈ আহিব বুলি আশা কৰা ধন নাহিল। ফলত ৩৫ হেজাৰ টকাৰ দেনা হ'ল। তাৰে অধিকাংশ দেনা তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈয়ে পৈতৃক স্থাৱৰ সম্পত্তি বিক্ৰী কৰি পৰিশোধ কৰিলে।

অসমীয়া জাতি এই মহান কাৰ্য্যৰ বাবে ফুকন-বৰদলৈৰ ওচৰত চিৰঋণী হৈ আছে আৰু থাকিব লাগিব।

১৯২৮ চনৰ ১৭ আৰু ১৮ নবেম্বৰ তাৰিখে তেজপুৰত অসম ছাত্ৰ সম্মিলনৰ বছৰেকীয়া অধিবেশন বহে। সেই সময়ছোৱাত অসম ছাত্ৰ সম্মিলনৰ সম্পাদক আছিল ৰজনীকান্ত গোস্বামী। নিমন্ত্ৰিত সভাপতি টি. এন. গোস্বামী সভাত অনুপস্থিত থকাত তৰুণৰাম ফুকনে সভাপতিৰ কাম চলাবলগীয়াত পৰে। সভাপতিৰ আসনৰ-পৰা ফুকনে ছাত্ৰসকলৰ প্ৰতি আগবঢ়োৱা পৰামৰ্শ অতি প্ৰণিধান-যোগ্য আৰু তাৰ মাজেদি ফুকনৰ জ্ঞান, ব্যক্তিত্ব আৰু দূৰদৰ্শিতা প্ৰকাশ পাইছে। "দুখীয়াৰ দুখ নিবাৰণ কৰিবৰ কাৰণে আত্ম উছৰ্গা কৰিবলৈ প্ৰস্তুত থাকিব লাগিব, পৰিশ্ৰমৰ মৰ্য্যাদা বুজিব লাগিব, কলাজ্বৰ, মেলেৰীয়া, কলেৰা আৰু নৈসৰ্গিক বিপদ-আপদত তোমালোকে দুখীয়া লোকক সহায় কৰিব লাগিব। অনুশাসন মানি চলিব লাগিব আৰু খাদী, কুটীৰ শিল্প প্ৰচলনৰ কামত আত্ম নিয়োগ কৰিব লাগিব। মাতৃসকলে বৈ দিয়া বস্ত্ৰ পৰিধান কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হোৱা। অসমত ঘৰে ঘৰে একোটাকৈ খাদী সঙ্ঘ আছে। আমাৰ অৱহেলাৰ কাৰণে সেইবিলাক শক্তিশালী হৈ গঢ়ি উঠা নাই। সেইবিলাকক শক্তিশালী ৰূপ দিব লাগিব। খদ্দৰৰ দাম বেছি বুলি তোমালোকে আপত্তি কৰা উচিত নহ'ব। কাৰণ তোমালোকে এইটো হৃদয়ঙ্গম কৰিব লাগিব যে খদ্দৰত যি পইচা খৰচ কৰা, তাৰ প্ৰতিটো পাই দুখীয়া মানুহৰ দুখ নিবাৰণৰ কাৰণে আৰু তেওঁলোকৰ নিযুক্তিৰ কাৰণে খৰচ কৰিছা। তোমালোক সংযত হ'বা। বান্দৰৰ দৰে অনুকৰণ নকৰিবা। ভাই-বন্ধুলৈ মৰম নেৰিবা। ওচৰ-চুবুৰীয়াৰ দুখত সহানুভূতি দেখুৱাবা। তোমালোকৰ মাজত মতভেদ হোৱাটো স্বাভাৱিক। য'ত মদভেদ নাই, তাত মতৰ ফল নাই, তাত জীৱন নাই। সাম্প্ৰদায়িক চিন্তাধাৰা মনৰপৰা দূৰতে বিদূৰ কৰি দিবা। দেশৰ অৰ্থে

তিৰোতাৰ শক্তি উদ্ভূত নহ'লে পুৰুষসকলে অকলে একো কৰিব নোৱাৰে। কাৰণ শক্তি মানে স্ত্ৰী শক্তিকে বুজায়। তোমালোকে সেই কাৰণে স্ত্ৰী শক্তি জাগৰণত মনোযোগ দিবা।"

ফুকন নিজে এজন পাকৈত খেলুৱৈ, প্ৰবীণ চিকাৰী আৰু ব্যামবীৰ আছিল গুণে ছাত্ৰসকলক পুৰুষৰ উপযোগী খেল, যেনে—নাও খেল, ঘোঁৰা দৌৰ, সাঁতোৰ খেল আদি অভ্যাস কৰিবলৈ উদগনি দিছিল।

তৰুণৰাম ফুকন ১৯২৭ চনত ভাৰতীয় কংগ্ৰেছ মহাসভাৰ ৱাৰ্কিং কমিটিৰ এজন নিৰ্বাচিত সদস্য আছিল। এই কথাই প্ৰমাণ কৰে ফুকনৰ সৰ্বভাৰতীয় খ্যাতি আৰু জনপ্ৰিয়তাৰ কথা। এই পদ-মৰ্য্যাদা লাভ কৰা ফুকনেই প্ৰথম অসমীয়া নেতা আছিল। অদূৰ ভৱিষ্যতৰ কাৰণে ভাৰতীয় সংবিধান এখনৰ যে প্ৰয়োজন হ'ব এই কথা চিন্তা কৰি ১৯২৮ চনত মতিলাল নেহৰুৰ নেতৃত্বত তৰুণৰাম ফুকন আৰু মহম্মদ আলি জিন্নাক লৈ এখন তিনিজনীয়া কমিটি গঠন কৰা হৈছিল। জিন্নাই বিৰোধ কৰি কমিটিৰ সদস্যপদ ইস্তফা দিছিল। ১৯২৮ চনত কলিকতাত বহা কংগ্ৰেছ অধিবেশনৰ আগে আগে মতিলাল নেহৰু আৰু ফুকনৰ চহীত সংবিধান কমিটিৰ প্ৰতিবেদন দাখিল কৰা হৈছিল।

১৯২৭ চনৰ ডিচেম্বৰ মাহত পণ্ডিত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত বহা কংগ্ৰেছ অধিবেশনত অসনৰপৰা ফুকন, ৰোহিণী কুমাৰ চৌধুৰী, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, মহেন্দ্ৰমোহন চৌধুৰী, দেৱেন্দ্ৰনাথ শৰ্ম্মা, পবিন্দ্ৰ নাথ শৰ্ম্মা আদিয়ে যোগ দিছিল। সেই অধিবেশনত ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা পূৰ্ণ স্বাধীনতা দাবীত দেশৰ সকলো ঠাইতে জাতীয় পতাকা উত্তোলন কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। সেই প্ৰস্তাৱ অনুসৰি গুৱাহাটীৰ জুবিলি বাগিচাত (বৰ্ত্তমানৰ ডি. চি. বঙলাৰ সন্মুখৰ পানী যোগান ধৰা কাৰ্য্যালয় থকা ঠাইখণ্ড) দেশভক্ত তৰুণৰাম ফুকনে জাতীয় পতাকা উৰাই ৰাইজক উৎসাহিত কৰিছিল।

১৯৩০ চনৰ বছৰটো ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত অতি উল্লেখযোগ্য বছৰ। এই বছৰতে মহাত্মা গান্ধী ইংৰাজৰ লোণ আইন ভঙ্গ কৰে, কানিংহাম চাহাবৰ কুখ্যাত চাৰ্কুলাৰে শিক্ষাৰ পথাৰত এটি অভাৱনীয় বাতাবৰণৰ সৃষ্টি কৰে, ভাৰতৰ ৰাজ্যবোৰে প্ৰাদেশিক স্বায়ত্ত শাসন লাভ কৰে। ১৯৩০ চনটো হ'ল আইন অমান্য আন্দোলনৰ বছৰ। এই বছৰটো অসমৰ কাৰণে সবাতোকৈ দুৰ্ভাগ্যজনক আছিল। অসমৰ সকলোৰে একমাত্ৰ আশা-ভৰসাৰ থল ফুকন আৰু বৰদলৈ কংগ্ৰেছৰপৰা আঁতৰি থকাবো বছৰ আছিল সেইটো। ফুকনে কেন্দ্ৰীয় বিধান সভাৰ সদস্য পদ ত্যাগ কৰাৰ লগে লগে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতিৰ পদো ইস্তফা দিলে। ১৯৩০ চনৰ উপ-নিৰ্বাচনত অসম বিধান সভাৰ স্বৰাজ পাৰ্টি সকলো সদস্যই সদস্য পদ ইস্তফা দি নিৰ্বাচনত থিয় হ'ল। ফুকন আৰু ৰোহিণী কুমাৰ চৌধুৰী নিৰ্বাচিত হ'ল, কিন্তু নবীনচন্দ্ৰ বৰদলৈ পৰাজয় বৰণ কৰে।

ফুকন আৰু বৰদলৈ ইস্তফা দিয়াত তেখেতসকলকে ধৰি এটা দলে ভাবিছিল যে অসম কংগ্ৰেছৰ গাঁথনি ঢিলা পৰিব, কিন্তু সেয়া নহ'ল, যি দেশত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ দৰে নিষ্ঠাৱান গান্ধী-বাদী, গুণী-জ্ঞানী পুৰুষ আছে তাত কংগ্ৰেছ অনুষ্ঠান ম্লান পৰিব কেনেকৈ? হেমচন্দ্ৰ বৰুৱাৰ আশীৰ্বাদ শিৰত লৈ ডেকা কৰ্মী বিষ্ণুৰাম মেধী অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতি নিৰ্বাচিত হ'ল, কংগ্ৰেছে নতুন বল পালে, ডেকাকৰ্মীসকল উৎসাহিত হ'ল। সকলোৰে মনত ভাব হ'ল ফুকনেই অসম নহয়, বৰদলৈয়েই কংগ্ৰেছ নহয়; ফুকন বৰদলৈৰ পিছতো মানুহ আছে।

কোৱা বাহুল্য যে ফুকন আৰু বৰদলৈ ১৯৩০ চনৰ অসহযোগ আন্দোলনৰপৰা ফালৰি কাটি থাকে। তাৰ পিছত ফুকন স্বতন্ত্ৰ প্ৰাৰ্থী হিচাপে পুনৰ কেন্দ্ৰীয় সদনৰ সদস্য হয়। কৰ্মবীৰে ১৯৩২

চনত আন্দোলনত পুনৰ যোগ দিয়ে। ১৯৩৪ চনৰ নিৰ্বাচনত বৰদলৈয়ে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে থিয় দিয়ে। ফুকনেও কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে মনোনয়ন পোৱাৰ আশা কৰি কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী বোৰ্ডলৈ আবেদন পঠাইছিল। ফুকনৰ আবেদন গ্ৰাহ্য নোহোৱাত বৰদলৈৰ লগত তেখেতে স্বতন্ত্ৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা কৰি পৰাজয় বৰণ কৰিবলগীয়া হয়। তাৰ পিছত ফুকনে ১৯৩৬ চনৰ প্ৰাদেশিক বিধান সভাৰ নিৰ্বাচনৰ সময়ত ৰোহিণী কুমাৰ চৌধুৰীয়ে গঠন কৰা মিলিত জনসভাত যোগ দি কংগ্ৰেছৰ বিৰোধিতা কৰে। ফুকনৰ এই কাৰ্য্যই কংগ্ৰেছ দলক ক্ষুণ্ণ কৰে আৰু শেষত প্ৰদেশ কংগ্ৰেছ কমিটিয়ে ফুকনৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা ল'বলৈ বাধ্য হয়। ফুকনে যিসকল লোকক লৈ এই দল গঠন কৰিছিল দুৰ্ভাগ্যবিশতঃ তেওঁলোকৰ বহুতৰে ওপৰত ৰাইজৰ আস্থা নাছিল। কিন্তু ফুকনৰ বিশাল ব্যক্তিত্বৰ ওপৰত এইবোৰে কোনো চেকা পেলাব পৰা নাছিল। ব্যক্তিয়ে পৰিস্থিতিৰ দাস হৈ কোনো কোনো সময়ত ভুল কৰে। ভুলৰ যিদিনা পৰিসমাপ্তি ঘটে সিদিনা মহত্ত্বৰ পৰিচয় দি সেই ভুল স্বীকাৰ কৰি অনুশোচনা কৰি ক্ষমা প্ৰাৰ্থনা বিচাৰে। ফুকনেও নিজৰ "ভুল স্বীকাৰ কৰি মাৰ্জনা বিচাৰি পুনৰ কংগ্ৰেছত যোগ দি অসমত মিলিত মন্ত্ৰীসভা গঠনৰ কাৰণে নিঃস্বাৰ্থভাৱে খাটি তেওঁৰ হৃত আৰু ক্ষুণ্ণ মৰ্য্যাদা পুনৰ উদ্ধাৰ কৰিলে।" পৰিতাপৰ বিষয় ইয়াৰ অলপ দিন পিছতে ফুকনৰ আকস্মিক বিয়োগ ঘটে। স্নানাগাৰত পিচল খাই পৰি মৃত্যুবৰণ কৰে। সেই মহাপ্ৰয়াণৰ দিনটো আছিল ১৯৩৯ চনৰ ২৮ জুলাই। লোকপ্ৰিয় গোপীনাথ বৰদলৈ ফুকনৰ মৃত্যুত গভীৰ শোক আৰু উপলব্ধি এনেদৰে প্ৰকাশ কৰিছে—"ফুকনে যি স্থান হেৰুৱাইছিল মৰণত সেই স্থান পালেগৈ। **Home they brought their warrior dead"** সকলো লোকে মিলি তেওঁৰ মৃতদেহ কংগ্ৰেছ অফিচলৈ আনি যি সন্মান দেখুৱালে সি মহাৰথীৰ যোগ্য।"

ফুকনৰ জীৱনৰ শেষৰ দশকটো অতীব করুণ, অতীব প্ৰাণস্পৰ্শী, অতীব হৃদয় বিদাৰক। ৰাজনৈতিক জীৱনত দুৰ্যোগ অহাৰ লগে লগে সংসাৰ ক্ষেত্ৰতো এনেদৰে বিপৰ্য্যয় আহিল যে সাধাৰণ মানুহৰ পক্ষে ইমানবোৰ শোক-তাপ সহ্য কৰাত শক্তিৰ অভাৱ হ'লহেঁতেন। এজনে মন্তব্য কৰাৰ দৰে—"চেক্সপীয়েৰৰ কিংলিয়েৰ পাগল হওঁতে ফুকনৰ দৰে শোক বেদনা পাবলগা হোৱা নাছিল।" আৰু ক'ব পাৰি ক্যাপ্টৰ ব্ৰীজৰ মেয়ৰ হেন্‌ছাৰ্দৰ দৰে চৰম পৰিণতি ঘটাৰ পিছতো ফুকনে অকণো ধৈৰ্য্য হেৰুৱা নাছিল। সকলো ভগৱানৰ দান বুলি গ্ৰহণ কৰিছিল।

দুৰ্যোগৰ কালছোৱাত প্ৰথমে অতি মৰমৰ কন্যা আৰু প্ৰিয়তমা ভাৰ্য্যা বিদ্যুত প্ৰভাক যক্ষ্মাৰোগত হেৰুৱাইছিল। এজন সতীৰ্থই এদিন সোধাত ফুকনে কৈছিল—"মোৰ প্ৰাণৰ প্ৰতিমাক বিজয়াৰ দিনাখনেই বিসৰ্জন দি আহিছোঁ।"

সহ-ধৰ্মিণীক কলিকতালৈ নি আপ্ৰাণ চেষ্টা কৰিও বচাব নোৱাৰিলে। ১৯৩২ চনৰ বিজয়া দশমীৰ দিনা কলিকতাতে স্বামীক নিঠৰুৱা কৰি মানৱী-জীৱন সামৰিলে। ববজোঁৱাই স্বনামধন্য দেশপ্ৰাণ লক্ষ্মীনাথ শৰ্ম্মাও একে ৰোগতে পৰি একে পথৰ যাত্ৰী হ'ল। তাতে দেশৰ ঋণ আৰু নিজৰ ব্যক্তিগত ঋণ পৰিশোধ কৰাৰ কাৰণে সা-সম্পত্তিও বিক্ৰী-বন্ধকত গ'ল। 'বিপদ অকলে নাহে', ইমান-বোৰ বিপদৰ মাজত তেখেতৰ জ্যেষ্ঠ সহোদৰ ভাতৃ নবীনৰাম ফুকনৰো অকাল বিয়োগ ঘটিল। তথাপি ফুকনে ধৈৰ্য্য হেৰুৱা, নাছিল। সমবেদনা জনাবলৈ অহা বন্ধু-বান্ধৱে তেখেতক পূৰ্ণ স্থিতপ্ৰজ্ঞ অৱস্থাত লগ পাই আচৰিত হৈছিল। বহুতে ওলোটাই তেখেতৰপৰাহে সান্ত্বনাবাণীহে শুনি গৈছিল। তাৰ ভিতৰতে ১৯৩৪ চনত কংগ্ৰেছ প্ৰাৰ্থীৰ কাৰণে মনোনয়ন বিচাৰি বিমুখ হোৱা, নিৰ্বাচনত পৰাজয় বৰণ কৰা আদি দুখজনক ঘটনাবোৰতো আছিলেই।

১৯৩৫ চনৰ ভাৰত আইন অনুসৰি ১৯৩৬ চনত পুনৰ সাধাৰণ নিৰ্বাচন হয়। তেতিয়া ৰোহিণী কুমাৰ চৌধুৰী 'মিলিত জনসঙ্ঘ' নামে পাৰ্টি এটা গঠন কৰি ফুকনক হাতত লৈ নিৰ্বাচনত থিয় দিছিল। ইতিমধ্যে ফুকনক পুনৰ কংগ্ৰেছলৈ ঘূৰাই নিয়াৰ বাহিৰে-ভিতৰে প্ৰবল চেষ্টা চলোৱা হৈছিল। সেই সময়ত মনোনয়ন পত্ৰ দাখিল কৰাৰ আগে আগে তেজপুৰত ভুলাভাই দেশাইয়ে ফুকনক সাক্ষাৎ কৰি ব্যক্তিগতভাৱে বুজাই বঢ়ায়ো কংগ্ৰেছলৈ আহিবলৈ তেখেতক চেষ্টা কৰি আনিব নোৱাৰিলে।

এই যাত্ৰাত ফুকনে ৰঙিয়া সমষ্টিত উঠি কংগ্ৰেছ প্ৰাৰ্থী তেখেতৰ, নাতিজোঁৱাই সিদ্ধিনাথ শৰ্ম্মাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিছিল। উল্লেখযোগ্য যে নিৰ্বাচনৰ দিনা ফুকনে ৰঙিয়া ডাক বঙলাত জিৰণি লৈ থাকোঁতে কংগ্ৰেছৰ স্বেচ্ছাসেৱীসকলে হাতত কংগ্ৰেছৰ পতাকা লৈ 'কংগ্ৰেছৰ জয়', 'কংগ্ৰেছৰ জয়েই দেশৰ জয়' ধ্বনি তুলি শোভাযাত্ৰা কৰি দলে দলে ফুকনৰ সন্মুখেদি গৈ আছিল। এইবোৰ দেখি-শুনি ফুকনৰ মানস পটত অসহযোগ আন্দোলনৰ স্মৃতি জাগি উঠিল আৰু আবেগত অভিভূত হৈ চিঞৰি উঠিল—"কংগ্ৰেছৰে জয়" কংগ্ৰেছৰ জয়েই মোৰো জয়।" তাৰ পাছতে নিৰ্বাচনী পৰ্ব শেষ নৌহওঁতে টালি-টোপোলা সামৰি লৈ খেলুৱৈসুলভ ভাব লৈ নিৰ্বিকাৰ চিত্তে ঘৰলৈ ওভটি আহিছিল। ফুকনৰ ইচ্ছা পূৰণ কৰি কংগ্ৰেছৰেই জয় হ'ল। নিৰ্বাচনৰ পিচত মিলিত জনসঙ্ঘৰ নেতাসকলৰ মাজত মতানৈক্য আহিল আৰু ফুকনে কংগ্ৰেছত পুনৰ যোগ দি অসমত মুছলিম লীগৰ মন্ত্ৰীসভা আঁতৰাই মিলিত মন্ত্ৰীসভা গঠন কৰাত উঠি-পৰি লাগিছিল আৰু তাত কৃতকাৰ্য্যও হৈছিল।

এই পৃথিবীত ফুকনৰ দৰে কেইজন সংযমী আৰু ধৈৰ্য্যশীল ব্যক্তি আছে ভাবি আশ্চৰ্য্য প্ৰকাশ কৰি লোকপ্ৰিয় বৰদলৈয়ে কৈছে—"এই শক্তিৰ কথা ভাবিলে ফুকনক এজন প্ৰকৃত মহাপুৰুষ বুলি নধৰি নোৱাৰি। ঠাট্টাৰ ছলত মোক তেখেতে কেবাদিনো কৈছিল,

সন্ন্যাসীৰ ঘৰৰহে লোক আমি। আজি মহা সুখত আছোঁ, দৰ্কাৰ হ'লে কমণ্ডলু হাতত লৈ বাহিৰ ওলাম।" আচলতে এই মহাত্যাগ, সংযম, ধৈৰ্য্য, বিকাৰ শূন্যতা আৰু আনন্দ ফুকনৰ স্বাভাৱিক শক্তি আছিল। এনে মহাশক্তিবিলাক লাভ কৰিবলৈ কত যোগীয়ে সমস্ত জীৱন সাধনা কৰিও কৃতকাৰ্য্য হ'ব পৰা নাই। ফুকন ডাঙৰীয়াৰ এইবিলাক কেনেকৈ আয়ত্ত হ'ল? বহুতে হয়তো নাজানে, নানা তৰহৰ কৰ্মময় জীৱন সত্ত্বেও ফুকন ডাঙৰীয়া এজন প্ৰকৃত ঈশ্বৰ বিশ্বাসী লোক আছিল। সেই বিশ্বাস কোনো নিৰ্দ্দিষ্ট পন্থাৰ হ'ব পাৰে, সেই বিশ্বাস হয়তো দৈনিক ফুল-চন্দনৰ পূজা সেৱাত দেখা নগৈছিল, কিন্তু তথাপি এইটো ক'ব পাৰি যে তেখেতৰ সনাতন ধৰ্ম্মবিশ্বাসৰ শিপাই তেখেতৰ জীৱনৰ স্তৰে স্তৰে আৰু কৰ্মজীৱনৰ দৈনন্দিন কাৰ্য্যত অদৃশ্যভাৱে খোপনি লৈ আছিল। গীতাৰ প্ৰিয় শ্লোকৰ ভিতৰত তেখেতে "ত্বয়া হৃষিকেশেন যথা নিযুক্তোঽস্মি তথা কৰোমি" উচ্চাৰণ কৰা মই বহুদিন শুনিছিলোঁ। মোৰ পূৰ্ণ বিশ্বাস, তেখেতে জীৱনৰ প্ৰত্যেক ডাঙৰ ঘটনাকে পৰমেশ্বৰৰ ইচ্ছা বুলি গ্ৰহণ কৰিবলৈ শক্তি পাইছিল। সেই কাৰণেই তেখেতে জীৱনৰ মহৎ কৃতিত্বৰ উৎসাহৰ ভিতৰত যেনেকৈ জীৱনৰ নিষ্ঠুৰ অপায়-অমঙ্গলৰ মাজতো তেনেকৈ চিদানন্দময় স্বৰূপক দেখা পাইছিল। এই চিদানন্দ পৰমেশ্বৰৰ জ্যোতি তেখেতৰ আত্মাক এনে প্ৰবলভাৱে বিস্তাৰ কৰি আছিল যে তেখেতৰ সংস্পৰ্শত অহা সকলো লোককে নিজৰ নানা অপায়-অমঙ্গল সত্ত্বেও সেই জ্যোতিৰ ভাগ সমানে বিলাই দিবলৈ তেখেত সমৰ্থ হৈছিল।"

ফুকনে নিজক "সন্ন্যাসীৰ ঘৰৰ লোক" বুলি পৰিচয় দিয়াৰ এটি গভীৰ তাৎপৰ্য্য আছে। ফুকনৰ পূৰ্বপুৰুষ শিৱসাগৰ জিলাৰ টিয়ক অঞ্চলৰ। তেখেতসকলৰ ঘৰখন সেই অঞ্চলত থাৰঘৰীয়া ফুকন বা অধ্যাপকৰ ঘৰ বুলিয়েই জনাজাত আছিল। এনেতে দক্ষিণ ভাৰতৰপৰা লক্ষ্মীনাৰায়ণ নামে এজন ব্ৰহ্মচাৰী অসমলৈ আহি

নীলাচল পাহাৰৰ পাদমূলত বসতি স্থাপন কৰি থাকিল। জীৱন নৈৰ সোঁতত ভাহি আহি অধ্যাপকৰ ঘৰৰে যোগাই নামৰ ল'ৰা এজনে ব্ৰহ্মচাৰীত আশ্ৰয় ল'লে। ব্ৰহ্মচাৰী তেনেধৰণৰ কেবাজনো সহায়-সাৰথীহীন ল'ৰাক আশ্ৰয় দি শিক্ষা-দীক্ষা প্ৰদান কৰি নিজৰ গোত্ৰলৈ তুলিছিল। যোগায়ো ব্ৰহ্মচাৰীৰ গোত্ৰ পালে। যোগাই যজ্ঞৰাম হ'ল। যজ্ঞৰামৰ পুতেক দুৰ্গাৰাম, দুৰ্গাৰামৰ পুতেকেই আছিল তৰুণৰাম ফুকনৰ পিতৃ বলোৰাম ফুকন।

অসমৰ জাতীয় জীৱনৰ এই যুগৰ সৰ্বশ্ৰেষ্ঠ নেতাজনৰ বহুমুখী প্ৰতিভা এটি প্ৰবন্ধ নেলাগে পাঁচশ অথবা হেজাৰ পিঠিয়া গ্ৰন্থ এখনতো সন্নিবিষ্ট কৰা কিজানি টান হ'ব! ৰাজনীতিৰ লগতে সাহিত্য আৰু চিকাৰ এই দুটা ৰসো যোগ হৈ সত্ত্ব ৰজ, তমগুণৰ আধাৰ ত্ৰৈগুণাত্মক ফুকন। ফুকনৰ সাহিত্য কৃতীৰ বিষয়ে সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰীকাই দিয়া মন্তব্যত প্ৰকাশ—"সকলো সজ গুণকে সামৰি দেশবাসীয়ে ফুকনদেৱক দেশভক্ত উপাধিৰে বিভূষিত কৰিছিল। শিলচৰ জেলত থাকোঁতে তেওঁ লিখা ৫৪টা কবিতাৰ পুথি 'স্তুতিমালা' নিজৰ ঘৰত আজৰি সময়ত লিখা যৌন বিজ্ঞান সম্পৰ্কীয় ৰসাল পুথি 'যৌনতত্ত্ব' ভাটী বয়সত লিখা অতি উপাদেয় অথচ ৰোমাঞ্চকৰ নানা 'চিকাৰ কাহিনী', অসহযোগ আন্দোলনৰ সময়ত ফাটেক ঘৰৰ ভিতৰত কামৰূপৰ কথিত গাঁৱলীয়া ভাষাৰে হাঁহিত পেটৰ নাড়ী ডাল ডাল হোৱাকৈ লিখা "নিংনি ভাৱৰীয়াৰ গীত", কংগ্ৰেছ মহাসভাৰ আদৰণি ভাষণ আদি অসমীয়া সাহিত্য ভঁৰাললৈ দেশভক্তৰ বহুমূলীয়া অৰিহণা। 'স্তুতিমালা'ৰ বাহিৰে তেওঁৰ বেছি কবিতা নাই যদিও যিকেইটা আছে সেয়ে মূল্যৱান।"

ফুকনৰ স্তুতিমালাৰ গীতসমূহলৈ চাই তেখেতক এজন বিষ্ণুপ্ৰাণ বৈষ্ণৱ কবি বুলি ক'লে অত্যুক্তি কৰা নহ'ব। বৈষ্ণৱ ধৰ্মৰ মূল ধাৰাৰ বিষ্ণু বা কৃষ্ণক কেন্দ্ৰ কৰিয়েই স্তুতি গীতবোৰ ৰচনা কৰা

হৈছে। ইয়াৰ দ্বাৰা স্পষ্ট ধাৰণা হয় যে, অসমীয়া বৈষ্ণৱ সাহিত্যৰ গ্ৰন্থসমূহ—ভাগৱত, কীৰ্ত্তন, দশম, নামঘোষা, বৰ্গীত আদিৰ ওপৰত তেখেতৰ গভীৰ অধ্যয়ন আছিল। তেখেতৰ 'চিকাৰ কাহিনী'ৰ গাৰ নোম শিহৰি উঠা ৰচনাবোৰ পঢ়িলে তেখেত 'জিম ক'ৰবেট'ৰ সমানেই ডাঙৰ চিকাৰী আছিল বুলি নকৈ নোৱাৰি।

কামৰূপীয়া ঠাঁচত লিখা তেখেতৰ ৰসাল আৰু ব্যঙ্গ কবিতাৰ নমুনা এটা দিয়াৰ লোভ সামৰিব পৰা নগ'ল। কবিতা ফাকিত কাৰাগাৰৰ মাৰ ভাতমুঠিৰ বৰ্ণনা কৰা হৈছে—

"ৰাঙা চাউলৰ ভাত দিলাক
আধা সিজা নাই ;
গৰাহ মাৰ্লি কেৰাৎ কৰেয়
শিলৰ গুড়া পায়।
মাহৰ ডালি শুদা পানী
নিহ্নি দেয় তাত,
আকতা গন্ধত খাবা নৰি
উকৃতি আহে ভাত।"

ফুকনৰ স্বদেশ প্ৰেমৰ 'জাতীয় সঙ্গীত'টোত দেশভক্ত ফুকনজন ওলাই পৰিছে—

"আই মোৰ অসম নিছলী অসম
দুখুনী অসম আমাৰ দেশ।
কিয়নো আই তোৰ এনুৱা বিলাই
কিয়নো আই তোৰ এনুৱা বেশ ?
কিয়নো আই তই চকুলো টুকিছ
নেবান্ধ আই তই মূৰৰ কেশ
লাখে লাখে তোৰ ল'ৰা-ছোৱালীয়ে
সাদৰি মাতিছে আমাৰ দেশ।

কিহৰ দুখ তোৰ, কিহৰ শোক তোৰ
কিহৰ লাজ তোৰ, কিহৰ ক্লেশ
সকলোটি মিলি ভায়ে-ভনীয়ে
সাদৰি মাতিছে—আই—আমাৰ দেশ।"

সংসাৰৰ শোক-তাপ-জ্বালা-যন্ত্ৰণাই গবামাৰি ধৰিও ফুকনক বিচলিত কৰিব নোৱাৰিলে; গীতাৰ স্থিতপ্ৰজ্ঞ বিৰাট পুৰুষজন হৈ নিৰ্বিকাৰ চিত্তে নিজৰ কৰ্তব্য কৰি গ'ল। এই শক্তি ফুকনে বাৰু পাইছিল ক'ত? পাইছিল, আৰু তাক নিজৰ বচনেৰে গাইছিল—

"বিচাৰ কৰিলে পাবা অসাৰ সংসাৰ
সপোন মাথোন সবে নাই একো সাৰ।"

ৰাজনীতি আৰু সাহিত্য চৰ্চাৰ বাহিৰেও ফুকনে সমাজ সংস্কাৰ আৰু বহুতো জনহিতকৰ কামত বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল। ১৯৩৪ চনৰ পিছত একেৰাহে কেবাবছৰ ধৰি ফুকন গুৱাহাটী লোকেল ব'ৰ্ডৰ সভাপতি আছিল। এই সময়ছোৱাত ফুকনৰ উদ্যোগত বহুতো ৰাস্তা, ঘাট, পুখুৰী, প্ৰাইমাৰী স্কুল, চিকিৎসাগাৰ আদি গঢ় লৈছিল। অসমত 'কুষ্ঠৰোগী আশ্ৰম' পতাত ফুকনে আগভাগ লৈছিল। প্ৰথমে এই আশ্ৰমখন ভৰলুমুখৰ শ্মশানৰ ওচৰত পতা হৈছিল। পিছত বকোলৈ স্থানান্তৰিত কৰা হয়।

ফুকন ডাঙৰীয়াৰ হাতী চিকাৰ, বাঘ চিকাৰ আৰু ব্ৰহ্মপুত্ৰত ঘঁৰিয়াল চিকাৰ কৰাৰ ঘাই সহচৰ আছিল ভৃগুৰাম ৰাজমেধি। ভৃগুৰামৰ দেউতাক সোণাৰাম ৰাজমেধিৰ লগত আলাপ-আলোচনা হৈ সোণাৰামৰ নামতেই ভৰলুমুখৰ 'সোণাৰাম হাইস্কুল' ঠন ধৰি উঠিল। ফুকনৰ আকৰ্ষণত সোণাৰাম হাইস্কুলত বহুতো প্ৰখ্যাত সাহিত্যিক, গৱেষক, কবি, ইতিহাসবিদ, প্ৰত্নতাত্ত্বিকে শিক্ষকতা কৰিছিল। সেইসকলৰ ভিতৰত—পণ্ডিত হেমচন্দ্ৰ গোস্বামী, হৰমোহন দাস, সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা, ৰজনীকান্ত দেৱশৰ্মা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ছাৰ চৈয়দ খাহুল্লা, কৰ্মপ্ৰাণ

চন্দ্ৰনাথ শৰ্ম্মা, কৌহিৰাম দাস, ভবেন চৌধুৰী, ডাঃ কালিচৰণ দাস, নৱকুমাৰ বৰুৱা, ত্ৰিগুণা প্ৰসাদ বৰুৱাৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

**'তৰিলে দেশ মৰিলে স্বৰ্গ'** এই বীজমন্ত্ৰ তৰুণৰাম ফুকনে দেশৰ তৰুণসকলক দি দেশ স্বাধীন কৰাৰ কাৰণে ৰণোন্মত্ত কৰি তুলিছিল। এইজন নিৰ্ভাজ, নিঃস্বাৰ্থী দেশপ্ৰেমিকৰ মৃত্যুত ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদ, নেতাজী সুভাষ চন্দ্ৰ বসু প্ৰমুখ্যে ভাৰত ৰৰেণ্য নেতাসকলে তেখেতৰ গুণানুকীৰ্ত্তন কৰি শোকবাৰ্তা পঠাইছিল। ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদে লিখিছিল—"তৰুণৰাম ফুকনৰ মৃত্যু বাতৰি পাই মৰ্মাহত হৈছোঁ। সেই তাহানি অসহযোগ আন্দোলনৰ সময়ৰ-পৰাই মই তেওঁক জানিবলৈ সুযোগ পাইছিলোঁ। তেওঁ এজন সাহসী আৰু নিপুণ যোদ্ধা আছিল, আৰু দেশৰ কাৰণে বিস্তৰ ত্যাগ কৰিব পাৰিছিল। এসময়ত তেওঁ তেওঁৰ প্ৰদেশৰ অবিসম্বাদী নেতা আছিল, আৰু যদিও শেষ কালছোৱাত সহকৰ্মীসকলৰ লগত মতবিৰোধ হৈ অকলশৰীয়া যেন জীৱন যাপন কৰিছিল, তথাপি দেশকৰ্মী আৰু প্ৰসিদ্ধ নেতা হিচাপে তেওঁৰ স্থান অকণো নমা নাছিল। দেশৰ এই সন্ধিক্ষণত তৰুণৰাম ফুকনৰ মৃত্যু এটা অপূৰণীয় ক্ষতি।"

"নেতাজীয়ে লিখিছিল—"তৰুণৰাম ফুকন অসমৰ বিখ্যাত নেতা-সকলৰ এজন আছিল। ১৯২২ চনত দেশবন্ধু চিত্তৰঞ্জন দাশৰ লগত স্বৰাজ দল গঠনত যোগ দিয়াৰপৰাই মই তেওঁক জানি আহিছোঁ। দেশবন্ধুৰ মাদ্ৰাজত কৰা প্ৰথম সাফল্যমণ্ডিত ভ্ৰমণৰ সময়ত তৰুণ-ৰাম ফুকন তেওঁৰ লগত আছিল আৰু তাৰ পিচৰপৰাই তেওঁ স্বৰাজ্য দলৰ কাৰ্য্যত নানাভাৱে সহায় কৰিছিল। তেতিয়াৰপৰাই মোৰো তেওঁৰ লগত ব্যক্তিগত পৰিচয় হয়। তেওঁ এজন প্ৰকৃত ভদ্ৰলোক আছিল। তেওঁ অমায়িক আৰু আনক সহজে জয় কৰিব পৰা মানুহ আছিল। কংগ্ৰেছৰ নীতি কৰ্মধাৰা সঠিক-

ভাৱে মানি নচলাত তেওঁৰ বন্ধুবিলাক আচৰিত আৰু দুঃখীত হৈছিল। কিন্তু শেষত তেওঁ আকৌ কংগ্ৰেছৰ কামত উদ্যমেৰে লগা দেখি আমি আশ্বস্ত হৈছিলোঁ। যোৱাবেলি মই অসমলৈ যাওঁতে তেওঁ আমাৰ কামত যথেষ্ট ৰকমে সহায় কৰিছিল। আমি আশা কৰিছিলোঁ যে তেওঁ হয়তো কংগ্ৰেছৰ কামত আকৌ এটি ডাঙৰ ভূমিকা গ্ৰহণ কৰিব। কিন্তু আমি আকস্মিকভাৱে তেওঁৰ মৃত্যু সংবাদহে পাবলগীয়া হ'ল। তেওঁৰ মৃত্যুত আমি এজন প্ৰকৃত বন্ধু, নিভাঁজ ভদ্ৰলোক, অকপট দেশহিতৈষী আৰু প্ৰসিদ্ধ নেতাৰ বাবে শোক কৰিবলগীয়া হ'ল। তেওঁৰ আত্মাই শান্তি লভক—ইয়াকে কামনা কৰিছোঁ।"



# লোকনায়ক অমিয় কুমাৰ দাস

"মই যি মুহূৰ্তত এই পৃথিবীলৈ আহিলোঁ সেই মুহূৰ্তটো শুভই নে অশুভই মই ভাবি নাপাওঁ, কাৰণ মোৰ জন্মৰ কিছুদিনৰ পাছত মোৰ পিতৃ বিয়োগ হয়। ময়েই ষষ্ঠ সন্তান আছিলোঁ। চতিয়া, জামুগুৰি, কলিয়াবৰ আদিৰপৰা মোৰ আইৰ সম্পৰ্কীয় বুঢ়ী তিৰোতাসকল আহিলে মোক মৰম কৰাৰ লগতে সম্বোধন কৰে—"বাপেকৰ মুখ খোৱাটো মোৰ শিশু মনে বুজি নাপায়—মইনো কেনেকৈ দেউতাৰ মুখ খোৱা হ'লোঁ।"

লোকনায়ক অমিয় কুমাৰ দাসে তেখেতৰ 'জীৱন-স্মৃতি'ত পিতৃ-বিয়োগৰ কথা তেনেদৰে উল্লেখ কৰিছে। তেখেতৰ জন্মৰ সঠিক দিন-বাৰৰো কোনো হিচাপ নাই। মাত্ৰ মোমায়েকে স্কুলত তেখেতৰ নাম ভৰ্তি কৰাৰ সময়ত ১৮৭৫ চনৰ ৫ মে'ৰ দিনা জন্ম হোৱা বুলি নামভৰ্তি বহীত লিখি দিছিল।

দাসৰ পিতৃ উদয়ৰাম দাসে ভৰলুমুখৰ কামাখ্যা ৰাম বৰুৱাৰ ঘৰৰ সমীপতে বসবাস কৰি আছিল। সেই সময়ৰ ৰাজনৈতিক নেতা দেশভক্ত তৰুণৰাম ফুকন, ৰোহিণী কুমাৰ চৌধুৰী, কামাখ্যা ৰাম বৰুৱা আদিৰ লগত তেখেতৰ অতি ঘনিষ্ঠ ভাব আছিল। তেখেতসকলৰ বেছিভাগেই তেখেতক 'উদয় দাদা' বুলি মাতিছিল। তেখেত বৰ সৰবৰহী লোক আছিল, চাহ বাগিচাৰ, চাকৰিৰ লগতে প্ৰেছৰ ব্যৱসায়ো তেখেতে কৰিছিল। অসমৰ ৰাজনীতিত উদয়ৰাম দাসৰ ভূমিকা উলাই কৰিব লগা বিধৰ নাছিল।

পিতৃ উদয়ৰাম দাসৰ অকাল বিয়োগ হোৱাত মাতৃ সৰলা দেৱী আৰু ককাদেউতাক (মাকৰ দেউতাক) লক্ষ্মীকান্ত বৰকাকতীয়ে লৰাটিৰ লালন-পালনৰ ভাৰ লৈছিল। ককাদেউতাকে তেখেতক

পিতৃৰ অভাৱ অনুভৱ কৰিবলৈ দিয়া নাছিল, আনকি কন্যা সৰলা দেৱীয়ে তেখেতক 'দেউতা' বুলি সম্বোধন কৰাৰ কাৰণে নাতিয়েকেও ডাঙৰলৈকে তেখেতক দেউতা বুলিয়েই মাতিছিল। ককাদেউতাকে শিশু অমিয়ক কাষত বহুৱাই ৰামায়ণ, মহাভাৰত, পুৰাণ, ভাগৱত আদিৰ অনুপম সাধুবোৰ নাটকীয় ভঙ্গীত কৈছিল আৰু নাতি-ল'ৰাই সেইবোৰ মৌ পিয়াদি পিছিল। ককাদেউতাক তেখেতৰ শৈশৱ কালৰ খেল-ধেমালিৰ সঙ্গী হোৱাৰ উপৰিও ককাদেউতাকে দেশ-বিদেশৰ বহুতো মজাৰ কথা কৈছিল। অমিয় কুমাৰ দাসৰ কৌতূহলী মনক খোৰাক যোগাব পৰা বুদ্ধি-জ্ঞানৰ তেখেতৰ মুঠেই অভাৱ হোৱা নাছিল। কাজেই প্ৰকাৰান্তৰে অধ্যয়নপুষ্ট ককাদেউতাকে শিশু অৱস্থাত অমিয় কুমাৰ দাসৰ ওপৰত যি মচিব নোৱৰা প্ৰভাৱ পেলাইছিল, পৈণত বয়সত সেইবোৰেই 'লোকনায়ক' সন্মানসূচক উপাধি লাভ কৰাত তেওঁক সহায় কৰিছিল।

পাঁচ-ছয় বছৰীয়া শিশু অমিয়ই খেল-ধেমালিৰ মাজেদি ককা-দেউতাকৰপৰা তিনিটা শব্দৰে গঠিত 'মোহনদাস কৰমচাঁদ গান্ধী' এই মেজিক নামটো শুনিছিল। প্ৰতিটো কামৰ আৰম্ভণিতে হিন্দু-সকলে 'মাধৱ' আৰু মুছলমানসকলে 'বিছ্‌মিল্লা' নাম লোৱাৰ দৰে অমিয় কুমাৰ দাস আৰু তেখেতৰ লগৰীয়াসকলে খেল-ধেমালিৰ সময়ত 'মোহনদাস কৰমচাঁদ গান্ধী' নামটো স্মৰণ কৰি প্ৰতিযোগিতাত জয়ী হৈছিল। গান্ধী নামৰ এই মহামন্ত্ৰই শেষলৈকে অমিয় কুমাৰ দাস নামটি ধন্য কৰিলে, তেখেতক অমৰত্ব প্ৰদান কৰিলে। অসমৰ গান্ধীবাদী নেতাসকলৰ ভিতৰত তেখেতেই গান্ধীৰ আত্মজীৱনী "My Experiments With Truth"ৰ প্ৰথম অসমীয়া অনুবাদ "মোৰ সত্য অন্বেষণৰ কাহিনী" ৰচনা কৰিলে। দাসৰ এই মনো-মোহা সৰল অনুবাদ গ্ৰন্থই শ শ অসমীয়া ছাত্ৰ-ছাত্ৰীক নৈতিক বলত বলীয়ান কৰিছে, আদৰ্শ জীৱন গঢ়াত সহায় কৰিছে।

উদয়ৰাম দাসে চৰকাৰী চাকৰি নকৰি নগাঁৱৰ কেলিডেন

বাগিচাত কাম কৰিছিল আৰু কামাখ্যাৰাম বৰুৱাৰ লগত ট্ৰাষ্ট খুলি গুৱাহাটীত প্ৰেছৰ ব্যৱসায় চলাইছিল। অমিয় কুমাৰ দাসে সৰুতে পিতৃক হেৰুৱাৰ দৰে উদয়ৰাম দাসেও সৰুতে পিতৃক হেৰুৱাইছিল। তেতিয়া ঘৰখন চলোৱাত ভাবিব নোৱৰা অভাৱে দেখা দিছিল। দাসে জীৱন-স্মৃতিত দেউতাকৰ বিষয়ে এনেদৰে উল্লেখ কৰিছে—"দেউতাও সৰুতে পিতৃহীন হৈছিল আৰু বুঢ়ী আয়ে সূতা কাটি কাপোৰ বৈ দেউতাক হেনো গুৱাহাটীৰ হাইস্কুলত পঢ়ুৱাইছিল এন্‌ট্ৰেন্সলৈকে। এন্‌ট্ৰেন্সৰ পাছত চৰকাৰী বৃত্তি পাই কলিকতাৰ কেম্পবেল মেডিকেল স্কুলত পঢ়ি ডাক্তৰী পাছ কৰে। চৰকাৰী চাকৰি নোপোৱাত বাগিচাৰ চাকৰি লয়। বেজবৰুৱাক পোন-প্ৰথমে ১৯১৪ চনত কলিকতাত লগ পাওঁতে আৰু মোৰ চিনাকি পাই বেজবৰুৱাই দেউতাৰ কথা কৈছিল। কলিকতাত ভোলা বৰুৱাৰ লগত চিনাকি হোৱাত তেখেতেও দেউতাৰ কথা কৈছিল—"আমি একেলগে পঢ়া···দেউতা কলিকতালৈ গৈ ব্ৰাহ্ম সমাজৰ প্ৰভাৱত পৰিল আৰু এইদৰে আমি গতানুগতিক অসমীয়া সমাজৰ-পৰা আঁতৰিব লগীয়া হ'ল।"

ইংৰাজৰ শাসন আৰু আমেৰিকান পাদুৰী চাহাবসকলৰ খৃষ্ট ধৰ্ম্ম প্ৰচাৰে ভাৰতবৰ্ষত বিশেষকৈ বঙ্গদেশত এটি ধৰ্ম বিপ্লৱ গঢ়ি উঠাত সহায় কৰিছিল। ৰাজা ৰামমোহন ৰায়, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ প্ৰমুখ্যে বহুতে বেদান্ত-উপনিষদৰ ভিত্তিত প্ৰৱৰ্তন কৰা ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰে। অসমৰ গুণাভিৰাম বৰুৱা, কনকহাস গোস্বামী, কমলাকান্ত ভট্টাচাৰ্য্য আদিয়েও এই নতুন ব্ৰাহ্ম সমাজত যোগ দি ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল। অমিয় কুমাৰ দাসৰ ককা-দেউতাক লক্ষ্মীকান্ত বৰকাকতীয়েও ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰে। তেখেত পৰম ধাৰ্মিক পুৰুষ আছিল আৰু পুৱা-গধূলি তেখেতে নিয়মিতভাৱে প্ৰাৰ্থনা নকৰাকৈ নাথাকিছিল। তেখেতে হৰিবিলাস আগৰৱালা প্ৰভৃতিৰ লগত লাগি সমাজ সংস্কাৰৰ কামত হাত দিছিল।

উল্লেখযোগ্য যে লক্ষ্মীকান্ত বৰকাকতী ভাৰতীয় কংগ্ৰেছ অনুষ্ঠানটোৰ লগত জন্মলগ্নৰেপৰা জড়িত আছিল। ১৮৮৫ চনত বোম্বেত আৰু ১৮৮৭ চনত মাদ্ৰাজত বহা কংগ্ৰেছ অধিবেশনত তেজপুৰ ৰায়ত সভাৰ প্ৰতিনিধি হিচাপে তেখেতে যোগ দিছিল। ১৮৮৭ চনত তেখেতৰ উদ্যোগত তেজপুৰে অসমৰ ৰাজহুৱা তথা ৰাজনৈতিক ক্ষেত্ৰত এটা ডাঙৰ পদক্ষেপ পেলায়। তাৰ পৰিণতিস্বৰূপে সেই বছৰতে 'তেজপুৰ টাউন হল' আৰু লাইব্ৰেৰীৰ জন্ম হ'ল।

অমিয় কুমাৰ দাসৰ মাতৃ সৰলা দেৱী এগৰাকী বিদুষী মহিলা আছিল। লক্ষ্মীকান্তৰ পত্নীৰ অকালতে বিয়োগ হোৱাত দুয়োজনী ছোৱালীক কলিকতাৰ বেথুন ছোৱালী হাইস্কুলত পঢ়াইছিল। তেতিয়াৰ দিনত কলিকতালৈ নাৱেৰে অহা-যোৱা কৰিছিল। তেজপুৰৰপৰা কলিকতা পাওঁতে কমেও এমাহ লাগিছিল। দাসৰ মাতৃৰ সহযাত্ৰী আৰু সহপাঠী আছিল গুণাভিৰাম বৰুৱাৰ কন্যা স্বৰ্ণলতা বৰুৱা। পিছত দুয়োজনী সখিত্ব বান্ধোনত সাঙোৰ খাইছিল।

অমিয় কুমাৰ দাসৰ পিতৃ-বিয়োগ হোৱাত ঘৰখনৰ অভাৱ-অনাটন দিনক দিনে বাঢ়ি গৈছিল। দাসৰ মোমায়েকক এসময়ত উদয়ৰাম দাসে কলিকতাত পঢ়াইছিল। কলিকতাৰপৰা আহি শিক্ষক, কেৰাণী আদি চাকৰি কৰি শেষত জিলাৰ উপায়ুক্তৰ তলত মাত্ৰ পঁচিশ টকীয়া হেড্ ক্লাৰ্কৰ চাকৰি কৰিছিল। কাজেই মোমায়েকৰ কৰ্তব্য পালন কৰি নিজৰ আৰু ভনীয়েকৰ দুয়োটা পৰিয়ালক সমানে চাবলগীয়া হৈছিল। কেতিয়াবা অৰ্থাভাৱ বাৰুকৈয়ে হৈছিল। অমিয় কুমাৰ দাসে জীৱন-স্মৃতিত লিখিছে— "ঘৰৰ অভাৱৰ ছবিখন দেখি আমাক যি খাবলৈ দিয়া হৈছিল তাতকৈ আমি বেছি বিচৰাটো অপৰাধ বুলি ভাবিছিলোঁ।"

অমিয় কুমাৰ দাসে তেজপুৰ স্কুলত পঢ়ি থাকোঁতে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ লগত পৰিচয় হয়। কৰ্মবীৰ দাসতকৈ দুই শ্ৰেণী

ওপৰত পৰিছিল। শৰ্মাই স্বদেশ প্ৰেমৰ চিনাকি স্কুলীয়া কালতে দিছিল। স্কুলৰ তথা তেজপুৰৰ সমাজ আৰু ৰাজনৈতিক জীৱনৰ প্ৰতিটো কথাতে তেখেতে ছাত্ৰাৱস্থাৰেপৰা আগভাগ লৈছিল।

অমিয় কুমাৰ দাস সৰুৰে পৰা চিন্তাশীল, ধৈৰ্য্যশীল, পৰিপাটি, কৰ্তব্যপৰায়ণ, সত্যবাদী আৰু নিষ্ঠাৱান আছিল। স্বদেশী আৰু বিদেশী শব্দ দুটাৰ অৰ্থ বুজিবলৈ চেষ্টা কৰি হঠাৎ এদিন নিজে উদ্ধাৰ কৰিলে। ইংৰাজসকলে বজাৰত যিকোনো বস্তু কিনিবলৈ হ'লে 'মেড্ ইন ইংল্যাণ্ড' (ইংল্যাণ্ডত তৈয়াৰী) চাইহে কিনে। 'মেড্ ইন জাৰ্মানী' (জাৰ্মানীত তৈয়াৰী) বুলি লিখা থকাটো নিকিনে। সৰুতে আহৰণ কৰা এই ধাৰণাটো দাসৰ মনত ক্ৰমে গাঢ় হৈ পৰে আৰু তেতিয়াৰপৰা মাকে সূতা কাটি বৈ দিয়া ধুতি আৰু চোলা পিন্ধিবলৈ লয়।

'যি মূলা বাঢ়ে তাৰ দুপাততে চিন' বুলি এষাৰ প্ৰবাদ বাক্য আছে। অমিয় কুমাৰ দাসৰ শৰীৰৰ প্ৰতিটো ধমনিতে এই কথা-খিনিৰ যথাৰ্থতা প্ৰকাশ পাইছিল। তেতিয়াৰ দিনত স্কুলত বঙলাৰ প্ৰভাৱ বৰ বেছি আছিল। বঙালী ছাত্ৰসকলে অসমীয়াসকলক 'বেকৱাৰ্ড' (পিচপৰা) বুলি ব্যঙ্গ কৰা কথাত অমিয় দাসে অন্তৰত এটি অপ্ৰকাশ্য বেজাৰ অনুভৱ কৰিছিল। বঙালী ছাত্ৰসকলে যেতিয়া গণ্ডাই গণ্ডাই বেঙ্গলী বি. এ., এম. এ. থকাৰ কথা কৈ গৌৰৱ কৰিছিল অমিয় কুমাৰ দাসে দুখ আৰু বেজাৰত মৰ্মাহত হৈ জিদ্ কৰিছিল, ভৱিষ্যতৰ সুন্দৰ সপোন দেখিছিল—দুখুনী অসম দেশতনো কেতিয়া গণ্ডাই-গণ্ডাই বি. এ., এম. এ. হ'ব! এনেতে ৰাধা নাথ ফুকন, অন্নদা ভট্টাচাৰ্য্য আৰু ঈশ্বৰ চন্দ্ৰ বৰুৱা আদিয়ে এম. এ. পাছ কৰাত দাসৰ বুকু আনন্দত ওফন্দি উঠিছিল। অসমৰ প্ৰথম এম. এ. ৰাধানাথ ফুকন তেজপুৰলৈ যোৱাত বহুতৰ লগত অমিয় কুমাৰ দাসেও আহি জুমি জুমি তেখেতক চাইছিল।

অমিয় কুমাৰ দাস তেতিয়া নৱম কি দশম মানৰ ছাত্ৰ।

ভাইচ্ৰয় লৰ্ড কাৰ্জন অসমলৈ আহিছিল। একে যাত্ৰাতে কোম্পানীৰ 'বাজাৰ্ড' নামৰ জাহাজত উঠি গুৱাহাটীৰপৰা আঠ ঘণ্টাৰ জলযাত্ৰা কৰি তেজপুৰ পালে। তেজপুৰৰপৰা ৰেলযোগে বালিপাৰা অঞ্চললৈ গৈ তিব্বত, ভূটান আদিৰ স্থিতি-পৰিস্থিতি আৰু গতিপথ অধ্যয়ন কৰি উলটি গ'ল। অলপ দিনৰ পিচতে ক্ৰমে তিব্বত আৰু ভূটানৰ ওপৰত ইংৰাজ সৈন্যই 'তানাম্' হত্যা-কাণ্ড আৰু পৈশাচিক অত্যাচাৰ চলাই তিব্বত দখল কৰিলে। শ শ নিৰস্ত্ৰ, নিৰীহ তিব্বতীয়া লামাই ইংৰাজ পিশাচৰ হাতত প্ৰাণ দিলে। বাতৰি-কাকতসমূহে ইংৰাজৰ এই বৰ্বৰতাৰ তীব্ৰ নিন্দা কৰি লিখিলে—"জীৱনত চিপাহীহঁতে এনেবিধৰ লক্ষ্য আৰু তুনাই নাপাব।"

সহায়-সাৰথিহীন লামাসকলে কৰযোৰে ইংৰাজক প্ৰাৰ্থনা কৰিলে—"আমাক বেহাবেপাৰ একো নালাগে, আমি তোমালোকৰ বন্দুক-বাৰুদো আনিবলৈ নিবিচাৰোঁ। তোমালোকৰ সোণ-ৰূপ লৈ যোৱা, কেৱল আমাক শান্তিৰে থাকিবলৈ দিয়া।"

ইংৰাজসকলৰ এনেবোৰ হিংসাত্মক দুষ্কাৰ্য্যই কোমল হৃদয়ৰ অমিয় কুমাৰ দাসৰ অন্তৰত বৰকৈ আঘাত দিছিল আৰু ইয়াৰ প্ৰতিকাৰ আৰু নিৰাময় কেতিয়া কেনেদৰে হ'ব পাৰে এই চিন্তাই তেখেতৰ মনত গভীৰ ৰেখাপাত কৰিছিল।

গুৱাহাটীৰ কটন কলেজ প্ৰতিষ্ঠাতা চাৰ্ হেনৰী কটন অসমীয়া জাতিৰ চিৰ নমস্য; ভাৰতীয়ৰো নমস্য। ১৯০৫ চনত বম্বেত বহা কংগ্ৰেছ অধিবেশনৰ হেনৰী কটন সভাপতি আছিল। সেই সভাতে লৰ্ড কাৰ্জনৰ বঙ্গ বিভাজন আইনৰ তীব্ৰ বিৰোধিতা কৰি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। সেইবাবে ইংৰাজসকলৰ তেখেত অপ্ৰিয়ভাজন হৈছিল। আনকি পৰৱৰ্তীকালত হেনৰী কটন গুৱাহাটীলৈ আহোঁতে তেখেতক ঔৰঙ্গজেৱে তাজমহলৰ প্ৰাণ প্ৰতিষ্ঠাতা চাহজাহানক তাজমহল দৰ্শন কৰিবলৈ নিদিয়াৰ দৰে তেতিয়াৰ প্ৰিন্সিপালগৰাকীয়ে

কটন কলেজৰ প্ৰাণ প্ৰতিষ্ঠাতা হেনৰী কটনক কলেজ দৰ্শন কৰিবলৈ নিদিলে।

হেনৰী কটনে তেখেতৰ স্মৃতিগ্ৰন্থ (India and Home Memories)ত অসমক ইংৰাজ চৰকাৰে কিদৰে বিদ্ৰূপ কৰিছিল বহুলাংশত বৰ্ণনা কৰিছে- "অসমক ভাৰতৰ এসাগী ছোৱালী বুলি কোৱা হয়। মোৰ দুখ লাগে—এই প্ৰদেশখন এতিয়াও এই অৱস্থাতে আছে।"

হেনৰী কটনে স্মৃতিগ্ৰন্থত অসমৰ চাহ-বাগিচাৰ বনুৱাসকলক কিদৰে ক্ৰীতদাসৰ নিচিনা ব্যৱহাৰ কৰা হৈছিল বৰ্ণনা কৰিছে— "অসমৰ শাসনৰ আঁৰত এটা ডাঙৰ আৰু স্বতন্ত্ৰীয়া প্ৰশ্ন ভূতৰ দৰে ভুমুকি মাৰি আছে। প্ৰশ্নটো হৈছে --আন প্ৰদেশৰ পৰা অনা হেজাৰ হেজাৰ অসহায় বনুৱা। তেওঁলোকে চাহ-বাগিচাবিলাকত কাম কৰিবলৈ হেজাৰ মাইল দূৰৰ পৰা ৰেল, জাহাজ আৰু কত-বিধৰ যানবাহনত আহিবলগীয়া হৈয়ো প্ৰয়োজনৰ জোখাই মজুৰি নাপায়। ৩০ বছৰৰ আগতে বঙ্গদেশৰ শাসনকৰ্তা ছাৰ জৰ্জ কেম্প্‌বেলে প্ৰাদেশিক সভাপতি হিচাপে ক'বলগীয়া হৈছিল যে এই বনুৱাবিলাকক ক্ৰীতদাসৰ দৰে কামত লগোৱা হৈছে।"

অসমৰ চাহ-বাগিচা অঞ্চলত জন্ম গ্ৰহণ কৰি দিনে-ৰাতি চাহ-বনুৱাসকলৰ দুখ-দুৰ্গতি দাসে চাক্ষুস প্ৰমাণেৰে দেখি সেইবোৰৰ প্ৰতিকাৰ আৰু নিৰাময় কেতিয়া কেনেদৰে হ'ব ভাবিছিল আৰু শেষত ১৯৫৫ চনত 'চাহ মজদুৰ ভবিষ্যনিধি আইন' প্ৰণয়ন কৰিহে মনত শান্তি লভিছিল।

হেনৰী কটনৰ স্মৃতিগ্ৰন্থখনিৰ সম্পৰ্কত অমিয় কুমাৰ দাসে কৈছে—"এনেবিলাক কথা ল'ৰা কালত শুনাৰ বাবে কটন কলেজত পঢ়িবলৈ গৈ লাইব্ৰেৰীত 'হেনৰী কটনৰ' সোঁৱৰণত (India and Home Memories) গ্ৰন্থখনে মোৰ অন্তৰত সুপ্ত হৈ থকা ভাব

আৰু অনুভূতিবিলাক জগাই তুলিলে। এইদৰে জীৱনৰ শিক্ষাৰ ভেটি স্কুলতকৈ বাহিৰতে বেছিকৈ ৰচনা হ'ল।"

হেনৰী কটনৰ প্ৰতি অসীম শ্ৰদ্ধা নিবেদন কৰি দাসে জীৱন স্মৃতিত উল্লেখ কৰিছে- "কটন চাহাবলৈ সকৰে পৰা শ্ৰদ্ধাৰ ভাব হোৱাত গুৱাহাটীলৈ গৈ কটন কলেজত ভৰ্তি হওঁতে কটন চাহাবৰ মাৰ্বল মূৰ্তিৰ ওচৰত মোৰ অন্তৰৰ শ্ৰদ্ধা জনাওঁ। মনলৈ ভাব আহে—সুৰেন্দ্ৰ নাথ বেনাৰ্জীকে আদি কৰি ভাৰতীয় নেতাসকলে লৰ্ড ৰিপনৰ গাড়ীখন ঘোঁৰা নলগাই টানি নি সন্মান দেখুৱাৰ দৰে আমিও কটন চাহাবক শ্ৰদ্ধা দেখুৱাব পৰা হ'লে কিমান ভাল পালোঁহেঁতেন।"

দাসে ছোৱালীৰ স্কুল এৰি ল'ৰাৰ স্কুললৈ আহিল। সত্যবাদী নিৰ্ভীক দাসে কাকো অশালীন ব্যৱহাৰ নকৰিছিল আৰু কোনোবাই তেখেতক আশালীন ব্যৱহাৰ কৰিলে কোনোপধ্যে ক্ষমা নকৰিছিল। খংটো উঠিলে তেখেতে নিজকে পাহৰি পেলাইছিল। ল'ৰাৰ স্কুললৈ অহাৰ পিছতে দাস তেনে এটা সমস্যাৰ সন্মুখীন হ'ব লগাত পাৰছিল। স্কুলত এদিন ডাঙৰ ল'ৰা এজনে দাসক অশালীন কথা কৈ জোকাবলৈ আৰম্ভ কৰিলে। ঘটনাৰ বিৱৰণ দাসৰ ভাষাত এনেদৰে প্ৰকাশ পাইছে- "খং উঠিলে মই বলিয়াৰ দৰে হৈছিলোঁ। এদিন মোতকৈ বহুতো ডাঙৰ ল'ৰা এজনে শিক্ষক নথকাত মোক এটা বেয়া কথা ক'লে। মোৰ খঙে চুলিৰ আগ পালেগৈ। মই ক'ত আছো পাহৰিলোঁ। বাঘে জঁপিয়াই পৰাৰ দৰে ময়ো গৈ ডাঙৰ ল'ৰা-জনৰ টেঁটুত চেপা মাৰি ধৰি মুখৰ ওপৰত কেইবাটাও ঘোঁচা মাৰিলোঁ।" তেতিয়াৰে পৰা দাসক আৰু কোনেও জোকাবলৈ সাহস নকৰা হ'ল।

১৯১২ চনত দাসে প্ৰবেশিকা পৰীক্ষা পাছ কৰি উচ্চ শিক্ষাৰ বাবে কটন কলেজত ভৰ্তি হ'ল আৰু সহপাঠী হিচাপে শ্ৰীদেবেশ্বৰ শৰ্মা, হিতেশ্বৰ দাস, কমলানন্দ ভট্টাচাৰ্য্য আৰু ৰাধিকা প্ৰসাদক

পালে। সেই সময়ত কটন কলেজৰ অধ্যক্ষ আছিল চুদ্‌মাৰ্চেন চাহাব। কটনত পঢ়ি থাকোঁতে প্ৰফুল্ল চন্দ্ৰ ৰায়, চুনীলাল, বনমালী বেদান্ত-তীৰ্থ, সত্যনাথ বৰা, লক্ষ্মীনাথ চেতাৰ্জী, পদ্মনাথ বিদ্যাবিনোদ, শ্যামাদাস ভট্টাচাৰ্য্য আদিৰ দৰে প্ৰখ্যাত অধ্যাপকসকলক পোৱাৰ সৌভাগ্য ঘটিছিল।

গুৱাহাটীত নানা বেমেজালিৰ কাৰণে তেখেতৰ পঢ়াশুনা ভাল নোহোৱাত প্ৰথম বছৰত অকৃতকাৰ্য্য হৈ কলিকতালৈ গৈ চিটি কলেজত ভৰ্তি হ'ল। তাৰে পৰা প্ৰথম বিভাগত আই. এ. পাছ কৰি বি. এ. পঢ়িবলৈ ল'লে। বি, এ. পাছ কৰাৰ পাছত ১৯১৮ চনত আইন কলেজত ভৰ্তি হয়। আইনৰ তৃতীয় বাৰ্ষিকত পঢ়ি থাকোঁতে অসহযোগ আন্দোলন আৰম্ভ হোৱাত কলেজ এৰি আন্দোলনত জঁপিয়াই পৰিল আৰু সিমানতে শিক্ষা জীৱনৰ শেষ অধ্যায় পৰিল।

অমিয় কুমাৰ দাসে প্ৰায় ৪৭ বছৰ বয়সত ১৯৪২ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে তেখেতৰ ৰাজনৈতিক ক্ষেত্ৰৰ তীৰ্থযাত্ৰী বা সহযাত্ৰী বিদূষী মহিলা শ্ৰীমতী পুষ্পলতা দাসক বিয়া কৰাইছিল। স্বভাৱতে লাজকুৰীয়া, অমায়িক, মিতব্যয়ী দাসে বিয়া কৰোৱাৰ কথা ভবা নাছিল। হয়তো কেতিয়াবা ভাবিছিল যদিও দেশ-সেৱাৰ কাৰ্য্যত বাধা আহিব পাৰে ভাবি ভাবৰ বুৰবুৰণি ভাবতে মাৰ নিয়াইছিল। কিন্তু তেখেতৰ অতি অন্তৰঙ্গ বন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা আৰু মহেন্দ্ৰ মোহন চৌধুৰী—বিশেষকৈ ডাক্তৰ বৰুৱাই দাসৰ বিয়াখন নোহোৱাত মনে মনে বৰ বেজাৰ পাই আছিল। কেতিয়াবা বিয়া-বাৰুৰ কথা পাতিলেও দাসে অন্য কথা উলিয়াইছিল নাইবা অন্যমনস্ক হৈ আঁতৰি যায়। যি কি নহওক, প্ৰজাপতিৰ নিৰ্বন্ধ কোনেও খণ্ডাব নোৱাৰে। "যাবৎ চন্দ্ৰাৱলী তাবৎ কঠিয়া"ৰ কিম্বদন্তীৰ দৰে শ্ৰীযুতা পুষ্পলতা দাসৰ লগত তেখেতৰ 'হৰগৌৰী বিবাহ' হ'ল। অতি সুখী পৰিয়াল। দুটি কন্যাৰত্ন তেখেতসকলৰ কোলালৈ আহিল।

সংসাৰত দুখ মাথোঁ। এটাই—দ্বিতীয় কন্যাৰত্নটি দুদিনীয়া দেহা লৈ সংসাৰ-হাট বেহাই স্বস্থানে প্ৰস্থান কৰিলে।

সাংসাৰিক জীৱনত এশৰ ভিতৰত এশ সুখ কোনোৱেই পাব নোৱাৰে। বিৰহ নিশ্চয় থাকিব—হয়তো ধনৰ, অথবা স্বাস্থ্যৰ, নাইবা পুত্ৰৰ, কিম্বা বুজাপৰাৰ, নচেৎ পুত্ৰ-কন্যাৰ বিয়োগ ইত্যাদি ইত্যাদি। তথাপি তুলনামূলকভাৱে দাস-দম্পতি বৰ সুখী আছিল। দাম্পত্য জীৱনৰ সুখৰ মূল বস্তুটো হৈছে ত্যাগ, অৰ্থাৎ ইজনে সিজনৰ মনত দুখ লগা কোনো কাম কৰিব নালাগিব। দাস-দম্পতিৰ জীৱনত আন কিহবাৰ অভাৱ থাকিলেও এই মূল বস্তুটোৰ অভাৱ কোনোদিনে হোৱা নাছিল।

শ্ৰীযুতা দাসে দাম্পত্য জীৱনৰ সুখ চাৰিপ্ৰকাৰে লাভ কৰিছে-- সহোদৰা ভগ্নী, ধীমতী শিষ্যা, পতিব্ৰতা পত্নী আৰু করুণাময়ী মাতৃ। শ্ৰীযুতা দাসে কয়, "মধুৰ শব্দটোৱে যদি মনৰ আটাইখিনি মিঠা ভাবকে প্ৰকাশ কৰিব পাৰে তেন্তে মধুৰ আছিল। কিশোৰী কালত প্ৰথম যেতিয়া দেখোঁ, গুৰুৰ দৰে শ্ৰদ্ধা কৰিছিলোঁ, তৰুণী মনটোৱে উজ্জ্বল ব্যক্তিত্বত বীৰৰস দেখি মুগ্ধ হৈছিল; জীৱনৰ বাটত সহযাত্ৰী ৰূপে যেতিয়া পালোঁ, সেইদিনা মনত হৈছিল—পৃথিবীৰ সকলো সুখী মনৰ ভিতৰত কিজানি আমাৰো অংশ আছে; জীৱনৰ বিয়লি বেলাত স্বাস্থ্যই যেতিয়া ফাঁকি দিলে, সেই অসহায় মুখখনিলৈ চাই চাই ভাবিছিলোঁ—মোৰ এই অসহায় শিশুটিৰ মই মাক; মই সকলো বিপদ-ধুমুহাৰ পৰা মোৰ এই পুত্ৰক আৱৰি ৰাখিব লাগিব, মোৰ বাহিৰে যে তেওঁৰ কোনো আশ্ৰয় নাই। মই তেতিয়াৰে পৰা তেওঁৰ মাক হৈ গৈছিলোঁ।"

আগতে কৈ অহা হৈছে যে ১৯০৪ চনৰ পৰা ১৯২১ চনলৈকে অসমত লেখত ল'বলগীয়া অনুষ্ঠান দুখন আছিল—'আসাম এছোছিয়েশ্যন' (১৯০৪) আৰু 'অসম ছাত্ৰ সম্মিলন' (১৯১৬)। প্ৰথমখনৰ গুৰি ধৰিছিল ঘাইকৈ মাণিক চন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা

আৰু জগন্নাথ বৰুৱাই আৰু দ্বিতীয়খনৰ গুৰি ধৰিছিল কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, লোকনায়ক অমিয় কুমাৰ দাস আৰু অধ্যক্ষ পদ্মধৰ চলিহাই। 'অসম ছাত্ৰ সন্মিলন'খনক শক্তিশালী কৰাত আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়, ডাঃ ভাণ্ডাৰকাৰ, নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনে ইন্ধন যোগাইছিল।

১৯২১ চনত অমিয় কুমাৰ দাসে ল' পঢ়া বাদ দি তেজপুৰ পাই পোনে পোনে 'গান্ধী ভলেন্টিয়াৰ' হৈ গাঁৱে-গাঁৱে ঘূৰি-ফুৰি মহাত্মা গান্ধীৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। ১৯২১ চনত মহাত্মা গান্ধী মৌলানা আজাদ আৰু যমুনালাল বাজাজ অসমলৈ আহি গান্ধী ভলেন্টিয়াৰৰ কাম-কাজ দেখি বৰ ভাল পাইছিল। আন্দোলনে কিছু শাম কটাত জীৱিকা নিৰ্বাহৰ বাবে অমিয় কুমাৰ দাসে এখন গেলামালৰ দোকান আৰম্ভ কৰে। এনেতে ১৯২৬ চনত পাণ্ডুত শ্ৰীনিবাশ আয়েঙ্গাৰৰ পৌৰোহিত্যত কংগ্ৰেছ অধিবেশন বহাত দাসে অভ্যৰ্থনা সমিতিৰ যোগেদি অভ্যাগতসকললৈ সেৱা-শুশ্ৰূষা আগবঢ়ায়। উল্লেখনীয় যে এই সময়ছোৱাত অমিয় কুমাৰ দাসৰ সম্পাদনাত 'সাপ্তাহিক অসমীয়া' কাকতখন প্ৰকাশ পাইছিল আৰু অধিবেশনৰ আটাইকেইদিন পেণ্ডেলৰ তলতে কাকত যোগান ধৰাৰ ব্যৱস্থা কৰা হৈছিল।

১৯৩০ চনত আইন অমান্য আন্দোলনৰ এই সঙ্কট কালছোৱাত বিষ্ণুৰাম মেধীয়ে অসম কংগ্ৰেছৰ সভাপতিৰ গুৰু দায়িত্ব বহন কৰিছিল, আৰু ত্যাগবীৰ হেম বৰুৱা আৰু অমিয় কুমাৰ দাসে দেহে-কেহে সহায় কৰিছিল। সেই বছৰতে পাণ বজাৰৰ হৰিসভাত অসম ছাত্ৰ সন্মিলনৰ বছৰেকীয়া অধিবেশন বহে আৰু অমিয় কুমাৰ দাসক সন্মিলনৰ সভাপতি নিৰ্বাচন কৰে। দাসৰ সবল নেতৃত্বত সমগ্ৰ অসম ব্যাপি কানিংহাম চাহাবৰ কুখ্যাত চাৰ্কুলাৰৰ তীব্ৰ প্ৰতিবাদ কৰা হয়। সভাপতিৰ আসনৰ পৰা দাসে কৈছিল—"কানিংহাম চাহাব বৃটিছ সাম্ৰাজ্যবাদৰ এটি পুতলা মাত্ৰ। তেওঁৰ বিৰুদ্ধে ছাত্ৰৰ

সংগ্ৰাম নহয়। ছাত্ৰসকলৰ সংগ্ৰাম হ'ব লাগিব বৃটিছ সাম্ৰাজ্যবাদক ভাৰতবৰ্ষৰ পৰা আঁতৰাবৰ কাৰণে। যেতিয়ালৈকে ভাৰতবৰ্ষত বৃটিছ সাম্ৰাজ্যবাদৰ উচ্ছেদ সাধন নহয়, তেতিয়ালৈকে এক কানিংহাম নহয়, হেজাৰ হেজাৰ কানিংহামৰ সৃষ্টি হৈ থাকিব। গতিকে ছাত্ৰ-সকলৰ মূল মন্ত্ৰ হ'ব লাগিব—সাম্ৰাজ্যবাদৰ সম্পূৰ্ণ উচ্ছেদসাধন।"

অসমৰ ছাত্ৰ সন্মিলনত দাসে লোৱা গুৰুত্বপূৰ্ণ ভূমিকাৰ পৰি-প্ৰেক্ষিতত ৰাজ্যপাল মহেন্দ্ৰ মোহন চৌধুৰীয়ে কোৱা কথাখিনি প্ৰণিধানযোগ্য—"অসম ছাত্ৰ সন্মিলনৰ সভা বহিছিল জুলাই মাহত (১৯৩০)। মহাত্মা গান্ধীৰ গ্ৰেপ্তাৰৰ পিছত সমগ্ৰ ভাৰতবৰ্ষ জুৰি আৰু সত্যাগ্ৰহীসকলক বন্দী কৰিবৰ কাৰণে বৃটিছ চৰকাৰে কৰ্মপন্থা গ্ৰহণ কৰাৰ মুহূৰ্তত অমিয় বাবুৱে সভাপতিৰ আসনৰ পৰা বক্তৃতা দিওঁতে সেই আপদীয়া কানিংহাম চাৰ্কুলাৰখনক গৌণ স্থান দি পূৰ্ণ স্বাধীনতাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। সভাপতি হিচাপে স্বৰ্গীয় দাসৰ উদ্দাম আহ্বানত ছাত্ৰৰ অন্তৰত এটা নতুন প্ৰেৰণা জাগিছিল আৰু স্বাধীনতা সংগ্ৰামত যোগ দিবৰ কাৰণে তীব্ৰ আকাঙ্ক্ষা প্ৰকাশ কৰিছিল।"

সবৰমতীৰ পৰা ২০০ মাইল দীঘল ২৬ দিনীয়া দাণ্ডীযাত্ৰা ৫ এপ্ৰিলত (১৯৩০) শেষ কৰি ইংৰাজৰ লোণ আইন ভঙ্গ কৰাৰ অপৰাধত মহাত্মা গান্ধীক গ্ৰেপ্তাৰ কৰা হ'ল। অমিয় কুমাৰ দাসে ১৯৩০ চনৰ আন্দোলনত 'অসম ছাত্ৰ সন্মিলনে' লোৱা ভূমিকা প্ৰচাৰ-পত্ৰিকা লিথো কৰি সমগ্ৰ ভাৰতেতে প্ৰচাৰ কৰিছিল। মহাত্মা গান্ধীয়ে অমিয় কুমাৰ দাসৰ প্ৰচাৰ-পত্ৰিকা লিথো কৰাৰ পদ্ধতি দেখি বৰকৈ প্ৰশংসা কৰিছিল আৰু গুজৰাটী ভাষাতো তেনে আৰ্হিত প্ৰচাৰ-পত্ৰিকা লিথো কৰিবৰ কাৰণে দেৱদাস গান্ধীক পৰামৰ্শ দিছিল। ১৯৩০ চনৰ আন্দোলনতো অমিয় কুমাৰ দাসে গ্ৰেপ্তাৰ বৰণ কৰি ছমাহ কাৰাদণ্ড ভুগি গান্ধী-আৰউইন চুক্তি (১৯৩১) মৰ্মে খালাচ পালে।

লণ্ডনত বহা দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগ দি ১৯৩২ চনৰ ৪ জানুৱাৰীৰ দিনা মহাত্মা গান্ধী বোম্বে পোৱাৰ লগে লগে পুনৰ তেখেতক গ্ৰেপ্তাৰ কৰে। গান্ধীৰ গ্ৰেপ্তাৰৰ বাতৰি সমগ্ৰ দেশতে বিয়পি পৰিল আৰু আন্দোলনৰ দাবাগ্নি দাও-দাওকৈ জ্বলি উঠিল।

১৯১৯ চনৰ ১৩ এপ্ৰিলত জালিয়ানৱালা বাগৰ হত্যাকাণ্ডৰ সোঁৱৰণত ১৯৩২ চনৰ ১৩ এপ্ৰিল তাৰিখে জেলৰ সকলো ঠাইতে পতাকা উত্তোলন, শোভাযাত্ৰা, সভা-সমিতিৰ আয়োজন কৰা হৈছিল। গুৱাহাটীত সেইদিনা পতাকা উত্তোলন অনুষ্ঠানত যোগ দিয়াৰ অপৰাধত কামচনাৰ মিঃ বেণ্টিঙ্ক, ডেপুটি কমিচনাৰ মিঃ পিচাৰ্ডে আৰু পুলিচ চাহাবে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধী, মহেন্দ্ৰ মোহন চৌধুৰী, সিদ্ধিনাথ শৰ্মা লোকবন্ধু ভুবনেশ্বৰ বৰুৱা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, লোকনায়ক অমিয় কুমাৰ দাস প্ৰমুখ্যে ৩০ জন কৰ্মীক গ্ৰেপ্তাৰ কৰে।

১৯৩৩ চনত কলিকতাত বহা কংগ্ৰেছ অধিবেশন চৰকাৰে বে-আইনা বুলি ঘোষণা কৰা সত্বেও বিষ্ণুৰাম মেধী, অমিয় কুমাৰ দাস প্ৰমুখ্যে কেইবাজনো যায় আৰু পাৰ্বতীপুৰত আটাইকে গ্ৰেপ্তাৰ কৰি দিনাজপুৰ জেলত সুমুৱাই থয়।

১৯৩৫ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ 'সোণালী জয়ন্তী' উৎসৱ পালিত হয়। সেই চনতে নতুন ভাৰতীয় সংবিধান ৰচনা কৰি 'প্ৰাদেশিক স্বায়ত্ব শাসন'ৰ কথা ঘোষণা কৰে। ১৯৩৫ চনৰ আইন মতে ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ দলে অংশ গ্ৰহণ কৰাত অমিয় কুমাৰ দাসে নিৰ্বাচনত থিয় হয় আৰু বিপুল সংখ্যাধিক্য ভোটত জয় লাভ কৰে।

১৯৩৯ চনত দ্বিতীয় মহাসমৰৰ সূচনা হয় আৰু ১৯৪০ চনত গান্ধীজীয়ে সংগ্ৰামৰ নতুন আঁচনি সম্পূৰ্ণ অহিংস নীতিৰ ওপৰত প্ৰস্তুত কৰাত ব্যতিব্যস্ত হৈ পৰে। এইবাৰৰ আঁচনিত মহাত্মাই

ব্যক্তিগত সত্যাগ্ৰহৰ কথা ঘোষণা কৰে আৰু সেইমতে প্ৰস্তুত কৰা তালিকাত গান্ধীজীয়ে অনুমোদন জনায়। তালিকাত উল্লিখিত প্ৰথম নাম দুটা আছিল—আচাৰ্য্য বিনোৱাজী আৰু পণ্ডিত জৱহৰলাল নেহৰু। অসমৰ সত্যাগ্ৰহীৰ প্ৰথম তালিকাভুক্ত নেতা কেইগৰাকী আছিল—লোকপ্ৰিয় বৰদলৈ, অমিয় কুমাৰ দাস, ফখ্‌ৰুদ্দিন আলী আহমেদ, সিদ্ধিনাথ শৰ্মা প্ৰমুখ্যে অসম বিধান সভাৰ কংগ্ৰেছ সদস্যসকল। এই যাত্ৰাত অমিয় কুমাৰ দাসে ছমাহৰ কাৰাদণ্ড ভুগিবলগীয়া হয়।

ভাৰতবৰ্ষৰ মুক্তিৰ আন্দোলনে ১৯৪২ চনত চূড়ান্ত পৰ্য্যায পাইছিল। ১৯৪২ চনৰ ৮ আগষ্টৰ দিনা বোম্বাইৰ গোৱালিয়ৰ টেঙ্ক ময়দানত মৌলানা আবুল কালাম আজাদৰ পৌৰোহিত্যত বহা সভাত ‘ভাৰত ত্যাগ’ প্ৰস্তাৱ গৃহীত হয়। লগে লগে সৰ্বভাৰতীয় নেতা-সকলৰ যাকে য'তে পালে গ্ৰেপ্তাৰ কৰি জেলত সুমুৱাবলৈ ধৰিলে। অসমৰ গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, শ্ৰীযুতা পুষ্পলতা দাস প্ৰভৃতি নেতৃবৰ্গকো গ্ৰেপ্তাৰ কৰা হ'ল। বিয়াল্লিছৰ আন্দোলনৰ সময়ত ত্যাগবীৰ হেম বৰুৱা আৰু অমিয় কুমাৰ দাস ৰোগশয্যাত আছিল কাৰণে গ্ৰেপ্তাৰ বৰণ কৰিবলগীয়া নহ'ল। কিন্তু আন আন নেতাসকল জেলত থাকিবলগীয়া হোৱাত ৰোগশয্যাত পৰি থাকিয়েই ত্যাগবীৰ আৰু লোকনায়কে আন্দোলনৰ গুৰি ধৰি থাকিল।

বিয়াল্লিছৰ আন্দোলনত জঁপিয়াই পৰি দেশৰ অগণন জনতাই ইংৰাজৰ বৰ্বৰ অত্যাচাৰত প্ৰাণ হেৰুৱালে। অসমৰ কনকলতা, মুকুন্দ ৰাম কাকতি, ভোগেশ্বৰী ফুকননী, বলোৰাম সুত, ঠগীৰাম সুত, কমলা মিৰি আদিয়ে বন্দুকৰ গুলীত এজন এজনকৈ প্ৰাণ দিলে; অহিংসা আৰু সত্যৰ পূজাৰী বৈষ্ণৱপ্ৰাণ বীৰ বিপ্লৱী কুশল কোঁৱৰক ১৯৪৩ চনৰ ১৪ জুন তাৰিখে যোৰহাট জেলত পুৱতি নিশা ফাঁচীকাঠত তুলিলে।

লোকনায়ক অমিয় কুমাৰ দাসে ১৯২১, ১৯৩০, ১৯৩২, ১৯৩৩, ১৯৪০ আৰু ১৯৪২ চনত মুঠতে ছবাৰ কাৰাবৰণ কৰিবলগীয়া হৈছিল। শেষৰবাৰত দুবছৰ কাৰাদণ্ড ভুগিছিল।

অমিয় কুমাৰ দাসৰ ক্ষমতাৰ লোভ, আভিজাত্যৰ মোহ আৰু ধন ঘটাৰ লালসা কোনোদিনে নাছিল। এম. এল. এ. অথবা মন্ত্ৰীৰ পদো নিজৰ ইচ্ছাত নহয়, ৰাইজৰ দাবীতহে গ্ৰহণ কৰিছিল। এম. এল. এ. আৰু মন্ত্ৰী হৈ যি ধন পাইছিল তাৰ সৰহখিনি জাতীয় পুঁজিত দান দিয়া আৰু দুখীয়া ল'ৰা-ছোৱালীৰ শিক্ষা লাভৰ কামত সহায় কৰাত খৰচ কৰিছিল। আনকি মন্ত্ৰী হৈয়ো মন্ত্ৰীৰ পূৰা দৰমহা নলৈছিল। লোকপ্ৰিয় বৰদলৈ, অমিয় কুমাৰ দাস প্ৰমুখ্যে কেইগৰাকীমান মন্ত্ৰীয়ে মাহত মাত্ৰ পাঁচ টকাহে দৰমহা লৈছিল। আৰু সেই সীমিত ধনেৰে নিজৰ নিজৰ পৰিয়ালবোৰ টুকুটাকুকৈ চালইছিল।

১৯৩৭ চনত অমিয় কুমাৰ দাস অসম বিধান সভালৈ নিৰ্বাচিত হৈছিল তেখেতক দলপতি হোৱাৰ প্ৰস্তাৱ দিয়াত অতি বিনয় বচনেৰে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল। ১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত জয়ী হৈ একেৰাহে ১৯৬২ চনলৈ বিধান সভাৰ সদস্য হৈ থাকি ৰাজ্যখনৰ প্ৰতিটো সমস্যাতে উঠি পৰি লাগিছিল। ১৯৬৭ চনৰ নিৰ্বাচনতো ৰাইজে তেখেতক বিধান সভাৰ সদস্য হিচাপে থকাটো বিচাৰিছিল যদিও তেখেত কোনোপধ্যে সন্মত নোহোৱাত তেখেতৰ পত্নী শ্ৰীযুত পুষ্পলতা দাস নিৰ্বাচিত হয়।

অমিয় কুমাৰ দাসে ১৯৪৬ চনৰ পৰা ১৯৫৭ চনলৈ মন্ত্ৰীপদত থাকি কৃষি, যোগান, শিক্ষা আদি দপ্তৰ অতি দক্ষতাৰে চলাইছিল। শ্ৰম মন্ত্ৰী হৈ থকাৰ সময়ত তেখেতে একাধিকবাৰ জেনেভাত বহা আন্তঃৰাষ্ট্ৰীয় শ্ৰম সন্মিলনৰ ভাৰতীয় দলৰ দলপতি হিচাপে অধিবেশনত প্ৰতিনিধিত্ব কৰিছিল। মন্ত্ৰীয়ে থাকক অথবা এমঃ এল. এ. থাকক তেখেতে কোনো এটা কামতে হীন-দেৰি কৰা

নাছিল। তেখেত শিক্ষামন্ত্ৰী হৈ থকা সময়ত ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত তেখেতৰ নিজৰ সমষ্টি ঢেকিয়াজুলিৰ সভা এখনত উপস্থিত হওঁতে যিখন স্কুলত সভাখন হৈছিল বাইজে সেই স্কুলখনৰ মঞ্জুৰি দিয়াৰ কাৰণে টানি অনুৰোধ কৰাত তেখেতে কৈছিল—"মোৰ সমষ্টি হ'লেও শিক্ষামন্ত্ৰী হিচাপে এই স্কুলে চৰকাৰৰ নিয়ম মতে যেতিয়ালৈকে মঞ্জুৰি পোৱাৰ উপযুক্ত নহ'ব, তেতিয়ালৈকে মই এই স্কুলক মঞ্জুৰি দিবলৈ ক'ব নোৱাৰোঁ।" এইগৰাকীয়ে আছিল স্পষ্টবাদী ন্যায়নিষ্ঠ শিক্ষামন্ত্ৰী।

তেখেতৰ নিঃস্বাৰ্থ অৱদান তেজপুৰ, ঢেকিয়াজুলি অঞ্চলৰ বহুতো অনুষ্ঠানৰ লগত জড়িত হৈ আছে। তেখেতে ঢেকিয়াজুলি গাঁও এখনক চহৰত পৰিণত কৰিলে। ৰাজনীতিৰ পৰা অৱসৰ লৈ বহুতো এম. এল. এ.-মন্ত্ৰী-নেতাই গুৱাহাটী, চিলং আদিৰ দৰে লোভনীয় ঠাইত চৰকাৰৰ অনুগ্ৰহতেই হওক বা নিজৰ বলতেই হওক মাটি লৈ অট্টালিকা ঘৰ সাজিলে। তেনে ইচ্ছা তেখেতে কোনোদিনে কৰা নাছিল। ঢেকিয়াজুলি সৰু ঠাইডোখৰতে ৰাইজে সাজি দিয়া ঘৰ এটাত জীৱনৰ শেষ কাল কটাবলৈ লৈছিল।

১৯৫৫ চনত তেখেতে চাহ মজদুৰ ভৱিষ্যনিধি আইন প্ৰণয়ন কৰিছিল। এই ক্ষেত্ৰত তেখেত ভাৰতৰ ভিতৰতে অগ্ৰণী আছিল। এই আঁচনি তেখেতে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাখিল কৰাত প্ৰথমে কেন্দ্ৰীয় চৰকাৰে অনুমোদন জনাবলৈ হেহোঁ-নেহোঁ কৰাত মন্ত্ৰীত্বৰ গাদী এৰি দিবলৈ তেখেত দৃঢ়সঙ্কল্প হৈছিল।

অমিয় কুমাৰ দাসে জেলত থাকোঁতে জেল কৰ্তৃপক্ষৰ অনুশাসন মানি চলিছিল যদিও সহবন্দীসকলৰ ওপৰত দুৰ্ব্যৱহাৰ অথবা অত্যাচাৰ কৰাটো কোনোপধ্যে সহ্য কৰিব নোৱাৰিছিল। তেনে কাৰ্য্যৰ বাবে তেখেতে ঘোৰ প্ৰতিবাদ জনাইছিল। গান্ধীবাদী, মিতব্যয়ী, সময়ৰ মূল্য বুজা দাসে জেলতো অকণো সময় নষ্ট কৰিবলৈ ভাল নাপাইছিল। জেলত সূতাকটা, মৌনব্ৰত পালন কৰা,

অধ্যয়ন, অনুবাদ অথবা ৰচনা কৰা, সহবন্দীসকলৰ খা-খবৰ ৰখা আৰু তেওঁলোকৰ অভাৱ-অসুবিধা হ'লে তুৰন্তে সহায় কৰা, আন্দোলনৰ আৰু মহাত্মা গান্ধীৰ প্ৰত্যেক দিনৰ খা-খবৰ ৰখা আদি কামত ব্যস্ত থাকিছিল। ১৯৪২ চনত জেলত থাকোঁতে শ্ৰীযুতা পুষ্পলতা দাসো একেখন জেলতে তুৰছৰৰো অধিক কাল আছিল।

অমিয় কুমাৰ দাসে ৰাজনীতিৰ লগে লগে সাহিত্য চৰ্চা আৰু সংবাদ-পত্ৰৰ সেৱাও কৰিছিল। তেখেতৰ ৰচনাৱলীক ঘাইকৈ ছটা ভাগত ভগাব পাৰি—(১) গান্ধী সাহিত্য (২) স্বাধীনতা সংগ্ৰামৰ সাহিত্য (৩) সংবাদ সাহিত্য (৪) অনুবাদ সাহিত্য (৫) জীৱনী সাহিত্য (৬) বিবিধ প্ৰবন্ধ ৰচনা। গান্ধী সাহিত্য—'মোৰ সত্য অন্বেষণৰ কাহিনী' ( অনুবাদ ), 'অসমত মহাত্মা', 'দক্ষিণ আফ্ৰিকাত মহাত্মা', 'বিলাতত মহাত্মা', 'মেজমেলত মহাত্মা', 'অনশনত মহাত্মা', 'মহাত্মা গান্ধী : আমি তেখেতক কিদৰে বুজিলোঁ', 'গান্ধীজীৰ জীৱনী', 'গান্ধী কথামৃত' ইত্যাদি। জীৱনী সাহিত্য—জীৱন স্মৃতি ( আত্মজীৱনী ), জীৱনী প্ৰবন্ধমালা—কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, বিষ্ণুৰাম মেধি, লক্ষ্মীনাথ শৰ্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। স্বাধীনতা সংগ্ৰামৰ সাহিত্য—কংগ্ৰেছৰ বুৰঞ্জী, ভাৰতৰ ৰাজকীয় ঋণ, অসহযোগ আন্দোলনত অসম। অনুবাদ সাহিত্য—মহাত্মা গান্ধীৰ 'My Experiments with Truth'ৰ সৰল অনুবাদ—মোৰ সত্য অন্বেষণৰ কাহিনী, চেকভৰ গল্প, কুমাৰী মীৰা বেনৰ আত্ম কাহিনীৰ এটা অধ্যায়, চি. এফ. এণ্ড্ৰুজ, নব্য ৰুচিয়াৰ চিত্ৰ, 'গাজী মুস্তফা কামাল পাছা', শ্ৰীহৰ্ষৰ ৰত্নাৱলী, শূদ্ৰকৰ মৃচ্ছকটিকা প্ৰভৃতি গ্ৰন্থ আৰু ৰচনা। পণ্ডিত তীৰ্থনাথ শৰ্মা, পণ্ডিত বিশ্বনাৰায়ণ শাস্ত্ৰী প্ৰমুখ্যে কেইগৰাকীও প্ৰখ্যাত পণ্ডিত, গৱেষক আৰু সাহিত্যিকে অমিয় কুমাৰ দাসৰ সাহিত্য-কৃতিৰ ভূয়সী প্ৰশংসা কৰিছে। ১৯৭২ চনত অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত দাসক সুসাহিত্যিক মৰ্য্যাদাৰে সম্বৰ্দ্ধনা জনোৱা হৈছে।

বেজবৰুৱাৰ 'বাঁহী' আলোচনী ১৯০৯ চনত বেজবৰুৱাৰ সম্পাদনাতে জন্ম লাভ কৰি লালিত-পালিত হৈ ১৯৩৩ চনত চফল ডেকাটি হৈ উঠে। কলিকতাত বি.এ. আৰু ল' পঢ়ি থাকোঁতে অমিয় কুমাৰ দাসে 'বাঁহী'ৰ সম্পাদনা আৰু পৰিচালনা কৰা কামত বেজবৰুৱাক সহায় কৰিছিল। বেজবৰুৱাৰ পিছত দাসে ১৯৩৪ চনৰপৰা ১৯৩৬ চনলৈকে 'বাঁহী'ৰ পূৰ্ণ মৰ্য্যাদা ৰক্ষা কৰি সম্পাদনা কৰে। তেখেতৰ সম্পাদিত 'বাঁহী'ত ঘাইকৈ ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা, তীৰ্থনাথ শৰ্ম্মা, মথুৰানাথ গোস্বামী, হৰেন্দ্ৰ নাথ বৰুৱা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, উমেশচন্দ্ৰ চৌধাৰী, বিজয় চন্দ্ৰ ভাগৱতী প্ৰমুখ্যে প্ৰখ্যাত কবি, সাহিত্যিকসকলে ৰচনা সম্ভাৰ যোগাইছিল। বাঁহীৰ জৰিয়তে পাঠকসকলক বিশ্ব-সাহিত্যৰ সোৱাদ দিবলৈ আৰু দেশ-বিদেশত গঢ়ি উঠা জাতীয় ভাৱধাৰাৰ খা-খবৰ জনাবলৈ চেষ্টা চলাইছিল। তেখেতৰ সম্পাদিত 'বাঁহী'ৰ আন এটা লক্ষ্য আছিল অসমীয়া পঢ়ুৱৈসকলক সংস্কৃত সাহিত্যৰ অমৃত পান কৰোৱাটো। জীৱনৰ শেষছোৱাত 'বাঁহীৰ প্ৰতিধ্বনি' নাম দি তিনিটা খণ্ড উলিয়ায়।

প্ৰথম মহা সমৰৰ পিচত আৰু অসহযোগ আন্দোলনৰ আগে আগে ১৯১৮ চনত প্ৰতিমাৰ খাঁনকৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ পৃষ্ঠপোষকতাত ওলোৱা 'সাপ্তাহিক অসমীয়া'ৰ অমিয় কুমাৰ দাস সম্পাদক হয়। সম্পাদকৰ উপৰিও তেখেত কাকতখনৰ মেনেজিং ডাইৰেক্টৰো আছিল। অমিয় কুমাৰ দাসে 'সাপ্তাহিক অসমীয়া'ৰ আত্মকথাত ঘোষণা কৰিছিল—"সকলো সম্প্ৰদায়কে সামৰি ধৰি সমূহ অসমীয়াৰ সেৱা আৰু মঙ্গল কামনা কৰাই 'অসমীয়া'ৰ মূল উদ্দেশ্য। অসমীয়া ৰাইজৰ মাজত স্বৰাজৰ প্ৰবল স্পৃহা আৰু স্বাধীনতাৰ অদম্য আকাঙ্ক্ষা জন্মোৱাই অসমীয়াৰ আছিল অন্যতম্ লক্ষ্য। যুগ-যুগান্তৰৰ দাসত্ব ভাব গুচাই ৰাইজৰ মাজত

আত্মবিশ্বাস জন্মাই মানৱৰ অধিকাৰ দাবী কৰিবলৈ শিক্ষা দিয়াই অসমীয়াৰ লক্ষ্য।”

তদুপৰি কলিকতাৰপৰা ওলোৱা দৈনিক বাতৰি কাকত 'Forward' আৰু 'আমাৰ সেৱক প্ৰেছ'ৰ পৰা ওলোৱা 'আসাম সেৱক' কাকতৰো সম্পাদনা কাৰ্য্যত অমিয় কুমাৰ দাসে সহায় কৰিছিল।

লোকনায়ক অমিয় কুমাৰ দাসৰ দৰে অসমত গান্ধীপ্ৰাণ দ্বিতীয় এগৰাকী নেতা আছিল বুলি কোৱাটো টান। মূৰত গান্ধী টুপী, গাত খদ্দৰৰ ধুতি-চোলা, গান্ধী মহাত্মাৰ নামত পঞ্চমুখ ব্যক্তিৰ তেতিয়াৰ তেত্ৰিশ কোটি ( এতিয়া এশ কোটিৰো অধিক ) ভাৰতীয়ৰ ভিতৰত হেজাৰাধিক হইতো এতিয়াও আছে। কিন্তু বিনোৱাজী, আচাৰ্য্য কৃপালনী, জয়প্ৰকাশ নাৰায়ণ, ত্যাগবীৰ হেম বৰুৱা আৰু অমিয় কুমাৰ দাসৰ দৰে মনে-প্ৰাণে গান্ধীবাদী নেতা কেইজন আছিল আঙুলিয়াই দিবলৈ টান। এইজন মহান নেতাৰ চাৰিকুৰি বছৰ বয়সত, ১৯৭৫ চনৰ ৫ মাৰ্চৰ দিনা আবেলি গুৱাহাটীত পৰলোক প্ৰাপ্তি ঘটে আৰু ৰাষ্ট্ৰীয় সন্মানেৰে ঢেকিয়াজুলি ৰাইজৰ প্ৰাণত আঘাত হানি নৱগ্ৰহ শ্মশানত সিদিনা ৰাতিয়েই সৎকাৰ কৰা হ'ল। ঢেকিয়াজুলিৰ অগণন ৰাইজে তেওঁলোকৰ অতি প্ৰিয় নেতা-গৰাকীক ঢেকিয়াজুলিত শেষ শ্ৰদ্ধাঞ্জলি জনাবলৈ ওৰে নিশা শোক বিহ্বল চিত্তে বাট চাই থাকিল। মৃত্যুৰ সময়ত লোকনায়কে পত্নী ভূতপূৰ্ব এম. পি. শ্ৰীযুতা পুষ্পলতা দাস, একমাত্ৰ কন্যা শ্ৰীমতী নন্দিনী দত্ত আৰু নাতিনী মিতাক বংশৰ প্ৰদীপ জ্বলাই থাকিবলৈ এৰি থৈ গৈছে।



# ৰাষ্ট্ৰপতি ফখ্‌ৰুদ্দিন আলি আহমদ

ফখ্‌ৰুদ্দিন আলি আহমদৰ উত্তৰ পুৰুষ গোলাঘাটৰ। তেখেতৰ পিতৃ কৰ্ণেল জল্‌নুৰ আলি। জল্‌নুৰ আলি চাহেব পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱাৰ লগত একেলগে বিলাতলৈ গৈ আই. এম. এছ. পাছ কৰি অসমলৈ আহে। মেডিকেল বিভাগত কিছুদিন চাকৰি কৰাৰ পিছত মিলিটাৰী বিভাগত নিযুক্তি লৈ দেশে-বিদেশে ঘূৰি ফুৰিছিল। এনেতে সম্ভ্ৰান্ত নবাব পৰিয়ালৰ কন্যা ৰুকেয়াক বিয়া কৰায় আৰু সময়ত ৫ জন পুত্ৰ আৰু ৫ গৰাকী কন্যাৰ পিতৃ হয়। ফখ্‌ৰুদ্দিন আলি আহমদ তেখেতৰ জ্যেষ্ঠ পুত্ৰ।

১৯০৫ চনৰ মে' মাহৰ ১৩ দিন যোৱাত ফখ্‌ৰুদ্দিন আলি আহমদৰ দিল্লীত জন্ম। তেখেতে উত্তৰ প্ৰদেশৰ গোণ্ডা আৰু দিল্লীৰ চৰকাৰী বিদ্যালয়ত পঢ়াশলীয়া শিক্ষা লাভ কৰাৰ পিছত পঞ্জাব বিশ্ববিদ্যালয়ৰ পৰা ১৯২১ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত দিল্লীৰ চেণ্ট ষ্টিফেনচ্‌ কলেজত নাম ভৰ্ত্তি কৰিছিল যদিও হঠাৎ বিলাতলৈ যোৱাৰ ঠিক হ'ল আৰু কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ অন্তৰ্গত চেণ্ট কেথাৰিন কলেজত অধ্যয়ন কৰি ইতিহাসত TRIPOS (অনাৰ্চ) লৈ বি. এ. পাছ কৰে। তাৰ অলপদিন পাছতে আইন অধ্যয়ন সমাপ্ত কৰি লণ্ডনৰ 'ইনাৰ টেম্পল'ৰ আমন্ত্ৰণ-ক্ৰমে তাত নিযুক্তি লাভ কৰে।

বিলাতৰপৰা উভতি আহি প্ৰথমে পঞ্জাব উচ্চ ন্যায়ালয়ত আইন ব্যৱসায় আৰম্ভ কৰি ১৯২৮ চনত মাতৃভূমি অসমলৈ আহে। পিতাকে ফখ্‌ৰুদ্দিনক গুৱাহাটীৰ সা-সম্পত্তিবোৰৰ তত্বাৱধান কৰিবলৈ দায়িত্ব দি পুনৰ কৰ্মস্থলীলৈ গুচি যায়। গুৱাহাটীত পিতৃৰ

মোমায়েকৰ ল'ৰা লাখটকীয়াৰ আবকাৰী বিভাগৰ অধীক্ষ ইক্ৰাম ৰচুলৰ লগত থাকি ভূ-সম্পত্তিবোৰ উদ্ধাৰ কৰে আৰু লগে লগে অসমৰ ৰাজনীতিৰ ক্ষেত্ৰত নামি পৰে। তেখেতে মাজে সময়ে কলিকতা হাইকোৰ্টত প্ৰেকটিছ্ কৰা সময়খিনিৰ বাহিৰে গুৱাহাটীতে থাকি দেশ স্বাধীন কৰাৰ কামত উঠি-পৰি লাগে। নিজৰ প্ৰতিভা আৰু কৰ্ত্তব্য নিষ্ঠাৰ গুণত সেই সময়ৰ অসমৰ ৰাজনীতিৰ উচ্চ স্থানত থকা ব্যক্তিসকলৰ, বিশেষকৈ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, ডাঃ হৰিকৃষ্ণ দাস, নবীনচন্দ্ৰ বৰদলৈ আৰু গোপীনাথ বৰদলৈৰ অতি প্ৰিয়-ভাজন হৈ উঠে।

মহাত্মা গান্ধীৰ আদৰ্শত অটল বিশ্বাস স্থাপন কৰি ১৯৩১ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সদস্য হয়। ১৯৩৭ চনত ফখ্ৰুদ্দিন আলি আহমদে অসমৰ শীৰ্ষস্থানীয় কংগ্ৰেছৰ নেতাসকলৰ পক্ষত থাকি মুছলিম্ লীগৰ বিৰোধিতা কৰে। সেই কালডোখৰত এক কথাত ক'ব লাগিলে অসম কংগ্ৰেছৰ সৰ্বময় কৰ্ত্তা আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। এনেতে পণ্ডিত নেহৰু অসমলৈ অহাত ত্যাগবীৰে আলি আহমদক নেহৰুজীৰ লগত দি ভ্ৰমণত সহায় কৰাৰ দায়িত্ব দিলে। ত্যাগবীৰৰ মৰম আৰু আস্থাভাজন হৈ সেইকেইদিনৰ ভিতৰতে তেখেত পণ্ডিতজীৰো মনৰ মাজত সোমাল। সেই সংযোগে পৰবৰ্ত্তী কালত আলি আহমদক পণ্ডিত নেহৰু, ইন্দিৰা গান্ধী, তথা সৰ্বভাৰতীয় আগশাৰীৰ নেতাসকলৰ আস্থাভাজন কৰি তুলিলে।

১৯৩৭ চনত আলি আহমদ অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। তেখেত প্ৰকৃত পক্ষে ১৯৩৬ চনৰপৰা নিৰবচ্ছিন্নভাৱে অসম প্ৰদেশ কংগ্ৰেছ কমিটি আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সক্ৰিয় সদস্য হৈ থাকে। ১৯৩৭-৩৮ চনৰ নিৰ্বাচনৰ পাছতেই গোপীনাথ বৰদলৈৰ দলপতিত্বত হোৱা অসম কংগ্ৰেছ মন্ত্ৰীসভাৰ তেখেত কেবিনেট পৰ্য্যায়ৰ মন্ত্ৰী (১৯৩৪-৩৯) হয়। তেখেত বৰদলৈৰ ইমানেই বিশ্বাসী আৰু আস্থাভাজন আছিল যে অতি গুৰুত্বপূৰ্ণ

বিত্ত দপ্তৰ আৰু ৰাজহ দুয়োটা তেখেতক দিছিল আৰু তেখেতেও অতি নিস্বাৰ্থভাৱে আৰু সততাৰে তাক পালন কৰিছিল। ৰাজহ মন্ত্ৰীৰ দায়িত্ব পালন কৰি প্ৰয়োজনবোধে বানপানী প্ৰপীড়িত অঞ্চলৰ ৰাইজৰ কেৱল খাজনাই হ্ৰাস কৰি দিয়া নাছিল; দুখীয়া খেতিয়ক ৰাইজৰ সৰ্বতো প্ৰকাৰৰ মঙ্গলৰ কাৰণে নতুন নতুন আঁচনি হাতত লৈ তেওঁলোকৰ অৱস্থাৰ আমূল পৰিবৰ্তন অনাৰ চেষ্টা কৰিছিল। তেখেতে এহাতে খাজনাৰ পঞ্চাশ ভাগ ৰেহাই দিছিল আৰু আনহাতে দেশৰ বিত্তীয় অৱস্থা টনকিয়াল কৰাৰ কাৰণে প্ৰজাই দুখ নোপোৱাকৈ কৃষি উৎপাদনৰ ওপৰত কৰ বহুৱাইছিল।

১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হয়। প্ৰথম মহাসমৰৰ সময়ত ভাৰতীয় কোনো প্ৰতিনিধিৰ লগত আলোচনা নকৰাকৈ ইংৰাজে ভাৰতবৰ্ষক জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধত লিপ্ত কৰিছিল। দ্বিতীয় বিশ্বযুদ্ধৰ সময়তো তাকে কৰাত দেশজুৰি প্ৰতিবাদ, সত্যাগ্ৰহ আৰম্ভ হ'ল। ইয়াৰ প্ৰতিবাদত কংগ্ৰেছে মন্ত্ৰীৰ গাদী এৰি দিলে। ৰাজ্য বিশেষে মুছলিম লীগে মন্ত্ৰীসভা গঠন কৰিলে। অসমত অসমৰ মুছলিম লীগৰ নেতা শ্বাদুল্লা প্ৰিমিয়াৰ হৈ মন্ত্ৰী সভা গঠন কৰি ১৯৩৯ চনৰ ১৭ নবেম্বৰৰপৰা ১৯৪১ চনৰ ২৫ ডিচেম্বৰলৈ প্ৰায় দুবছৰ ভোগ কৰিলে। শ্বাদুল্লা মন্ত্ৰী সভাত ৰোহিণীকুমাৰ চৌধুৰী উপপ্ৰধান মন্ত্ৰী আছিল। ফখ্‌ৰুদ্দিন আলি আহমদে এই সংযুক্ত মন্ত্ৰী সভাৰ বিৰোধিতা কৰিছিল। তেখেতে গান্ধীৰ আদৰ্শবাদত থাকি সত্যাগ্ৰহত যোগ দিছিল।

১৯৪০ চনৰ শেষফালে অসমৰ কংগ্ৰেছী নেতাসকলে সত্যাগ্ৰহ আৰম্ভ কৰি সভা-সমিতিৰ অনুষ্ঠান কৰি জনমত গঢ়ি তুলিছিল। ১১।১১।৪০ তাৰিখে গুৱাহাটীৰ কছাৰীৰ সমুখত গোপীনাথ বৰদলৈ, ১৩।১২।৪০ তাৰিখে হাজোৰ দেৱালয়ৰ চোতালত বিষ্ণুৰাম মেধী আৰু ঘগ্ৰাপাৰত ফখ্‌ৰুদ্দিন আলি আহমদে সত্যাগ্ৰহ কৰি মহাত্মা গান্ধীয়ে দেশৰ প্ৰতি দিয়া বাণী প্ৰচাৰ কৰিছিল, "ধন আৰু জনেৰে

ৰটিছৰ যুদ্ধ প্ৰচেষ্টাত সহায় কৰাটো অন্যায়। সকলো যুদ্ধ অহিংস উপায়েৰে প্ৰতিৰোধ কৰাই একমাত্ৰ কৰ্ত্তব্য।"

শ্বাডুল্লাই দ্বিতীয়বাৰ লীগ মন্ত্ৰী সভা গঠন কৰি ১৯৪২ চনৰ ২৫ আগষ্টৰপৰা ১৯৪৫ চনৰ ১৬ মাৰ্চলৈ দলপতি হৈ থাকে। ১৯৪৫ চনৰ ২৩ মাৰ্চত পুনৰ সংযুক্ত মন্ত্ৰী সভা গঠন কৰা হয়। এইবাৰো শ্বাডুল্লাই নেতৃত্ব লৈ ১৯৪৬ চনৰ ১১ ফেব্ৰুৱাৰী পৰ্য্যন্ত শাসন চলাই থাকে।

১৯৪০ চন। দ্বিতীয় মহাযুদ্ধৰ পূৰ্ণ পয়োভৰ। ব্ৰহ্মদেশৰ ওপৰতো জাপানে আক্ৰমণ চলালে। ব্ৰহ্মদেশত থকা ভাৰতীয়-সকলে সৰ্বস্ব ত্যাগ কৰি প্ৰাণ লৈ অসমত আশ্ৰয় ল'লেহি। অসমৰ নেতাসকলে ঠায়ে ঠায়ে শৰণাৰ্থী শিবিৰ খুলি দুৰ্দশাগ্ৰস্ত লোক-সকলক পাৰ্য্যমানে সহায় কৰিলে। এনেতে কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ প্ৰতিনিধি স্বৰূপে পণ্ডিত নেহৰু অসমৰ অৱস্থাৰ বুজ ল'বলৈ আহিল। এইবাৰ বৰদলৈয়ো পণ্ডিতজীক ভ্ৰমণ কালত সহায় কৰিবলৈ তেখেতৰ পৰম বিশ্বাসী ফখ্‌ৰুদ্দিন আলি আহমদক পাচিলে।

১৯৪২ চনৰ গণ আন্দোলনৰ সময়ত অসমৰ কংগ্ৰেছ অনুষ্ঠানটো অৰ্থৰ অভাৱত বৰ দুৰ্বল হৈ পৰাত ডাঃ হৰিকৃষ্ণ দাস, গোপীনাথ বৰদলৈ প্ৰমুখ্যে যি কেইগৰাকী নেতাই বুজন পৰিমাণৰ মাহিলি বৰগুণি আগবঢ়াইছিল তাৰে এজন আছিল আলি আহমদ। বিয়াল্লিছৰ আন্দোলনত আলি আহমদে বিশেষ ভূমিকা লৈছিল, যাৰ ফলত ৯ আগষ্টৰ পুৱাৰ ভাগত বিষ্ণুৰাম মেধী ডাঃ হৰিকৃষ্ণ দাস, মহম্মদ তৈয়বুল্লা লীলাধৰ বৰুৱা আদিৰ লগতে তেখেতকো গ্ৰেপ্তাৰ কৰি যোৰহাট জেললৈ পঠাইছিল। তাত প্ৰায় এবছৰ কাৰাদণ্ড ভোগাৰ পিছত মুক্তি পাই ঘৰলৈ আহে। তাৰ পিছতে তেখেতক পুনৰ জামিন বন্দী হিচাপে চাৰে তিনি বছৰ ৰাখি ১৯৪৫ চনৰ এপ্ৰিল মাহত খালাচ দিয়ে।

১৯৪৬ চনত কেবিনেট মিশ্যন আহিল। মুছলিম লীগৰ নেতা-সকলে শ্বাহুল্লাক প্ৰিমিয়াৰ পাতি মন্ত্ৰী সভা গঠন কৰাত অসম কংগ্ৰেছ দলে বৰদলৈক সভাপতি হিচাপে লৈ পাৰ্লিয়ামেণ্টৰী শাখা কমিটি এখন গঠন কৰিলে। এই কমিটিৰ আন কেইজনমান সদস্য আছিল ফখ্‌ৰুদ্দিন আলি আহমদ, বিষ্ণুৰাম মেধী ডাঃ ভুবনেশ্বৰ বৰুৱা, অমিয় কুমাৰ দাস, অক্ষয় কুমাৰ দাস, বিমলা প্ৰসাদ চলিহা, তৈয়বউল্লা আৰু সিদ্ধিনাথ শৰ্ম্মা।

কেবিনেট মিশ্যনে ২৩ মাৰ্চত ভাৰতবৰ্ষত উপস্থিত হৈয়েই পূৰ্ব পৰিকল্পিতভাবে ভাৰতৰ প্ৰদেশবোৰক তিনিটা গোটত ভাগ কৰাৰ প্ৰস্তাৱ দাঙি ধৰিলে। ভাগবোৰ আছিল এনে ধৰণৰ—

(১) মাদ্ৰাজ, বোম্বে যুক্তৰাজ্য, বিহাৰ, মধ্যপ্ৰদেশ আৰু উৰিষ্যা।

(২) পঞ্জাব, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ আৰু সিন্ধু প্ৰদেশ।

(৩) বঙ্গদেশ আৰু অসম।

অসমৰ অস্তিত্ব ৰক্ষাৰ এই চৰম মুহূৰ্ত্তত অসমৰ নেতাসকল নিৰুপায় হৈ পৰিল। তেওঁলোকে সভা-সমিতি পাতি ঘোৰ প্ৰতিবাদৰ দ্বাৰা এটি অভূতপূৰ্ব্ব জনমত গঢ়ি তুলিবলৈ সক্ষম হ'ল।

অসমৰ নেতাসকল ভাগ ভাগ হৈ দিহা-দিহি গৈ সৰ্বভাৰতীয় নেতৃবৰ্গক অসমৰ চৰম দুৰ্ভাগ্যৰ কথা বুজাই সহানুভূতি বিচাৰিলে। পাটনালৈ গৈ বাবু ৰাজেন্দ্ৰ প্ৰসাদক, কলিকতালৈ গৈ শ্যামা প্ৰসাদ মুখাৰ্জী আৰু শৰৎ চন্দ্ৰ বসুক, নাইনিটাললৈ গৈ গোবিন্দ বল্লভ পন্ত আৰু শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিতক সাক্ষাৎ কৰিলে। দ্বিতীয় দলটোত আছিল ফখ্‌ৰুদ্দিন আলি আহমদ, মৌলানা তৈয়বউল্লা, অমিয় কুমাৰ দাস, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী, নীলমণি ফুকন আৰু অম্বিকাগিৰি ৰায়চৌধুৰী। তেখেতসকলে ৮ জুনত নেহৰুক সাক্ষাৎ কৰি প্ৰায় ৪০ মিনিট আলোচনা হৈ বিশেষ ফল নধৰাত ৯ জুনৰ দিনা বিৰলা হাউচত চৰ্দ্দাৰ বল্লভ ভাই পেটেলক সাক্ষাৎ কৰিলে।

পেটেলেও নেহৰুৰ লগতে সুৰ মিলাই ক'লে—"অসম কংগ্ৰেছে যদি গ্ৰুপিং অস্বীকাৰ কৰিছে তেন্তে তেনে প্ৰস্তাৱ লৈ আহক।"

এইটো স্বীকাৰ্য যে অসমৰ নেতাবৰ্গৰ যুক্তি মানি জয় প্ৰকাশ নাৰায়ণ, শ্যামা প্ৰসাদ মুখাৰ্জী আৰু শৰৎ চন্দ্ৰ বসুৱে অসম গোটৰ ভিতৰত নথকাটো উচিত হ'ব বুলি পৰামৰ্শ দিছিল। কিন্তু কাৰ্যকৰী ব্যৱস্থা কোনেও একো দিব নোৱাৰিলে। তেতিয়া বৰদলৈৰ চিঠি লৈ মহেন্দ্ৰ মোহন চৌধুৰী আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী শ্ৰীৰামপুৰত থকা মহাত্মা গান্ধীক সাক্ষাৎ কৰিলে। মহাত্মাই আশীৰ্ব্বাদ, সাহস আৰু অভয় দিলে। গোটকৰণ বন্ধ হ'ল। বৰদলৈৰ অবিসম্বাদী নেতৃত্ব আৰু বিশাল ব্যক্তিত্ব আৰু মহাত্মা গান্ধীৰ আশীৰ্বাদত অসম এইবাৰলৈ ৰক্ষা পৰিল।

১৯৪৬ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনা গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ দলে মন্ত্ৰীত্বৰ গাদী দখল কৰি দেশ স্বাধীন হোৱাৰ আগ-মুহূৰ্ত্তলৈকে ৰাজ্য চলাই থাকিল। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা দুশবছৰীয়া পৰাধীনতাৰ শৃঙ্খল ছিঙি ভাৰতবৰ্ষ স্বাধীন হ'ল। স্বাধীন ভাৰতৰ প্ৰথম আৰু সুযোগ্য প্ৰধান মন্ত্ৰী হ'ল পণ্ডিত জৱাহৰলাল নেহৰু আৰু স্বাধীন অসমৰ মুখ্যমন্ত্ৰী হ'ল আধুনিক অসম নিৰ্মাতা গোপীনাথ বৰদলৈ।

১৯৪৬ চনত অলপ দিনৰ কাৰণে ফখৰুদ্দিন আলি আহমদ অসম হাইকোৰ্টৰ এড্‌ভোকেট জেনেৰেল হৈছিল। তাৰ পিছতে আকৌ জাতীয়তাবাদী আন্দোলনত জঁপিয়াই পৰে আৰু কংগ্ৰেছ ওৱাৰ্কিং কমিটিৰ সদস্য হয়। ১৭৫২-৫৩ চনত তেখেত ৰাজ্য সভালৈ নিৰ্বাচিত হয়।

১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত জয়ী হৈ মেধী মন্ত্ৰী সভাত কেবিনেট মন্ত্ৰী হিচাপে যোগ দি বিত্ত আৰু ৰাজহ এই দুটা গুৰুত্বপূৰ্ণ বিভাগৰ ওপৰিও সমাজ কল্যাণ, পঞ্চায়ত আৰু স্থানীয় স্বায়ত্ত শাসন বিভাগকেইটা অতি দক্ষতাৰে পৰিচালনা কৰে।

১৯৬২ চনৰ নিৰ্বাচনতো তেখেত জয়ী হৈ আগৰ দপ্তৰকেইটাৰ দায়িত্বতে থাকে।

১৯৬৪ চনত আলি আহমদ কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী বোৰ্ডৰ সদস্য নিৰ্বাচিত হয়। ১৯৬৬ চনত ৰাজ্য সভালৈ নিৰ্বাচিত হৈ সেই চনৰে ২৯ জানুৱাৰীৰ দিনা কেন্দ্ৰীয় মন্ত্ৰী সভাত কেবিনেট মন্ত্ৰী হিচাপে যোগ দি জলসিঞ্চন, শক্তি আৰু পিচত শিক্ষামন্ত্ৰীৰ দপ্তৰ লৈ নিষ্ঠা আৰু সততাৰে দায়িত্ব পালন কৰে।

১৯৬৭ চনত লোকসভা আসনৰ বাবে নিৰ্বাচনত থিয় হৈ বৰপেটা সমষ্টিৰপৰা জয়লাভ কৰে। সেই বছৰৰে ১৩ মাৰ্চ তাৰিখে কেবিনেট মন্ত্ৰী হিচাপে যোগ দি শিল্প উদ্যোগ আৰু কোম্পানী বিষয়ৰ দপ্তৰ গ্ৰহণ কৰে। ১৯৭০ চনৰ ২৭ জুন তাৰিখে তেখেত ভাৰতৰ খাদ্য আৰু কৃষি দপ্তৰৰ কেবিনেট মন্ত্ৰী হয়। ১৯৭১ চনৰ নিৰ্বাচনৰ পাছতো তেখেতক আগৰকেইটা দপ্তৰ দিয়া হৈছিল।

ফখ্‌ৰুদ্দিন আলি আহমদে বহুদেশ ভ্ৰমণ কৰিছিল। ১৯৬৫ চনত ভাৰতীয় আইন ব্যৱসায়ীৰ প্ৰতিনিধিৰ দলটোৰ নেতৃত্ব বহন কৰি কচীয়ালৈ যায়। ১৯৫৭ চনত সংযুক্ত ৰাষ্ট্ৰসংঘত ভাৰতবৰ্ষৰ হৈ প্ৰতিনিধিত্ব কৰি আমেৰিকা যুক্তৰাষ্ট্ৰলৈ যায়। ১৯৬৪ চনত পাঁচ সপ্তাহৰ বাবে পুনৰ আমেৰিকালৈ যায়। ভাৰত চৰকাৰৰ প্ৰতিনিধি হিচাপে ১৯৬৫ চনত মালয়চিয়াৰ স্বাধীনতা উৎসৱত যোগদান কৰে। ১৯৭০ চনত তেখেত অষ্ট্ৰেলিয়ালৈ যায় আৰু তাত বহা বিশ্বৰ খাদ্য আৰু কৃষি সন্মিলনত যোগদান কৰে। ১৯৭১ আৰু ১৯৭৩ চনত ৰোমত বহা খাদ্য আৰু কৃষি সন্মিলনলৈ ভাৰতৰ প্ৰতিনিধি দল লৈ যায়।

বাংলাদেশ স্বাধীন হোৱাৰ সময়ত বহুলক্ষ বাংলাদেশী লোক আহি ভাৰতবৰ্ষত অনুপ্ৰবেশ কৰাত সেই সমস্যা আলোচনা কৰা আৰু সমিধানৰ সূত্ৰ বিচাৰি লেবানন, ইৰাক, ইজিপ্ত আদি দেশলৈ যায়।

আইন আৰু ৰাজনীতিত শিৰফুটা আলি আহমদ এজন নিপুণ খেলুৱৈও আছিল। তেখেত অসম ফুটবল এছোচিয়েচন আৰু অসম ক্ৰিকেট এছোচিয়েচনৰ বহু বছৰ ধৰি সভাপতি, অসম স্পোর্টচ কাউন্সিলৰ কেবাবছৰো উপসভাপতি আৰু ভাৰতৰ 'ল'ন টেনিচ এছোচিয়েচন'ৰো সভাপতিৰ দায়িত্বত থাকি অসম তথা ভাৰতৰ খেল জগতত বিশেষ অৰিহণা যোগাইছিল।

১৯৭৪ চনৰ আগষ্ট মাহত ফখ্ৰুদ্দিন ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়। আঢ়ৈ বছৰ কাল ভাৰতবৰ্ষৰ এজন অতি যোগ্য ৰাষ্ট্ৰপতি হিচাপে দায়িত্ব বহন কৰি ভাৰতৰ দুখীয়া-দৰিদ্ৰ জনতাৰ দুখ-দুৰ্গতি মোচন কৰাৰ কাৰণে বহুতো নতুন নতুন আঁচনি হাতত লৈ সেই-বোৰক ৰূপ দিয়াত ব্যস্ত আছিল। ৰাষ্ট্ৰপতিৰ আসনত থাকি তেখেতে বিশ্ব-শান্তি আৰু বিশ্বৰ জনগণৰ উন্নতিৰ কাৰণে বিশেষ মনোযোগ দিছিল। বিশ্ব-শান্তিৰ এই মহান পৰিকল্পনা পূৰণ কৰাৰ পথত তেখেতে মৈত্ৰী সম্প্ৰীতি আৰু সংহতি স্থাপন কৰাৰ উদ্দেশ্যে বহুতো ৰাষ্ট্ৰ ভ্ৰমণ কৰে। সেই ৰাষ্ট্ৰবোৰৰ ভিতৰত ইন্দোনেচিয়া, হাঙ্গেৰী, যুগশ্লাভিয়া, ইজিপ্ত আৰু চুদান। তাৰ পিছত চৌদি আৰবীয়, মালয়চিয়া, ফিলিপাইন, ব্ৰহ্মদেশ, কুৱালালামপুৰ ভ্ৰমণ কৰে। কুৱালালামপুৰ ভ্ৰমণ কৰাৰ সময়ত হঠাৎ তেখেত অসুস্থ হৈ পৰাত সিমানতে ভ্ৰমণ বাতিল কৰি দিল্লীলৈ উভতি আহিব-লগীয়া হয়। বিশেষ উল্লেখযোগ্য যে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ প্ৰতি তেখেত বিশেষ শ্ৰদ্ধাৱান আছিল। সতীৰ্থ মহেন্দ্ৰমোহন চৌধুৰীৰ লগত সহযাত্ৰী হৈ অসম তথা অসমৰ বাহিৰত থকা পুৰী, জগন্নাথ, মধুপুৰ সত্ৰক পুনৰ জীৱন দান কৰাত আগভাগ লৈছিল। ১৯৭৫ চনত এই প্ৰবন্ধ লেখকে ৰাষ্ট্ৰপতি ভৱনত তেখেতক সাক্ষাৎ কৰাত দিল্লীত শ্ৰীমন্ত শঙ্কৰ সমাজৰ নামত এডোখৰ ভূমি পট্টন দিয়াৰ প্ৰতিশ্ৰুতি দি সময়ত তাক কাৰ্য্যকৰী কৰিছিল। ইন্দোনেচিয়ালৈ যাওঁতে লগত কমলাবাৰী

সত্ৰৰ সাংস্কৃতিক দল এটা লগত নি অসমৰ বৈষ্ণৱ সংস্কৃতিক বিশ্বৰ দৰবাৰত প্ৰদৰ্শন কৰাই অসমৰ মান-মৰ্যাদা বঢ়াইছিল।

১৯৭৭ চনৰ ১১ ফেব্ৰুৱাৰীৰ পুৱা হঠাৎ হৃদৰোগৰ দ্বাৰা আক্ৰান্ত হৈ ভাৰতৰ পঞ্চম ৰাষ্ট্ৰপতি ফখ্‌ৰুদ্দিন আলি আহমদৰ ৰাষ্ট্ৰপতি ভৱনত পৰলোক প্ৰাপ্তি ঘটে। তেখেতৰ মৃত্যুত ভাৰতে এজন মহান জাতীয়তাবাদী নেতা, এজন অতি যোগ্যৱান ৰাষ্ট্ৰপতি, শান্তি, সংহতি, সম্প্ৰীতিৰ বাৰ্তাবাহক, এজন মহান পুৰুষক আৰু অসম মাতৃয়ে এই যুগৰ অতি মৰমৰ যোগ্যতম্ পুত্ৰ এজনক হেৰুৱালে। মৃত্যুৰ সময়ত তেখেতে পত্নী শ্ৰীমতী আবেদা বেগম, দুজন যোগ্যৱান পুত্ৰ আৰু এগৰাকী কন্যা এৰি থৈ যায়।



# কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

কুৰি শতিকাৰ তৃতীয় আৰু চতুৰ্থ দশকত ভাৰতবৰ্ষৰ ৰাজনীতিৰ পথাৰ চহোঁতে অসমৰপৰা দুজন সিংহ পুৰুষে যুঁৱলি কান্ধত লৈছিল, তাৰে প্ৰথম গৰাকী কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দ্বিতীয় গৰাকী দেশভক্ত তৰুণৰাম ফুকন। প্ৰথম গৰাকী দুবছৰ আগে ভূ-ভাৰতলৈ আহি দুবছৰ আগতে প্ৰস্থান কৰিলে, দ্বিতীয় গৰাকীয়ে তিনি বছৰ পিচত আহি অগ্ৰজ প্ৰতিমৰ পদানুসৰণ কৰিলে। জাতিৰ বুৰঞ্জী আৰু স্বদেশৰ ইতিহাসত দুজনেই হীনডেঢ়ি নোহোৱাকৈ সমানৰ আসন দখল কৰি আছে। ১৯২০ চনৰপৰা ১৯৩৪ চনলৈকে দুয়োজনে কোনো বিষয়তে মনান্তৰ নোহোৱাকৈ অভিন্ন আত্মাৰূপে স্বজাতি আৰু স্বদেশৰ সেৱা কৰি জীৱনৰ শেষ দশাত দাঁতে-ওঁঠে কামোৰ লগাৰ দৰে দুয়োৰে কিছু মতান্তৰ হ'ল। 'গ্ৰাহ-গজেন্দ্ৰ'ৰ দৰে নিৰ্বাচনৰ যুদ্ধত দুয়ো অৱতীৰ্ণ হ'ল, কিন্তু অন্তৰ এখনেই থাকিল—দেশক ভালপোৱাৰ মৃত্যুপণ কৰি দেশৰ হকে কাম কৰি যোৱা। ক্ষমতাৰ লোভ দুজনৰেই নাছিল, কিন্তু দেশৰ পৰিস্থিতিয়ে দুয়োকে সৰ্বভাৰতীয় নেতাৰ শাৰীলৈ টানি নিছিল। দুয়োজনৰে ওপৰত এই যুগৰ শ্ৰেষ্ঠ মানৱ মহাত্মা গান্ধীৰ সমানে আশীৰ্বাদ পৰিছিল। কৰ্মনিষ্ঠা আৰু ব্যক্তিত্বৰ পৰিচয় পাই এজনক ১৯২০ চনৰ নাগপুৰ কংগ্ৰেছ অধিবেশনৰ পিছতে কংগ্ৰেছ অনুষ্ঠানটো বিশেষভাৱে ক্ৰিয়া-শীল কৰাৰ কাৰণে দায়িত্ব দিছিল। কংগ্ৰেছৰ সংবিধানখন সংশোধন আৰু পৰিবৰ্দ্ধন কৰাৰ বাবে ৰঙ্গস্বামী আয়েঙ্গাৰৰ লগত দুজনীয়া কমিটিৰ সদস্য পাতি দি সৰ্বভাৰতীয় নেতাৰ সন্মান দিছিল। ১৯২১ চনত অসহযোগ আন্দোলনৰ সময়ত অসমলৈ আহি আনজনৰ ঘৰত আলহী থাকি শ্ৰীকৃষ্ণৰ বিদুৰ প্ৰীতি দেখুৱাইছিল।

১৯৩৬ চনৰ ১৫ ফেব্ৰুৱাৰীৰ দিনা ৫৯ বছৰ ৩ মাহ ১২ দিন পূৰ্ণ কৰি কৰ্মবীৰে অকস্মাতে পৰলোক গমন কৰাত দেশভক্তই জ্যেষ্ঠজনৰ বিৰহত শোকৰ কথা-কবিতা লিখি অন্তৰ উজাৰি দিছিল—"এজনে তেওঁক বুঢ়া বয়সত মটৰ চলোৱা ভাল নহয় বুলি ক'লে। কোৱা মাত্ৰকে তেওঁ অগ্নিশৰ্মা হৈ উঠিল; কিহৰ বুঢ়া দেখিছাহে? তোমাৰ দৰে জুহালৰ কাষত উম লৈ থাকিলেহে হ'ব। মই তেনেকৈ থাকিব নোৱাৰোঁ। বিছনাত এইদৰে পৰি থকাতকৈ মৃত্যুয়েই ভাল।" মৃত্যুশয্যাত শুই তেখেতে মোক এই কথাষাৰ কৈছিল। কোনে ভাবিছিল যে ভগৱন্তই তাতেই (মটৰ দুৰ্ঘটনাতেই) তথাস্তু বুলিব? অসমৰ দুৰ্কপাল; এনে সময়ত এনে বীৰ সন্তান তিৰোহিত হ'ল। দাতাকৰ্ণই নিজৰ পুত্ৰক দান দিয়াৰ দৰে অসমী আয়ে শ্ৰেষ্ঠ দান স্বৰূপে আগবঢ়াই দিলে তেওঁৰ সুযোগ্য পুত্ৰ কৰ্মবীৰ নবীনচন্দ্ৰক। শোকাতুৰা জননী আজি ম্ৰিয়মানা; কিন্তু দানৰ গৌৰৱত ধন্যা। কৰ্মনিষ্ঠ নৰদেহ ধাৰত্ৰীৰ কোলাত থৈ অক্ষয়কীৰ্তি নবীনচন্দ্ৰই মাতৃৰ কোলাত আশ্ৰয় ল'লে। অসমত দেশৰ কাৰণে আত্মত্যাগ কৰিব পৰা সকলৰ অগ্ৰগণ্য নবীনচন্দ্ৰই আছিল। তেখেতৰ পুণ্যাত্মাই অসমক ধন্য, পৱিত্ৰ আৰু শ্ৰীসম্পন্ন কৰি ৰাখক এয়ে আমাৰ কামনা।"

অসহযোগ আন্দোলনৰ এক শতাব্দীৰ আগৰ কথা। আহোম ৰাজত্বৰ শেষৰ দশাত দুই বিয়ৈৰ ক্ষমতাৰ যুঁজত বৰ্বৰ মানে আহি অসম দেশ ছাৰখাৰ কৰিলে। বহুতো প্ৰাণ লৈ দিহিঙে-দিপাঙে পলাল। মানৰ পৈশাচিক অত্যাচাৰত শই শই প্ৰাণ দিলে। মানে গৰ্ভিণীৰো উদৰ ফালি সন্তানক মূচৰি মাৰিলে। শ শ জনক হাতে-ভৰিয়ে বান্ধি চোঁচৰাই বগৰাই ব্ৰহ্মদেশলৈ লৈ গ'ল। তাৰে এটি বাৰবছৰীয়া অনুপম দেহৰ ল'ৰা, নাম কল্পনাথ, মানৰ হাতৰ-পৰা মূৰপোলোকা দি সকলোকে আচৰিত কৰি কেনেবাকৈ উত্তৰ গুৱাহাটী পালেহি। ইতিমধ্যে কল্পনাথৰ পিতৃ ৰত্নেশ্বৰ বিপ্ৰয়ো

কুলদেৱতা 'বাসুদেৱ কৃষ্ণ'ৰ বিগ্ৰহ ডিঙিত আঁৰি মৰো জীওঁ অৱস্থা লৈ উত্তৰ গুৱাহাটীত থিতাপি লৈছিলহি। শিৱসাগৰ নিবাসী সূৰ্য্যখড়ি বিপ্ৰৰ বংশোদ্ভৱ ৰুদ্ৰখড়ি বৰদলৈৰ উত্তৰ পুৰুষ ৰত্নেশ্বৰ, ৰত্নেশ্বৰৰ পুত্ৰ কল্পনাথ। কালক্ৰমত কল্পনাথ অৱস্থাৱান আৰু প্ৰতিপত্তিশালী লোক হৈ উঠিল। উত্তৰ গুৱাহাটী পুৰণি ৰজাদিনীয়া নগৰ, অনেক ৰাজনীতিবিদ কবি-সাহিত্যিক সম্ভ্ৰান্ত লোকৰ জন্মস্থান বীৰভূমি উত্তৰ গুৱাহাটী। সিসকলৰ মাজৰ কৃষ্ণৰাম ভঁৰালী বৰুৱা অন্যতম। ধনে-ধানে খিতাপে পদবীৰে কৃষ্ণৰাম প্ৰতিভাৱান লোক, কিন্তু নিঃসন্তান। তেখেতৰ ৰূপ লাৱণ্যময়ী ছুয়োগৰাকী ভতিজা জীয়ৰী পদ্মাৱতী আৰু চন্দ্ৰৱতীক কল্পনাথে বিয়া কৰায়।

পদ্মাৱতীৰ পুত্ৰ চিভিলিয়ান, মুন্সিফ পদাধিকাৰী স্বনামধন্য ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ। তেখেতে সেই সময়ৰ অসমৰ চৰকাৰী বিষয়াসকলৰ ভিতৰত সৰ্বোচ্চ স্থান অধিকাৰ কৰি মাহিলি আঠশ টকা দৰ্মহা পাইছিল, এতিয়াৰ হিচাপত আঠ/দহ হেজাৰৰ কম নহ'ব ছাগে! তথাপি তেখেত অহঙ্কাৰী নাছিল, পৰম ধাৰ্মিক আৰু দয়াশীল আছিল। ন্যায়োনিষ্ঠ মাধৱ বৰদলৈয়ে পত্নীক কৈছিল—"মোৰ ল'ৰাহঁতে যদি কেতিয়াবা কাৰো অন্যায় কৰি এটা পাইয়ো মোৰ ঘৰত সুমুৱাই সিদিনাই মোৰ ঘৰত জুই সোমাব আৰু সকলো সম্পত্তি নষ্ট হৈ যাব।"

মাধৱচন্দ্ৰ বৰদলৈয়ে কলীয়া বৰদলৈৰ ঘৰৰ দেহীৰাম বৰদলৈ পাটগিৰীৰ কন্যা সোমেশ্বৰীক বিয়া কৰায়। উত্তৰ গুৱাহাটীৰ পৈত্ৰিক ভিঠাত ১৮৭৫ চনৰ ৩ নবেম্বৰৰ দেওবাৰে কুলৰ তিলক নবীন চন্দ্ৰৰ জন্ম হয়। জ্যোতিষীয়ে গণি-পিতি মাতৃক ক'লে— "আই তোৰ এই ল'ৰা খেৰৰ ঘৰত জন্মিছে, ই কিন্তু সদায় আট্টালিকাত বাস কৰিব, আৰু সমগ্ৰ দেশত এজন স্বনাম ধন্য পুৰুষ হ'ব। বংশত সূৰ্য্যৰ দৰে উজ্জ্বল হ'ব আৰু দীৰ্ঘায়ু হ'ব।" সময় বৈ নেথাকিল জ্যোতিষীৰ কথা আখৰে আখৰে ফলিয়ালে।

নবীনচন্দ্ৰৰ প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল বুঢ়ীমাকৰ শোৱা পাটিত। বুঢ়ীমাকৰ কাষ নবীনচন্দ্ৰই নেৰিছিল আৰু তেওঁৰ মুখত সাধুকথা আৰু লাহনি সুৰত গোৱা গীত-বৰগীত শুনি শুনি নবীনচন্দ্ৰই মন্ত্ৰমুগ্ধ সাপৰ দৰে ৰ লাগি চাই আছিল। পুৱতি নিশা বুঢ়ীমাকে গাইছিল—

উঠৰে উঠ বাপু! গোপাল হে
নিশি পৰভাত ভৈল
কমল নহয় বুলি ঘনে ঘনে
যশোদা ডাকিবে লৈল— ইত্যাদি।

পানীৰ মাছে পানীক ভয় নকৰাৰ দৰে ব্ৰহ্মপুত্ৰৰ পাৰত জন্ম গ্ৰহণ কৰা নবীনচন্দ্ৰয়ো ব্ৰহ্মপুত্ৰৰ লগত মিতিৰালি পাতি ল'ৰা কালতে সাঁতুৰি ইপাৰ-সিপাৰ হৈছিল; ব্ৰহ্মপুত্ৰৰ বালিত ঘাঁহ খাই থকা ঘোঁৰাবোৰৰ পিঠিত উঠি নিৰ্ভয়ে দৌৰি ফুৰিছিল। পিচত দেউতাকে নবীনচন্দ্ৰৰ ঘোঁৰাদৌৰৰ চখ মিতাবলৈ ধুনীয়া বেগী ঘোঁৰা কিনি দিছিল। সাঁতোৰ আৰু ঘোঁৰাদৌৰৰ লগতে দক্ষতাৰে ব্ৰহ্মপুত্ৰত নাও বাবলৈ আৰু মাছ ধৰিবলৈকো শিকিছিল। কাজেই ৰুচোৰ পূৰ্ণ মানৱ গঢ়াৰ আহিৰে নবীনচন্দ্ৰৰ শিক্ষা পৰিক্ৰমা আৰম্ভ হৈছিল। পিতৃ-মাতৃদত্তা দৈহিক ঐশ্চৰ্য্য আৰু নিৰ্মল চৰিত্ৰ, সৎগুণ আৰু স্বোপাৰ্জিত বুদ্ধি-মত্তাই নবীনচন্দ্ৰক প্ৰকৃত মানুহ হিচাপে গঢ়ি তুলিছিল।

মাধৱচন্দ্ৰ বৰদলৈ তেজপুৰত হাকিম হৈ থকা সময়ত নবীনচন্দ্ৰই তেজপুৰ হাইস্কুলত পঢ়িবলৈ লয়। সেই সময়ত এচাম বঙালীৰ ষড়যন্ত্ৰত অসমীয়া ভাষা বিপন্ন হৈ পৰিছিল। ছাত্ৰ, নবীনচন্দ্ৰ তেজপুৰ লিটাৰেৰী ক্লাবৰ সম্পাদক আছিল। নবীনচন্দ্ৰই অসমীয়া ভাষাৰ হক দাবী তুলি কাকতে-পত্ৰে লিখিছিল, ইংৰাজ চৰকাৰৰ ওচৰত স্মাৰক পত্ৰ দাখিল কৰিছিল। বৰদলৈৰ এনেবোৰ উদ্যোগত লক্ষ্মীনাথ বেজবৰুৱাই সন্তোষ প্ৰকাশ কৰিছিল। পোন্ধৰ বছৰীয়া স্কুলীয়া

ছাত্ৰ নবীনচন্দ্ৰই লেখনিৰ দ্বাৰা অসমীয়া মানুহক বঙালীৰ আৰ্হিৰে 'বাবু' নুবুলি 'শ্ৰীযুত', 'ডাঙৰীয়া' আদি সন্মান সূচক শব্দ ব্যৱহাৰ কৰিবলৈ অনুৰোধ কৰিছিল।

বৰদলৈ কলিকতাৰ চেণ্ট জেভিয়াৰচ কলেজৰপৰা অই. এ. আৰু প্ৰেচিডেন্সি কলেজৰপৰা বি. এ. পাছ কৰে। লগে লগে এম. এ. আৰু ল পঢ়িবলৈ লৈছিল যদিও ল পৰীক্ষা পাছ কৰি সিমানতে শিক্ষা জীৱন শেষ কৰে। বৰদলৈৰ ছাত্ৰজীৱনৰ কেইগৰাকীমান বিশিষ্ট বন্ধু আছিল—পণ্ডিত হৰিনাথ দে, প্ৰবোধ চন্দ্ৰ দাস, বিভূতিভূষণ বীত, পৰমেশ্বৰ লাল, চন্দ্ৰশেখৰ লাল, চন্দ্ৰধৰ বৰুৱা, সূৰ্য্যকান্ত বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, গোলাপ চন্দ্ৰ ভূঞা আৰু ৰজনী কান্ত শৰ্মা।

চন্দ্ৰধৰ বৰুৱা বৰদলৈৰ সাহিত্য-বন্ধু আছিল। দুয়ো প্ৰতি-যোগিতা চলাই গীত কবিতা ৰচনা কৰিছিল। কলিকতাত থকা কালতে বৰদলৈ বাঁহী বজাবলৈ শিকে। কলেজ এৰিবৰ সময়ত বিদায় সভাত বৰদলৈয়ে তেখেতৰ স্বৰচিত গীত আবেগ ভৰা কণ্ঠেৰে গোৱাত বহুতৰে চকুৰ লোটক সৰিছিল—

"আজি বছৰৰ শেষে ভাৰতীয়া বেশে
বিদায় মাগিছোঁ ভাই
বহু দুখে সুখে প্ৰীতি ভৰা বুকে
মৰম চেনেহ পাই।

ওচৰা-উচৰিকৈ থাকিলে অতি আপোনজনৰ লগতো কেতিয়াবা মতান্তৰ হয়, দাঁতে-ওঁঠে লাগে, সাময়িকভাবে মাত-বোল কৰাও বন্ধ হয়। ইংৰাজ কবি শ্যালীয়ে কোৱাৰ দৰে (**Our Sweetest Songs are those that tell us saddest thought**) 'আমাৰ চৰম দুখৰ কাহিনীবোৰেই আমাৰ চৰম সুখৰ গান' হৈ ধৰা দিয়ে। চন্দ্ৰধৰ বৰুৱাৰ লগত বৰদলৈৰ কিছুদিন মাত-বোল নাছিল। এনেতে হঠাৎ চন্দ্ৰধৰ বৰুৱাৰ পিতৃ বিয়োগৰ বাতৰি আহিল। চন্দ্ৰধৰ বৰুৱাই

এই সম্পৰ্কত লিখিছে—'নবীনচন্দ্ৰ বৰদলৈ সকবেপৰা বৰ ওখ মনৰ মহৎ স্বভাৱৰ মানুহ আছিল। তেওঁৰ জীৱনৰ সৰু-সুৰা ঘটনা এটালৈ মোৰ মনত পৰে। ১৮ নম্বৰ আমহাৰ্স্ট ষ্ট্ৰীটত আমি মেচ্ কৰি থাকোঁতে কিবা এটা সামান্য কথাত তেওঁৰে মোৰে দ্বন্দ্ব লাগিল........। সেই বাবে দুয়ো কিছুদিন মাত-বোল নকৰাকৈ আছিলোঁ। এনেতে হঠাৎ মোৰ পিতৃ বিয়োগ ঘটিল। তেতিয়া তেওঁ এদিন আহি মোক সাবট মাৰি ধৰিলে আৰু ক'বলৈ ধৰিলে, "ভাই! তোমাৰ বিপদত মই বৰ বেজাৰ পাইছোঁ, সেই দিনাৰ কাজিয়াৰ বাবে মোক ক্ষমা কৰিবা। দোষ মোৰ গাতহে, তোমাৰ গাত নহয়। মোৰ ওপৰত বেজাৰ এৰি পেলোৱা।" সেই সময়ত তেওঁৰ সৰল হিয়াৰ ছায়াটি মুখ দাপোণত জিলিকি উঠিছিল। মোৰ চকুপানী ওলাল ; তেওঁৰো চকুত পানী। তেওঁলৈ মোৰ ভক্তি জন্মিল।"

বৰদলৈ ১৯০০ চনত আইন পৰীক্ষা পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে। কেইবছৰমান পিছতে কলিকতা উচ্চ ন্যায়ালয়লৈ যায় আৰু ১৯০৮ চনৰপৰা একেৰাহে ১৯১৮ চনলৈ তাত আইন ব্যৱসায় কৰি অসহযোগ আন্দোলনৰ আগে আগে পুনৰ গুৱাহাটীলৈ আহে। তাৰ পিছত আসাম এছোছিয়েশ্যনৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰি অসমৰ স্বায়ত্ত শাসন সম্পৰ্কে ইংৰাজ চৰকাৰৰ ওচৰত নথি পেচ কৰে। এনেতে ১৯২০ চনত নাগপুৰত বহা কংগ্ৰেছ অধিবেশনলৈ গৈ মহাত্মা গান্ধীৰ লগত প্ৰথম দৰ্শন হয়। মহাত্মাজী বৰদলৈৰ বিচক্ষণ বুদ্ধিৰ পৰিচয় পাই কংগ্ৰেছৰ সংবিধান সংশোধন কৰা দুজনীয়া কমিটিৰ বৰদলৈক সদস্য পাতে। প্ৰথম দৰ্শনতে মহাত্মাই ডেকা নবীনচন্দ্ৰ বৰদলৈৰ সম্পৰ্কত যি উচ্চ ধাৰণা লৈছিল নবীনচন্দ্ৰই তাক ৰক্ষা কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল আৰু তাৰেই পৰিণতি স্বৰূপে এদিন সৰ্বভাৰতীয় নেতাৰ আগশাৰীত বহি 'কৰ্মবীৰ' উপাধি লাভ কৰিছিল।

মহাত্মা গান্ধীৰ আহ্বানক্ৰমে বৰদলৈ ওকালতি এৰি অন্দোলনত আত্মনিয়োগ কৰে। ১৯২১ চনত মহাত্মাই অসম ভ্ৰমণৰ পাছত উলটি গৈ "ইয়ং ইণ্ডিয়া" কাকতত 'মনোৰম অসম' (Lovely Assam) শিৰোণামাৰ প্ৰবন্ধত উল্লেখ কৰিছিল, "অসমৰ প্ৰায় ৭৮ জন অসমীয়া উকীলৰ ভিতৰত ১৫ জনে তেওঁলোকৰ ওকালতি ব্যৱসায় ত্যাগ কৰিছিল, সমগ্ৰ ভাৰতৰ ভিতৰত সেইটো শতকৰা হাৰত উচ্চতম নজিৰ আছিল। ১৫ জনীয়া অসমীয়া উকীলৰ দলটোৰ ভিতৰত নবীনচন্দ্ৰ বৰদলৈ অন্যতম আছিল।" অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি বৰদলৈ গ্ৰেপ্তাৰ হয় আৰু সেই যাত্ৰাত ওঠৰ মাহ কাৰাদণ্ড ভুগে।

সেই সময়ত বাল্যবিবাহৰ কুপ্ৰথা অসমীয়া সমাজতো আছিল। নবীনচন্দ্ৰৰ বয়স তেতিয়া ওঠৰ বছৰ। উজনিৰ চাহ খেতিয়ক মালভোগ বৰুৱাৰ সৰু মাজিউ দহ-এঘাৰ বছৰীয়া জীয়ৰী হেমন্ত কুমাৰীক নবীনচন্দ্ৰ বৰদলৈয়ে বিয়া কৰায়। কৰ্মবীৰৰ বিবাহৰ থ্‌লমূল বৰ্ণনা এটি তেখেতৰ মহিয়সী কন্যা নলিনীবালা দেৱীৰ লিখনিত এনেদৰে পোৱা যায়। "ল'ৰাই ছোৱালী চাই বিয়া কৰোৱা তেতিয়াৰ দিনত নিয়ম নাছিল। মাক-বাপেকে, গুৰুজনে আঁতিগুৰি, বংশ মৰ্য্যাদা, ৰাশিচক্ৰ মিলাই, লক্ষণ কাৰণ চাই ছোৱালী খোজে; ল'ৰায়ো ছোৱালী নেদেখাকৈ বিয়া কৰায়। সেই নিয়ম মতেই তেখেতসকলে বিয়া কৰাইছিল।"

দৰাৰ সাজ-পোছাক সম্পৰ্কে নলিনীবালাই লিখিছে—"সেইদিনৰ দৰাৰ সাজ আছিল অসমীয়া ধৰণৰ। অসমৰ ডা-ডাঙৰীয়াসকলৰ ধৰণৰ সাজ-পাৰ আছিল দৰাৰ সাজ-পাৰ। মূৰত গুণাৰ কাম কৰা অসমীয়া পাগুৰী, গাত কাৰ্চিপৰ বা গোমচেঙৰ দীঘল এঙাচোলা, হাতত গাম খাৰু, কাণত লোৰ, ডিঙিত সাতসৰি বা মালামণি, পাতৰ চুৰীয়া, গুণাৰ ফুলবচা চেলেং—এই ধৰণে অসমীয়া দৰাই সাজ-পাৰ পিন্ধিছিল। পিতৃ বৰদলৈদেৱৰ

মুখেই শুনা তেখেতসকলে হেনো অসমীয়া দৰাৰ সাজ-পিন্ধি বিয়া কৰাইছিল।”

বৰদলৈয়ে অসমীয়া দৰাৰ সাজ-পাৰ সম্পৰ্কে কোৱা কথা—“বিয়া কৰাবলৈ যোৱা মানে নৱ-যৌৱনৰ অধীশ্বৰ তৰুণ পুৰুষে সেইদিনা জীৱনৰ পূৰ্ণ অধিকাৰী হ'বলৈ পৰম পৱিত্ৰ জয় যাত্ৰালৈ আগবাঢ়ে। মানুহ জীৱনৰ বাঞ্চিত জয়যাত্ৰাত ৰাজবেশেহে শোভা পায়, নাইবা নিজৰ জাতীয় সাজ-পাৰ বীৰবেশ পিন্ধি বিয়া কৰাবলৈ যাব লাগে। অসমৰ জাতীয় সাজ-পাৰ ‘পাগ’ এটি অপৰিহাৰ্য্য সাজ, সদায় নিপিন্ধিলেও অন্ততঃ বিয়াৰ দিনা দৰা হওঁতে পিন্ধিব লাগে। বঙ্গদেশৰ বিয়াৰ দৰা-কইনাকো বিয়াৰ দিনা টোপৰ, মুকুট পিন্ধায়। কিন্তু আমাৰ আজি-কালিৰ অসমীয়া দৰাসকলে নিজৰ সাজ-পাৰতো এৰিলেই বঙালীবাবুৰ সাজ-পাৰহে ল'লে। বঙালী বাবুটিৰ দৰে সাজি-পাৰি, মুখত ৰুমালখন লৈ এজনে ধৰি নি দৰাটিক আলফুলকৈ বহুৱাব লাগে। এনে ধৰণৰ দৰাৰ সাজ মই সমূলি ভাল নাপাওঁ। অসমীয়া দৰাৰ মাজত এটি জাতীয় বিশেষত্ব ৰাখিবলৈ যত্ন কৰিব লাগে।”

অসহযোগ আন্দোলনৰ পৰিপ্ৰেক্ষিতত মহাত্মা গান্ধী একেৰাহে ছবছৰ জেলত থাকিবলগীয়া হোৱাত কংগ্ৰেছ কৰ্মীসকলৰ মাজত উইলিছাচৰ সৈন্যদলৰ দৰে অৱসাদ আহিল। কিছুমান কিংকৰ্ত্তব্য বিমোৰ হ'ল। তেতিয়া দেশভক্ত, কৰ্মবীৰ প্ৰমুখ্যে অসমৰ বীৰ সেনাপতিসকল কাৰাগাৰত। যি কি নহওক, কাৰাগাৰৰ ম্যাদ উকলি যোৱাত বহুতে খালাচ পালে। কাণ্ডাৰীহীন নৌকা যেনি-তেনি যোৱাৰ দৰে মহাত্মাহীন কংগ্ৰেছ দলটো লক্ষ্যভ্ৰষ্ট হ'ল। কংগ্ৰেছ দলৰ মাজত ভাঙন আহিল। পণ্ডিত মতিলাল নেহৰু আৰু দেশভক্ত চিত্তৰঞ্জন দাশৰ দলে কংগ্ৰেছৰ ‘কাউন্সিল বৰ্জন’ সিদ্ধান্তৰ প্ৰতিকূলে কাম কৰিলে আৰু ৰাজাগোপালচাৰীৰ দলে মহাত্মাৰ গঠনমূলক কাৰ্য্যৰ আঁচনিমতে কাম কৰি যোৱাৰ প্ৰতিজ্ঞা

ল'লে। ১৯২২ চনত গয়াত বহা কংগ্ৰেছ অধিবেশনত যোগ দি তৰুণৰাম ফুকনে মতিলাল নেহৰু আৰু চিত্তৰঞ্জন দাশৰ মত সমৰ্থন কৰি কাউন্সিল বৰ্জন নকৰিবলৈ লোৱা সিদ্ধান্তত একমত হয়। কৰ্মবীৰ সেই সময়ত ফাটেক ঘৰত। গয়া অধিবেশনৰ পাছতে নেহৰু-দাস-ফুকনৰ মিলিত চেষ্টাত স্বৰাজ্য দল গঠন হয়। কুলধৰ চলিহা প্ৰমুখ্যে অসমৰ আন কেবাগৰাকী নেতায়ো স্বৰাজ্য দলত যোগ দিয়ে। মহাত্মা গান্ধী জেলৰপৰা আহি ৰাজনৈতিক দল হিচাপে স্বৰাজ্য দলক প্ৰাধান্য দিয়ে আৰু কংগ্ৰেছী সদস্যসকলক গঠনমূলক কামত আত্ম-নিয়োগ কৰিবলৈ কয়। ইতিমধ্যে বৰদলৈও জেলৰপৰা আহি কংগ্ৰেছৰ গঠনমূলক কামত ব্যস্ত হৈ পৰে।

বৰদলৈ জেলৰপৰা ওলাই অহাৰ অলপ দিনৰ পিছতে শিৱসাগৰত অসম ছাত্ৰ সন্মিলনৰ অধিৱেশন বহে। বৰদলৈ অধিৱেশনৰ সভাপতি। সভাগৃহ প্ৰৱেশ কৰাৰ লগে লগে জনতাই বিপুল হৰ্ষধ্বনি তুলি "কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ জয়" দিলে। সকলো সম্প্ৰদায়ৰ লোকে তেখেতক সম্বৰ্দ্ধনা জনালে, বহুতে মহাত্মা গান্ধীৰ চৰণ স্পৰ্শ কৰি সেৱা কৰাৰ আৰ্হিৰে সেৱা কৰিলে, এজন বয়োবৃদ্ধ মুছলমানে তেখেতক দুহাতেৰে বুকুত সাৱটি ধৰিলে।

সভাত বৰদলৈ ছাত্ৰ আৰু শিক্ষকৰ কৰ্তব্যাকৰ্তব্য, শিক্ষাৰ পৰিক্ৰমা, সমাজৰ দায়িত্ব আদিৰ বিষয়ে সকলোকে সজাগ কৰি দিয়াৰ লগতে ছাত্ৰ-ছাত্ৰীসকলক সম্বোধি কোৱা কথাখিনি প্ৰণিধান-যোগ্য আৰু অনুকৰণীয়—"হে মোৰ প্ৰিয়তম বন্ধু আৰু আইদেউ-সকল! কুমলীয়া তোমালোকক বন্ধু বুলি মাতিবলৈ মোৰ কিমান ভাল লাগে ক'ব নোৱাৰোঁ। বৰ গৌৰৱেৰে কওঁ যে আজিও মোৰ ছাত্ৰ জীৱন শেষ হোৱা নাই। মোৰ জীৱনৰ মধ্যাহ্নত ছাত্ৰাবাস আৰু ছাত্ৰসকলৰ লগতে সদায় সম্বন্ধ; আৰু আজি জীৱনৰ অপৰাহ্নত মোৰ দেশৰ ছাত্ৰসকলক লৈয়ে মোৰ জীৱনৰ খেলা। হে মোৰ দেশবাসীসকল, মোক অকিঞ্চন বুলি মোৰ শত দোষ-ত্ৰুটী

মাৰ্জনা কৰা। মোৰ শত অপৰাধ দোষ এৰি দিয়া। মই যে অতি দীন, অতি দুৰ্বল! মই যে মোৰ হতভাগিনী দুখুনী আই ভিন্ন একো নাজানো। মুক্তিত হেনো মানুহৰ বৰ আনন্দ ; স্বৰ্গ হেনো বৰ সুন্দৰ। স্বৰ্গত স্বৰ্গবাসীয়ে কি কৰে ক'ব নোৱাৰোঁ, মৰ্ত্যত যে মোৰ হিয়াৰ গোটেইখিনি প্ৰেম, মোৰ মনৰ সকলো মধুস্মৃতি, মোৰ বাল্যকালৰ আনন্দ, যৌৱনৰ প্ৰেম, বাৰ্ধক্যৰ বন্ধুত্ব—সকলোখিনি মোৰ জনমভূমি আই! তোমাৰ লগতে সানি থোৱা—"

পাশ্চাত্যৰ ধুমুহাত উটি-ভাহি যাবলৈ ওলোৱা যুৱক-যুৱতী-সকললৈ লক্ষ্য কৰি বৰদলৈয়ে কৈছিল—"প্ৰাচ্য আৰু প্ৰতীচ্য দুয়ো বেলেগ। তথাপি মোৰ মনেৰে পূব আৰু পশ্চিমৰ মিলন অসম্ভৱ নহয়।" পূবে যদি নিজৰ পূবত্ব ৰাখি পশ্চিমৰ ওখ ভালখিনি ল'ব পাৰে, পশ্চিমৰ কাৰ্য্য পদ্ধতিৰ আভাসখিনি লৈ তাকে নিজৰ কৰি ল'ব পাৰে, তেন্তে প্ৰাচ্য আৰু প্ৰতীচ্যৰ মহা মিলন সেইখিনিতে হ'ব পাৰে। ইউৰোপত বহুত ডাঙৰ ডাঙৰ মানুহ আজি কাগজৱালা ল'ৰা, কাইলৈ ইঞ্জিন চাফা কৰা কাৰিকৰ আৰু পৰহিলৈ পাৰ্লামেণ্টৰ সদস্য হৈ তাৰ পিছত প্ৰাইম মিনিষ্টাৰ বা প্ৰধানমন্ত্ৰী হৈছে। প্ৰধানমন্ত্ৰীজনে গৌৰৱ কৰে যে তেওঁ এজন মিস্ত্ৰিৰ তলত বাধ্য হৈ মিস্ত্ৰিৰ কাম শিকি লাহে লাহে তেওঁৰ নিজৰ অৱস্থা ভাল কৰিছিল। অথবা ভাল কৰিবলৈ তেওঁ ইঞ্জিন ড্ৰাইভাৰৰ এপ্ৰেন্‌টিছ হ'বলৈ লাজ কৰা নাছিল। লৰ্ড ৰীডিং আছিল এজন 'কেবিন বয়' অৰ্থাৎ জাহাজৰ 'কেবিন বেহেৰা'। আজি তেওঁ সেই কথা ক'বলৈ লাজ নেপায়। কিন্তু আমাৰ দেশত ২০্ টকীয়া কেৰাণীৰ ঘৰো ডাঙৰীয়াৰ ঘৰ, কিন্তু লাখপতি কাৰবাৰী মাথোন 'কেএগবাবু'। ই এটা 'আইডিয়েল' বা ভাবৰ বিপৰ্যয়।

প্ৰিয় ছাত্ৰ-ছাত্ৰীসকল! তোমালোকে এই আদহীয়াক খং নকৰিবা। তোমালোকৰ আজি ভাব, ভাষা, পোছাক, চৰিত্ৰ

কিবা এটা আদ্‌ৱাঙ্গী ভাবত পৰিপূৰ্ণ হৈ গৈছে। কোনো কোনো ঠাইত প্ৰাচ্যই প্ৰতীচ্যকো চেৰ পেলাবৰ মতলব কৰিছে। অতিশয় বিলাসৰ ভাব, সুখলিপ্সা প্ৰতীচ্যৰ। সেয়ে আহি তোমালোকক আৰু জনসাধাৰণক অধিকাৰ কৰিছেহি। “ঘৰত নাই কণটো, বৰ সবাহলৈ মনটো। আজি আমাৰ অৱস্থা ঠিক সেয়ে।”

কানপুৰ কংগ্ৰেছ অধিৱেশনৰ (১৯২৫) আগৰখনত কৰ্মবীৰে যোগ দি ১৯২৬ চনৰ অধিবেশনখন অসমত পাতিবলৈ মহাত্মা গান্ধীক আৰু পণ্ডিত মতিলাল নেহৰুক বৰদলৈয়ে টানি অনুৰোধ জনাই আহিছিল। অসমৰ আৰ্থিক অৱস্থালৈ চাই অসমত কংগ্ৰেছ অধিবেশন পতাৰ সময় হোৱা নাই বুলি দেশভক্ত ফুকনে যুক্তি প্ৰদৰ্শন কৰিছিল। শেষত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে বৰদলৈৰ যুক্তিত হয়ভৰ দি ৰোহিণীকান্ত হাতীবৰুৱা আৰু দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাক আনুষ্ঠানিকভাবে কংগ্ৰেছ অধিবেশন নিমন্ত্ৰণ কৰিবলৈ পঠালে। সেইমতে ১৯২৬ চনত পাণ্ডুত কংগ্ৰেছ মহাসভা বহিল। দেশভক্ত আৰু কৰ্মবীৰ যথাক্ৰমে অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক হ'ল। ধুমধামেৰে মহাসভা হৈ গ'ল। মহাসভাই অসমবাসীৰ বাহুত নতুন বল, মনত দুৰ্বাৰ সাহস দিলে। আনহাতে পাণ্ডু কংগ্ৰেছৰ দেনাত ফুকন আৰু বৰদলৈ চকুলৈ পোত গ'ল। দেনা পৰিশোধ কৰাৰ কাৰণে তেওঁলোকে পৈত্ৰিক সম্পত্তি বিক্ৰী কৰিবলগীয়া হ'ল।

পাণ্ডু কংগ্ৰেছত বৰদলৈৰ ভূমিকা কেনেধৰণৰ আছিল—চন্দ্ৰনাথ শৰ্মাৰ লেখাত এনেদৰে প্ৰকাশ—“১৯২৬ চনত গুৱাহাটীত কংগ্ৰেছ পতাত কৰ্মবীৰ বৰদলৈ নথকা হ'লে কানপুৰ কংগ্ৰেছত ৰোহিণীকান্ত হাতীবৰুৱা আৰু এই অভাজনে কংগ্ৰেছ মহাসভা নিমন্ত্ৰণ কৰি অনা সম্ভৱ নহ'লহেঁতেন! কৰ্মবীৰ বৰদলৈয়ে যদি মতিলাল নেহৰুৰ আগত অসমত কংগ্ৰেছ পতা সমগ্ৰভাৰ তেওঁৰ নিজৰ গাত পাতি নল'লেহেঁতেন, তেন্তে অসমীয়া জাতিৰ ভাগ্যত কোনো কালে কংগ্ৰেছ পতা হৈ নুঠিলহেঁতেন!”

১৯৩০ চনৰ আইন অমান্য আন্দোলনত নবীনচন্দ্ৰ বৰদলৈ প্ৰত্যক্ষ-ভাবে যোগ নিদিলেও তেখেতৰ উজান বজাৰৰ বাসভৱনৰ ওচৰতে কিছুমান জুপুৰীঘৰ সাজি অসমৰ তথা অসমৰ বাহিৰৰ কংগ্ৰেছ স্বেচ্ছাসেৱকসকলক থকামিলাৰ ব্যৱস্থা কৰি দিছিল। এলাহাবাদৰ 'আনন্দভৱন'ৰ আৰ্হিৰে তাত বৰদলৈৰ তত্ত্বাবধানত কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য চলিছিল, স্বেচ্ছাসেৱীসকলক নানা ধৰণৰ প্ৰশিক্ষণ দিয়া হৈছিল আৰু অসমৰ কাণি, ভাং, মদ অধ্যুসিত অঞ্চললৈ স্বেচ্ছা-সেৱক পঠাই ৰাইজক সেইবোৰৰ অপকাৰিতাৰ কথা বুজাই দি নাখাবলৈ অনুৰোধ কৰা হৈছিল। কানি, ভাং, মদৰ দোকানবোৰত পিকেটিং কৰা হৈছিল। বৰদলৈৰ এই প্ৰশিক্ষণ শিৱিৰত বিজয় চন্দ্ৰ ভাগৱতী, সতীশ চন্দ্ৰ কাকতী, ৰবীন কাকতী, তীৰ্থনাথ শৰ্মা, ডাক্তৰ কীৰ্তিৰাম বৰুৱা, দেৱপাল দাস প্ৰমুখ্যে বহুতো কংগ্ৰেছ কৰ্মীয়ে যোগ দিছিল।

১৯৩০-৩২ চনৰ আন্দোলনৰ সময়ত বৰদলৈ গুৱাহাটী জিলা কংগ্ৰেছ কমিটিৰ সভাপতি। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সিদ্ধান্ত ক্ৰমে ২৪ এপ্ৰিল তাৰিখে গুৱাহাটীত 'সদৌ ভাৰত কংগ্ৰেছ দিৱস' পালন কৰা হয়। গুৱাহাটী কংগ্ৰেছ কমিটিৰ সভাপতি হিচাপে বৰদলৈ উক্ত দিৱসত পতাকা উত্তোলন কৰি তিনিমাহ কাৰাদণ্ড ভুগে। সেই একে অপৰাধত ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা, মহেন্দ্ৰ মোহন চৌধুৰী, ৰজনীকান্ত গোস্বামী আৰু লক্ষ্মীধৰ বৰাকো গ্ৰেপ্তাৰ কৰে।

১৯৩৪ চনৰ নিৰ্বাচনত অমুছলমান সমষ্টিৰপৰা নিৰ্বাচিত হৈ কেন্দ্ৰীয় ব্যৱস্থাপক সভাত কৰ্মবীৰ বৰদলৈ আৰু কুলধৰ চলিহাই যোগ দিয়ে। উল্লেখযোগ্য যে দেশভক্ত ফুকন কংগ্ৰেছৰ প্ৰাৰ্থী মনোনীত নোহোৱাত তেওঁ পণ্ডিত মদনমোহন মালব্যৰ উদ্যোগত গঠিত কংগ্ৰেছ নেচনেলিষ্ট দলত যোগ দিয়ে।

অসমৰ দুজন অভিন্ন আত্মাৰ সিংহ পুৰুষৰ মাজত এনেদৰে নিৰ্বাচন যুঁজ হোৱাটোত দুখ প্ৰকাশ কৰি শ্ৰীসতীশ চন্দ্ৰ কাকতীয়ে

কৈছে—"বৰ পৰিতাপৰ কথা যে যি দুজন নেতাই ১৯২০-৩৪ চনৰ কালছোৱাত একেলগে অসমত কংগ্ৰেছ সংগঠন কৰিছিল আৰু দেশবাসীৰ মনত দুজন বিশিষ্ট নেতা হিচাপে গণ্য হৈছিল, তেওঁলোক দুজনে—নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনে ১৯৩৪ চনৰ অক্টোবৰ মাহত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনত ইজনে সিজনৰ বিৰুদ্ধে যুঁজ কৰিছিল। দেশভক্ত ফুকনক কংগ্ৰেছ বিৰোধী দল-উপদলসমূহে সমৰ্থন কৰিছিল যদিও, নিৰ্বাচনত কৰ্মবীৰ বৰদলৈ বিপুল ভোটত জিকিল।"

কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সদস্যৰূপে ১৯৩৫ চনত যোগ দি বৰদলৈ স্বকীয় জ্ঞান, বুদ্ধি, বিবেচনা আৰু বাগ্মিতাৰ যি স্বাক্ষৰ দাঙি ধৰিলে ভাৰতীয় জাতীয় কংগ্ৰেছৰ ইতিহাসত সি সোণৰ আখৰেৰে লিখা থাকিব। কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনৰ সময়ত নেতাজী সুভাষ চন্দ্ৰ বসুৰ ককায়েক শৰৎ চন্দ্ৰ বসু আটকবন্দী হৈ জেলত আছিল। বিনা প্ৰতিদ্বন্দ্বিতাই শৰৎ চন্দ্ৰ বসু ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হোৱা সত্বেও ইংৰাজে বসুক সভাত উপস্থিত হ'বলৈ নিদি 'আটক বন্দী' কৰি ৰখা কাৰ্য্যক নিন্দা কৰি নবীনচন্দ্ৰ বৰদলৈয়ে সভাস্থগিত প্ৰস্তাৱ দাঙি ধৰিছিল। তেতিয়াই নবীনচন্দ্ৰ বৰদলৈৰ সাহস, অকাট্য যুক্তি আৰু বাগ্মিতা গুণত মুগ্ধ হৈ ভাৰতীয় জনতাই বৰদলৈক পঞ্চমুখে প্ৰশংসা কৰিছিল। এই ঐতিহাসিক বক্তৃতা ১৯৩৫ চনৰ ২২ ফেব্ৰুৱাৰীৰ দিনা সদনত কৰ্মবীৰে সিংহনাদ কৰি দিছিল।

সেই বছৰৰে শেষভাগত ভাৰত ব্যাপী কংগ্ৰেছৰ ৫০ বছৰীয়া সোণালী-জয়ন্তী উৎসৱ পালিত হয়। অসমতো পূৰ্ণ পয়োভৰেৰে উৎসৱ পালন কৰা হয়। গুৱাহাটীত হোৱা উৎসৱত বৰদলৈয়ে বিশিষ্ট ভূমিকা লয়। তাৰ পিছত গোৱালপাৰাত হোৱা জুবিলী উৎসৱ সভাত বৰদলৈয়ে জীৱনৰ শেষ ৰাজহুৱা বক্তৃতাটি দিয়ে। তাৰ পিছত ১৯৩৬ চনৰ ফেব্ৰুৱাৰী মাহত বহিবঙ্গীয়া ব্যৱস্থাপক সভাত যোগ দিবলৈ বৰদলৈ যোৱাৰ বাবে প্ৰস্তুত হয়।

জানুৱাৰী মাহৰ দ্বিতীয় সপ্তাহ। বৰদলৈয়ে নিজে গাড়ী চলাই দিনতীয়াকৈ চিলঙলৈ যায়। আবেলি উভতি আহোঁতে মটৰ দুৰ্ঘটনা এটি হৈ সামান্যভাৱে আঘাত পায়। তেখেতে নিজৰ কথা অকণো চিন্তা নকৰি তেখেতৰ লগত অহা সহকৰ্মী উকীল বন্ধুজনৰ শুশ্ৰূষাত ব্যস্ত হৈ পৰিছিল। সহকৰ্মীৰ চিকিৎসা-পাতিৰ ব্যৱস্থা কৰি তেখেতক নিজে ঘৰত থৈ আহিল। তাৰ পিছত নিজ ঘৰ পালেহি। লগে লগে ডাক্তৰ ভুবনেশ্বৰ বৰুৱা আৰু ডাক্তৰ হৰিকৃষ্ণ দাসে খবৰ পাই ঘৰ ওলালহি। বৰদলৈৰ পুত্ৰ ডাক্তৰ উমেশ বৰদলৈও তেতিয়া ঘৰতে আছিল। পৰীক্ষা কৰি বিশেষ একো নাপালে। মাথোন আঁঠুত অলপ ছাল গৈছে। 'আঁঠুৰ ঘাঁতো মৰে ডিঙিৰ ঘাঁতো তৰে' বুলি প্ৰবাদ বাক্য এষাৰ আছে। বৰদলৈৰ ক্ষেত্ৰত প্ৰবাদ বাক্যই আপ্ত বাক্য হ'ল। লাহে লাহে আঁঠুটো ফুলিবলৈ ধৰিলে। লগে লগে আগৰপৰা গাতে লাগি থকা বহুমূত্ৰ ৰোগটোৱেও খাওঁ খাওঁ মূৰ্ত্তি ধৰি আক্ৰমণ কৰিলে। শেষত চিকিৎসকসকলৰ সকলো চেষ্টা ব্যৰ্থ কৰি ফেব্ৰুৱাৰী মাহৰ ১৫ তাৰিখে দুখুনী অসম মাতৃৰ আঁচলৰ ধন, হিয়াৰ মাণিক, চকুৰ মণি, কৰ্মবীৰে নশ্বৰ দেহ জননীৰ কোলাত থৈ অমৰত্ব লভিলে। ৰাতিপুৱা ৮ বজাত ডাঃ বৰুৱা আৰু ডাঃ দাসে কোঠাটোৰপৰা উচুপি উচুপি বাহিৰলৈ ওলাই আহি ক'লে—"ইমান চেষ্টা কৰা সত্ত্বেও ভগৱানে আৰু কিছুদিনৰ বাবে এটা জীৱন দান নিদিলে।"

অসমৰ আকাশত বিনামেঘে বজ্ৰপাত হ'ল। ফাগুন মহীয়া হুৰুকা বতাহে কোবাই নিয়া জুইৰ দৰে বৰদ'লৰ বিয়োগ বাতৰি সমগ্ৰ দেশত বিয়পি পৰিল। মহাত্মা গান্ধী, চৰ্দাৰ পেটেল, ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদ প্ৰমুখ্যে ভাৰতৰ বিভিন্ন প্ৰান্তৰ বৰেণ্য নেতাসকলে শোকবাৰ্তা পঠাই বীৰ সন্তানৰ গুণানুকীৰ্ত্তন কৰিলে, শোকত চকুলো টুকিলে।

কৰ্মবীৰৰ দেহ পঞ্চভূতৰ লগত মিহলি হ'ল সঁচা; কিন্তু তেখেতৰ

বিদেহী আত্মাই সৰগত থাকি তেখেতৰ অতি চেনেহৰ ছাত্ৰ-ছাত্ৰী-সকলক মানুহ হ'বলৈ, জননীৰ পূজাত প্ৰাণ আহুতি দিবলৈ সঁকীয়াই দি আছে তেখেতৰ মহৎ বাণীৰে।

## দেশবাণী ঃ

* মোৰ জন্মভূমি! তুমি মোৰ স্নেহশীলা আইৰো জননী।
* দুখুনী জনমভূমি আই মোৰ! তুমিয়েই স্বৰ্গ, তুমিয়ে মোক্ষ, তুমিয়ে মোৰ জগদ্ধাত্ৰী।
* ভাৰতবৰ্ষ তপস্যাৰ ভূমি হ'লে কৰ্মৰো ভূমি।
* সকলো শিক্ষাৰ আগতে ভাৰতীয় শিশুৰ মহাভাৰত আৰু ৰামায়ণৰ শিক্ষা হ'ব লাগে।
* মই সাত বছৰ বয়সত প্ৰায় এমাহে ৰামায়ণ পঢ়ি শেষ কৰোঁ। সেই দিনা আয়ে ধুম্‌ধামকৈ সবাহ পাতি মানুহক জলপান খুৱাইছিল।
* যেতিয়া মই জালিয়ানৱালাবাগৰ নিষ্ঠুৰ অত্যাচাৰৰ কথা শুনিলোঁ, বিশ্বকবি ৰবীন্দ্ৰনাথৰ নাইট উপাধি বৰ্জনৰ কথা শুনিলোঁ, মই তেতিয়াই চাহাবী চলন-ফুৰণ এৰি পেলালোঁ।
* জীৱনৰ সকলো শিক্ষাৰ ওপৰৰ শিক্ষা অহিংসা দেৱভাৱ।
* বৰ ভাল পাওঁ মই মোৰ দুখীয়া ভাই-ভনীবিলাকৰ সহজ সৰল জীৱন।
* জাতীয় গৌৰৱেৰে মোৰ দেশ মণ্ডিত।
* বহু শতাব্দীৰ পিচত একোজন মহাজন, মহামানৱ আহি জগতত এছাটি পোহৰ দি তাৰ ৰশ্মি দিগ্‌ দিগন্তত বিকীৰ্ণ কৰি শত শতাব্দী ব্যাপ্ত কৰি থৈ যায়।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ এগৰাকী সৰ্বভাৰতীয় ৰাজনীতিবিদ্ হোৱাৰ উপৰিও প্ৰথম শ্ৰেণীৰ উকীল, প্ৰবীণ কবি-সাহিত্যিক, গায়ক, গীতিকাৰ আছিল। নবীনচন্দ্ৰৰ ভায়েক গিৰীশচন্দ্ৰ আৰু দুই

পুত্ৰ-কন্যা ক্ৰমে—অপূৰ্ব্বকুমাৰ বৰদলৈ আৰু নলিনীবালা দেৱীয়ে ভাষা-জননীৰ বেদীত উল্লেখযোগ্য অৰিহণা আগবঢ়াই গৈছে। সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাই নবীনচন্দ্ৰ বৰদলৈৰ ৰচনাসমূহক সংগীত আৰু কবিতা, নাটক আৰু অভিনয়, কথা সাহিত্য—তিনিটা ভাগত ভগাইছে। ছাত্ৰাৱস্থাতে লিখা ধৰ্ম সংগীত নামৰ গীতৰ পুথিৰ পঞ্চ গীতিকাৰৰ দুজন আছিল—নবীনচন্দ্ৰ বৰদলৈ আৰু আনন্দচন্দ্ৰ আগৰৱালা।

বৰদলৈৰ ভাৰতীয় শাস্ত্ৰীয় সঙ্গীত আৰু শঙ্কৰী গীত-বৰগীত, নাট অভিনয়ৰ প্ৰতি অসীম শ্ৰদ্ধা আছিল আৰু সেইবোৰ অনুশীলন কৰিছিল। বৰদলৈ ৰচিত "শ্যাম বৰণীয়া অসম আই ধুনীয়া, ভাৰতৰ নুমলীজী" আৰু "ডেকা-গাভৰুৰ দল! বীৰ-বীৰঙ্গনাৰ দল" গীত দুটিয়ে বেজবৰুৱা ৰচিত—"অ' মোৰ আপোনাৰ দেশ।" আৰু "আমি অসমীয়া নহওঁ দুখীয়া" গীত দুটাৰ সমপৰ্যায়ৰ বুলি দাবী কৰিব পাৰে।

অসহযোগ আন্দোলনৰ সময়ত মহাত্মা গান্ধীৰ বাণী প্ৰচাৰ কৰি যেতিয়া নবীনচন্দ্ৰ বৰদলৈ ৰচিত নিম্নোক্ত গীতটি কৰ্মবীৰে নিজে সুৰ লগাই গাইছিল, জনতাই মুক্ত হস্তে দানৰ শৰাই আগবঢ়াইছিল। আইসকলে হাতৰ-কাণৰ সোলোকাই জননী পূজাৰ উপচাৰ দিছিল।

"কোন ক'ত আছ জনমভূমিৰ
ভকত সন্তান
আজি আইৰ পূজা হ'ব
আহ লৈ আহ
কোনে কি কৰিবি দান।
যাৰ আছে সোণ, যাৰ আছে ৰূপ
আঁজলি ভৰাই আন
যাৰ একো নাই দিয়ক মাথোন
ব্যথিত হৃদয় দান।

সঙ্গীতপ্ৰাণ কৰ্মবীৰৰ সঙ্গীতময় ঘৰখনত অহৰ্নিশে সঙ্গীতৰ সুৰ বাজিছিল। শোৱাপাটীত পুৱাৰ বৰগীত গাই কৰ্মবীৰে শয্যা ত্যাগ কৰিছিল।

'অসমৰ মুকুটবিহীন ৰজা' কৰ্মবীৰৰ সাহিত্যৰ ৰসাস্বাদন কৰি মোৰ অগ্ৰজ প্ৰতিম তৃতীয় জন সাহিত্য-গুৰু (প্ৰথম দুজন বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা) প্ৰয়াত ডক্টৰ হেমন্ত কুমাৰ শৰ্মাই লিখিছে—"বৰদলৈয়ে যদি ৰাজনীতিত নালাগি কেৱল সাহিত্য চৰ্চাতেই মন পুতি লাগিলহেঁতেন, তেনেহ'লে অসমীয়া ভাষা-জননীয়ে তেওঁৰপৰা প্ৰচুৰ সাহিত্যিক সম্ভাৰ লাভ কৰিব পাৰিলেহেঁতেন।"

বৰদলৈ বহুভাষী লোক আছিল। মাতৃ ভাষাৰ উপৰিও বঙলা, হিন্দি, ইংৰাজী, উৰ্দু ভাষাত ৰচিত নাট, কবিতা তেখেতে পঢ়িছিল আৰু সিবোৰৰ ওখ ভাবৰখিনি মাতৃ ভাষাৰ মাধ্যমেদি আমাৰ মাজত বিলাই দি গৈছে। ছিলেট জেলত থাকোঁতে মহাকবি চেক্সপীয়েৰ ৰচিত নাটসমূহ অধ্যয়ন কৰি তাৰে তিনিখন 'Troilus and Cressida' 'King Lear' আৰু 'Taming of the shrew' অসমীয়ালৈ ভাঙি যথাক্ৰমে 'তৰুণ কাঞ্চন', 'বিষাদ-কাহিনী', আৰু 'দন্দুৰী দমন' নাম দিয়ে। বৰদলৈৰ উৰ্দুৰপৰা অনূদিত পুথি 'গল্পগুচ্ছ', আৰু 'হাতেমতাই'। তেখেতৰ পৌৰাণিক নাট—'কৃষ্ণলীলা' (১৯৩৩), ঐতিহাসিক নাট জয়মতী, সামাজিক নাট 'গৃহলক্ষ্মী' (১৯১১) আৰু উপন্যাস 'প্ৰশান্ত-শান্তি'।

বৰদলৈৰ স্বৰচিত আৰু অনূদিত কবিতাৰ সংখ্যাও উলাই কৰিবলগীয়া নহয়। তেখেতৰ কবিতাসমূহক তিনিটা ভাগত বিভাজন কৰি—(১) জাতীয় সঙ্গীত (২) কৃষ্ণলীলাৰ গীত (৩) 'কবিতা-ভাগ' নাম দিয়া হৈছে। জাতীয় সঙ্গীত খণ্ডত জনজাগৃতিৰ ভাব, 'কৃষ্ণলীলা' খণ্ডত ঈশ্বৰ চিন্তা আৰু 'কবিতাভাগ'ত সৰগ শিশুৰ নিৰ্মল চৰিত্ৰ গঠনত জোৰ দিয়া হৈছে। ফুলো ফুলো কৰি থকা,

আধাফুলা কলিটিৰ দৰে থুনুক্-থানাক্ আধাফুটা মাতেৰে জোনবাইৰ একণিকা গাত সানি উমলি থকা শিশুটিৰ ৰেহৰূপ চাই বৰদলৈয়ে কবিতা সুৰেৰে গাইছে—”

আ দোনাবাই আ দোনাবাই
হাঁহিৰ লহৰী তাত
সেই হে জোনৰে তয়ো একণিকা
শুনি হাঁহে তোৰ মাত।

বৰদলৈ পৰম ভকত আৰু ঈশ্বৰ পৰায়ণ লোক আছিল। তেখেতৰ মৰমৰ নাতিনী অৰুণা বৰদলৈয়ে তেখেতৰ ধৰ্মজীৱনত ভুমুকি মাৰি কৈছে—“ককাদেউতাৰ ভগৱানৰ প্ৰতি অটল বিশ্বাস। কেতিয়াবা কিবা সমস্যা আহি পৰিলে ভগৱানক চিন্তা কৰি আমাৰ ঘৰত থকা আৰামী চকীখনত পৰি চকু মুদি চিন্তাশীল যেন দেখিলেও পিচ মুহূৰ্তত গোসাঁই ঘৰত সেৱা কৰি গোপাল ঠাকুৰক সকলো অৰ্পণ কৰি নিজ কৰ্তব্যলৈ ওলাই যায়।”



# নটসূৰ্য্য ফণী শৰ্ম্মাৰ শিল্পকৰ্ম আৰু জীৱন-দৰ্শন

একোটা যুগৰ সন্ধিক্ষণত একোজন বিশেষ ব্যক্তি—ৰাজনীতিবিদ, বৈজ্ঞানিক, সাহিত্যিক, ধৰ্ম্মগুৰু অথবা মহাপুৰুষৰ জন্ম হয়। যুগস্রষ্টা সেই লোকসকলক বংশগতি, পাৰিপাৰ্শ্বিকতা, প্ৰাকৃতিক জগতৰ অনুকূল-প্ৰতিকূল অৱস্থা, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক তথা ধৰ্ম্মীয় ৰীতি-নীতিয়ে গঢ় দিয়ে।

'অভাৱেই আবিৰ্ভাৱৰ মূল' বুলি এষাৰ প্ৰবাদবাক্য আছে। কালৰূপী অনন্ত শয্যাত শয়ন কৰি বিষ্ণুয়ে এটি দাৰুণ অভাৱ দেখিলে। অভাৱ পূৰণাৰ্থে তেওঁৰ ইচ্ছাত নাভিকমলৰপৰা ব্ৰহ্মাৰ সৃষ্টি হ'ল আৰু ব্ৰহ্মাৰপৰা বিশ্ব ব্ৰহ্মাণ্ডত চাৰিমুঠি জীৱ—উৰণ, বুৰণ, গজন, ভ্ৰমণৰ সৃষ্টি হ'ল। বিশ্বমানৱো তাৰেই এমুঠি জীৱ, ভ্ৰমণৰত জীৱ। মানৱ ঈশ্বৰৰ জীৱশ্ৰেষ্ঠ সৃষ্টি। আন তিনিমুঠি জীৱ মানৱ সেৱাৰ কাৰণেই সৃষ্ট বুলি ক'লে বোধকৰোঁ ভুল কৰা নহ'ব। মানৱে ব্ৰহ্মজ্ঞান অৰ্থাৎ জ্ঞান-বিজ্ঞান-তদঙ্গ-ৰহস্য ভেদ কৰিবলৈ বা লাভ কৰিবলৈ হ'লে নিজৰ বুদ্ধিমত্তাৰে বাকী তিনিমুঠি জীৱ তথা পদাৰ্থ আৰু ৰাসায়নিক বিদ্যা-প্ৰক্ৰিয়াৰ লগত নিবিড় সম্পৰ্ক ঘটাব পাৰিব লাগিব। নৈসৰ্গিক সম্পদৰাজিৰ মাজত একীভূত হৈ থকা অথচ সহজে ঢুকি নোপোৱা ভূমণ্ডল আৰু নভোমণ্ডলৰ লগত সম্পৰ্ক স্থাপন কৰিবলৈ যুগ যুগ ধৰি চেষ্টা কৰি অহা হৈছে আৰু এই সন্দৰ্ভত জীৱশ্ৰেষ্ঠ মানৱ কিছু পৰিমাণে সফলো হৈছে। সফলকাম হ'ব লাগিলে এই সকলোৰে মূলত লাগিব কঠোৰ সাধনা, অধ্যৱসায়, কষ্ট আৰু ত্যাগ স্বীকাৰ আৰু লাগিব সবাতো উৰ্দ্ধত এটি অনুসন্ধিৎসু

মন আৰু কৰ্মপদ্ধতি। পাশ্চাত্যৰ চক্ৰেটীচ্, গেলিলিও, ৰুচো, জৰ্জ ওৱাচিংটন, বুকাৰ ওৱাচিংটন, আব্ৰাহাম লিঙ্কন, আলেকজেণ্ডাৰ, নেপোলিয়ন, কবি-সাহিত্যিকৰ ভিতৰত—মিল্টন, চেক্সপীয়েৰ, ওৱৰ্ডচ্ ওৰ্থ, কীটচ্, শ্বেলী আদি কঠোৰ সাধনা আৰু পৰিবেশৰ সৃষ্টি। প্ৰাচ্যৰ বাল্মীকি, ব্যাস, মনু, কৌটিল্য, ভৱভূতি, কালিদাস, বুদ্ধ, মহাবীৰ, যীশু, হজৰত, শঙ্কৰদেৱ, শ্ৰীচৈতন্য, ৰামকৃষ্ণ পৰমহংস, মহাত্মা গান্ধী, স্বামী বিবেকানন্দ, ৰবীন্দ্ৰ নাথ, বঙ্কিমচন্দ্ৰ আৰু আধুনিক অসম গঢ়োতা মণিৰাম, পিয়লি, কুশল কোঁৱৰ, লক্ষ্মীনাথ বেজবৰুৱা, কনকলতা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, কমলাকান্ত ভট্টাচাৰ্য্য, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰি ৰায়চৌধুৰী, নলিনীবালা দেৱী, চন্দ্ৰনাথ শৰ্মা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আদি তদ্ৰূপ। সমসাময়িক ৰাজনীতি, সাহিত্য-সংস্কৃতি তথা সমাজ ব্যৱস্থাৰ অনুকূল-প্ৰতিকূল গতিত অসমত একে সময়তে জন্ম হৈছিল এচাম বিপ্লৱী শিল্পীৰ—গীত-নৃত্য-ভাওনা শিল্পীৰ। তাৰে শ্ৰেষ্ঠ ত্ৰিমূৰ্ত্তি আছিল ৰূপকোঁৱৰ জ্যোতি-প্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু নটসূৰ্য্য ফণী শৰ্ম্মা। আচৰিত ধৰণে এই শ্ৰেষ্ঠ শিল্পী তিনিওগৰাকীৰ জন্ম পুৰাণ প্ৰসিদ্ধ শোণিতপুৰত, আবিৰ্ভাৱকালো ওচৰা-উচৰি আৰু সৃষ্টিও বাণ-ৰঙ্গমঞ্চৰ। অসমৰ নাট্যাকাশৰ উদিত সূৰ্য্য ফণী শৰ্ম্মাৰ জন্ম পুৰাণ প্ৰসিদ্ধ শোণিতপুৰত, আধুনিক তেজপুৰ চহৰত, ১৯১০ চনত। তেওঁৰ মাতৃ হোমেশ্বৰী দেৱী। পিতৃ মোলান শৰ্ম্মা সেই সময়ৰ এগৰাকী অভিনয় আৰু সঙ্গীত অনুৰাগী লোক আছিল। বুৰঞ্জী প্ৰসিদ্ধ বাণ-ৰঙ্গমঞ্চৰ মোলান শৰ্ম্মা এগৰাকী নামজ্বলা অভিনেতাই নাছিল ; সেই সময়ত বাণ থিয়েটাৰৰ উদ্যোগত গঢ়ি উঠা জনপ্ৰিয় কনচাৰ্ট পাৰ্টিৰ তেখেত আছিল বিশিষ্ট বাঁহী বাদক। তেখেতৰ আৰ্থিক অৱস্থা আছিল অতিশয় টনকিয়াল। অঞ্চলটোৰ অন্যতম আঢ্যৱন্ত নাগৰিক মোলান শৰ্ম্মাৰ পাঁচটি সন্তানৰ ভিতৰত নটসূৰ্য্য ফণী শৰ্ম্মা

আছিল একমাত্ৰ পুত্ৰ সন্তান। মাত্ৰ পাঁচ বছৰ বয়সতে ফণী শৰ্ম্মাই মাঘ বিহুৰ ভেলাঘৰত অভিমন্যু চৰিত্ৰৰ বচন আওৰাই সমজুৱাক মোহিত কৰিছিল। শৰ্ম্মাৰ অভিনয় জীৱনৰ ইয়েই প্ৰথম প্ৰেৰণাৰ উৎস, যোগসূত্ৰ আৰু সফল পদক্ষেপ। আঠ-দহ বছৰ বয়সত, শৈশৱ আৰু যৌৱনৰ দোমোজত আবেলি বাট-চ'ৰাৰ প্ৰাঙ্গনৰ সেউজীয়া মুকলি বাকৰিত সমনীয়াৰ লগত প্ৰায়েই ৰামায়ণ নাইবা মহাভাৰতৰ হৃদয়ে ভাল পোৱা চৰিত্ৰবোৰৰ সংলাপ আওৰাইছিল। ১১ বছৰ বয়সতে তেজপুৰ চহৰৰ গণ্যমান্য নাট্যমোদী দৰ্শকৰ আগত লাচিত বৰফুকনৰ চৰিত্ৰটো অভিনয় কৰি জনপ্ৰিয় হৈ উঠিছিল। সেইটো আছিল ভাৰতৰ স্বাধীনতা যুঁজৰ অসহযোগৰ আন্দোলনৰ সময়, ১৯২১ চনৰ জুন মাহ। তেজপুৰ এম্. ই. স্কুলৰ বঁটা বিতৰণী সভাৰ পৰিপ্ৰেক্ষিতত লাচিত বৰফুকন নাটকখন অভিনয় কৰা হৈছিল।

নটসূৰ্য্য শৰ্ম্মাই সুকণ্ঠেৰে দৰ্শক আৰু শ্ৰোতাক মোহিত কৰি প্ৰতিটো বচন গাই-ভূয়সী প্ৰশংসা লাভ কৰিছিল। প্ৰশংসাৰপৰা প্ৰেৰণা লাভ কৰিছিল আৰু প্ৰেৰণাৰপৰা অধ্যৱসায় গুণ আৰু নাটকীয় কৌশল আহৰণ কৰিছিল। অভিনয় ইমানেই চমৎকাৰ হৈছিল যে সভাপতিয়ে নিজ আসনৰপৰা উঠি গৈ শৰ্ম্মাক আকোৱালি ধৰিছিল। ইয়াৰ উপৰিও ল'ৰালি কালত উৎসৱে-পাৰ্ব্বণে সমনীয়াৰ লগত প্ৰায়েই অভিনয়ৰ আয়োজন কৰি নিজে বিভিন্ন চৰিত্ৰৰ ৰূপ দিছিল। স্কুলীয়া কালত ফুটবল খেলৰ শৰ্ম্মা এজন প্ৰবীণ খেলুৱৈও আছিল। স্কুলৰ ফুটবল দলটোৰ প্ৰতিনিধিত্ব কৰিছিল শৰ্ম্মাই আৰু গুৱাহাটীকে ধৰি বিভিন্ন স্কুল টুৰ্ণামেণ্টত অসমৰ বিভিন্ন ঠাইত টুৰ্ণামেণ্ট খেল অনুষ্ঠিত কৰিছিল। পিছলৈ শৰ্ম্মা তেজপুৰ টাউন ক্লাবৰ গ'লৰক্ষক হিচাপে জনপ্ৰিয় হৈ উঠিছিল।

শৰ্ম্মাৰ ঘৰৰ নাতিদূৰত বাণ-ৰঙ্গ-মঞ্চ অৱস্থিত। সেই মঞ্চৰ যোগেদি তাহানিতেই নাট্যাভিনয় আৰু নাট্যপ্ৰযোজনাৰ ক্ষেত্ৰত এটা নতুন যুগৰ সূচনা হৈছিল। পিতৃ মোলান শৰ্ম্মাৰ বাণ থিয়েটাৰৰ লগত

যি এটা বান্ধোন আছিল তাৰ ছাপ কোমল বয়সৰ পুত্ৰ ফণী শৰ্ম্মাৰ গাতো পৰিছিল দৃঢ়ভাৱে।

মোলান শৰ্ম্মাৰ ইচ্ছা আছিল একমাত্ৰ পুত্ৰক সংস্কৃত সাহিত্যৰ এজন বিদ্বান লোক হিচাপে গঢ়ি তোলাৰ। তেওঁৰ এই মনোবাঞ্ছা পূৰণৰ অৰ্থে পুতেক ফণী শৰ্ম্মাক নৱমমান শ্ৰেণীত পঢ়ি থকা অৱস্থাতে তেজপুৰৰপৰা কাশীলৈ লৈ যায় ও কাশী হিন্দু বিদ্যাপীঠত সংস্কৃত ভাষা-সাহিত্যৰ ছাত্ৰ হিচাপে নাম ভৰ্ত্তি কৰি দিয়ে। পিছে পুত্ৰক সংস্কৃত সাহিত্যৰ এজন বিশেষ ব্যুৎপত্তি থকা লোক হিচাপে গঢ়ি তোলাৰ পিতৃৰ স্বপ্ন বাস্তৱত ৰূপায়িত হ'বলৈ নাপালে। পুত্ৰৰ প্ৰাণত বাল্যকালতে যি নাট্যৰস সঞ্চাৰ হৈছিল তাৰ তীব্ৰ ক্ৰিয়াৰ ফল স্বৰূপে পিচলৈ ফণী শৰ্ম্মাই এজন প্ৰখ্যাত নাট্যশিল্পীৰ মৰ্য্যাদা লাভ কৰে। পিতৃদত্তা গৌড় কলেৱৰ আৰু নাট্য প্ৰেৰণা, স্বোপাৰ্জিত নাট্য-কৌশল, কল্লোলিত কণ্ঠস্বৰ আৰু অঙ্গ-চালনা আৰু বাণ-ৰঙ্গ-মঞ্চৰ কঠীয়াতলী আছিল নটসূৰ্য্য ফণী শৰ্ম্মাৰ—সূৰ্য্যত্ব প্ৰাপ্তিৰ পৃষ্ঠভূমি। বংশ, পৰিবেশ, স্থান আৰু কালৰ প্ৰভাৱ ফণী শৰ্ম্মাৰ দেহ আৰু মনত লম্বাকৃতিৰে পৰিছিল; তাত সন্দেহৰ অৱকাশ মাত্ৰ নাই। শৈশৱ আৰু কিশোৰতে বাণ ৰঙ্গমঞ্চৰ আকৰ্ষণে ঠাই ল'লে আৰু পিচলৈ বাঢ়ি গৈ সত্ৰীয়াৰ নামঘৰৰ দৰে ফণী শৰ্ম্মাৰ নাট্যমঞ্চই উপাসনাৰ পৱিত্ৰ বেদী হৈ পৰিল; ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ্য-লাভৰ কৰ্ম্মক্ষেত্ৰ হ'লগৈ। নাটক আৰু নাট্যাভিনয়ৰ বিশেষ জ্ঞান যুৱ অৱস্থাতে এই ৰঙ্গমঞ্চৰ যোগেদিয়েই আহৰণ কৰিছিল। মধ্য ইংৰাজী স্কুলৰ ছাত্ৰকালীন সময়ৰ মঞ্চস্থ কৰা নাটকবিলাকৰ ভিতৰত লাচিত বৰফুকনৰ উপৰিও আন এখন উল্লেখযোগ্য নাটক আছিল নকুলচন্দ্ৰ ভূঞাদেৱৰ ৰচিত 'বদন বৰফুকন'। এই নাটকৰ মিঙ্গিমাহা তিলোৱা, পতাল বৰবৰুৱাৰ দৃশ্যখণ্ড শৰ্ম্মাই অভিনয় কৰিছিল। মিঙ্গিমাহা তিলোৱাৰ ভূমিকাত কৰা সুন্দৰ অভিনয়ে দৰ্শকক অভিভূত কৰে। যুৱ অৱস্থাত বাণ-ৰঙ্গমঞ্চত তেওঁৰ জীৱনৰ

প্ৰথম ৰজনীত অভিনয় নাট আছিল 'জয়মতী' য'ত তেওঁ গদাপাণিৰ চৰিত্ৰ অভিনয় কৰিছিল। অভিনয়ৰ প্ৰতি বিশেষভাৱে অনুৰক্ত দেখা পাই বাণ-থিয়েটাৰৰ কৰ্ম্মকৰ্ত্তাসকলে এবাৰ তেওঁক ১৮ (ওঠৰ) বছৰ বয়সতে 'ৰাণাপ্ৰতাপ' নাটকৰ বৃদ্ধ আকবৰৰ চৰিত্ৰটো পৰীক্ষা-মূলকভাৱে আগবঢ়ায়। এই বৃদ্ধ আকবৰৰ চৰিত্ৰটো সেই বয়সতে বাণ-ৰঙ্গমঞ্চৰ পূৰঠ দৰ্শকৰ আগত নিখুঁতভাবে ৰূপায়ণ কৰাত বিশেষভাৱে সফলকাম হয়, যি সফলতা তেওঁৰ মনোবল আৰু আত্ম-বিশ্বাস বঢ়োৱাত বিশেষভাবে সহায়ক হৈ পৰে। এইখিনিতে উল্লেখযোগ্য যে অভিনয় প্ৰতিভাক সমৃদ্ধ কৰাৰ বাবে তেওঁ বিশেষ-ভাবে তপস্যা কৰিছিল, অভিনেতাৰ বাবে অতি প্ৰয়োজনীয় প্ৰবেশ আৰু প্ৰস্থানৰ খোজ-কাটল, দেহৰ ভঙ্গীৰ ভাৰসাম্যক দিনৰ পিচত দিন ধৰি নিষ্ঠাৰে অভ্যাস কৰিছিল, ঘৰৰ নিচেই ওচৰেৰে বৈ যোৱা বিশাল ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰ্ব্বতকেইটাৰ আৰত আনৰ অগোচৰে।" ব্ৰহ্মপুত্ৰৰ কোবাল ঢৌৰ শব্দৰ লগত সুৰ মিলাই গলাৰ সাধনা কৰিছিল ব্ৰহ্মপুত্ৰৰ পাৰৰ শিলাখণ্ডৰ আঁৰ লৈ। এনেদৰেই অভিনয়ক সৰ্ব্বাঙ্গসুন্দৰ ও মনোৰম কৰি গঢ়ি তোলাৰ এক অতি দৃঢ় প্ৰয়াস তেওঁ যুৱ অৱস্থাৰপৰাই আৰম্ভ কৰিছিল।

১৯৩০ চনত ভ্ৰাম্যমান নাট্যজগতৰ বাটকটীয়া ব্ৰজনাথ শৰ্ম্মাৰ দ্বাৰা সংগঠিত "আসাম কহিনুৰ অপেৰা পাৰ্টি"ত যোগদান কৰি ভাটিৰ গোৱালপাৰাৰপৰা উজনিৰ ডুমডুমা পৰ্য্যন্ত বিভিন্ন ঠাইত 'কালাপাহাৰ', 'হিন্দুবীৰ', 'বিজয় বসন্ত', 'মৰাণ-জীয়ৰী', 'ৰঞ্জিৎ সিংহ', 'বৰ্জ্জিতা' আদি বিভিন্ন নাটকত একোটিকৈ গুৰুত্বপূৰ্ণ চৰিত্ৰত ও কোনো কোনো নাটকত নামভূমিকাত অংশ গ্ৰহণ কৰি ২০/২২ বছৰ বয়সতে তাহানিৰ বৰ অসমৰ এজন বিশিষ্ট অভিনেতা হিচাপে নিজকে প্ৰতিষ্ঠা কৰে। বিশেষকৈ 'হিন্দুবীৰ' নাটকৰ আদিলচাহৰ ভূমিকাত, 'মৰাণ-জীয়ৰী' নাটকত ভৈৰৱৰ ভূমিকাত আৰু পৌৰা-ণিক, ঐতিহাসিক দুই-এখন নাটকৰ নামভূমিকাত কৰা প্ৰাণস্পৰ্শী

অভিনয়ে দৰ্শকৰ অন্তৰত কোনোকালে মচিব নোৱাৰা গভীৰ সাঁচ বহুৱায়। বাণ-ৰঙ্গমঞ্চৰ প্ৰথম অভিনয় ৰজনীত পোৱাৰ দৰে কহিনূৰ অপেৰাতো প্ৰথম অভিনয় ৰজনীত গোৱালপাৰাত এটা মেডেল লাভ কৰে। অপেৰা পাৰ্টিৰ নাটকৰ অভিনয় আৰম্ভ হৈছিল ৰাতি নটা বজাত ও প্ৰায়বোৰ নাটকৰ যৱনিকা পৰোঁতে প্ৰায় ৰাতি পুৱাওঁ পুৱাওঁ হয়। 'বিজয় বসন্ত' নামৰ নাটকখনৰ যৱনিকা পৰোঁতে ৰাতিপুৱা চালে-বেৰে ৰ'দ পৰে। 'কালাপাহাৰ' নাটকৰ দিনা ৰাতি পুৱায় যায়। এনেদৰেই নানান ক্লেশ-কষ্টৰ মাজেদি অনিদ্ৰাৰে ও মাজে মাজে খোৱা-বোৱাৰ অতি কষ্টৰ মাজেৰেও অপেৰা পাৰ্টিৰ নাট্য নিবেদনৰ অভিযান চলি থাকে।

অসমত সহ অভিনয়ৰ সূচনা হয় ১৯৩৩ চনত ডুমডুমা মঞ্চত। এই ঐতিহাসিক ক্ষণত অভিনয়াচাৰ্য্য ব্ৰজনাথ শৰ্মাক সকলো ফালৰপৰাই সহায়-সহযোগ আগবঢ়ায় নটসূৰ্য্য শৰ্মাই। এই ঐতিহাসিক পদক্ষেপৰ প্ৰথম সূচনা হৈছিল ব্ৰজ শৰ্মা ও তেওঁৰ পাঠশালাৰ ওচৰৰ ডুবীৰ পৰিহৰেশ্বৰ দেৱালয়লৈ হোৱা যাত্ৰাৰ মাজেৰে। তাৰে সাৱিত্ৰী আৰু সজনী নামে দুগৰাকী দেৱদাসীৰ লগত প্ৰথম এই বিষয়ে আলোচনা কৰি বহুখিনি অগ্ৰগতি লাভ কৰে। ১৯৩৪/৩৫ চন মানত তেওঁ নাহৰকটীয়াৰ (উজনি অসমৰ) ভদ্ৰকান্ত গগৈৰ আৰ্থিক সাহায্যত ও প্ৰযোজনাত "আইডিয়েল ড্ৰামাটিক ক্লাব" নামৰ এটা নাট্যদল গঠন কৰি অসমৰ বিভিন্ন ঠাইত বিশেষকৈ উজনি অসমৰ ভিতৰুৱা ঠাইবোৰতো নাট প্ৰদৰ্শন কৰি কটায়। এই নাট্যদলবোৰৰ জৰিয়তে দেখুওৱা বালষ্ঠ অভিনয়ৰ বাবে তাহানিৰ বৰ অসমৰ বিভিন্ন ঠাইৰ নাট্যমোদী দৰ্শকৰ মৰমৰ চিনস্বৰূপে সেই কম বয়সতে প্ৰায় দুকুৰী সোণ-ৰূপৰ পদক লাভ কৰে। 'আইডিয়েল ড্ৰামাটিক ক্লাব' নামৰ নাট্যদল লৈ ভিতৰুৱা ঠাইবোৰত

---

লহায় লোৱা হৈছে :—৺শৰ্মাৰ বাল্যবন্ধু শিল্পী—৺চন্দ্ৰধৰ গোস্বামী, ৺ডঃ ভব হাজৰিকা, দেবেন্দ্ৰনাথ চলিহা আৰু আন শৰ্মাৰ ৰচনাৰপৰা।

সেই ১৯৩৪/৩৫ চনত ঘূৰি ফুৰা কালত বিভিন্ন সময়ত মিৰিচাপ্ত, দেউৰী-চাপ্ত আদিত থকামেলা কৰি উচ্চমানৰ অভিনয় প্ৰদৰ্শন কৰি দৰ্শক ৰাইজৰ আশিস-নিৰ্ম্মালি লাভ কৰিবলৈ সক্ষম হৈছিল। 'আইডিয়েল ড্ৰামাটিক ক্লাব' নামৰ থিয়েটাৰ পাৰ্টিৰ উপৰিও পিচলৈ আসাম ষ্টাৰ থিয়েটাৰ পাৰ্টি নামৰ এটা নাট্যদল গঠন কৰিও বিভিন্ন ঠাইত নাট প্ৰদৰ্শন কৰি কটায়। এনেদৰেই চতুৰ্থ দশকত গঠন হোৱা উদ্ধৃত নাট্যদলবোৰে তাহানিৰ বৃহৎ অসমৰ নাট্যআন্দোলনক এটা উচ্চস্তৰলৈ লৈ যোৱাত অভূতপূৰ্ব অৰিহণা যোগায়। লগে লগে এই নাট্যদলবোৰৰ বলিষ্ঠ নাট্যপ্ৰযোজনা ও অভিনয়ে অসমৰ কেউদিশে এক বিশাল নাট্যানুৰাগী আৰু নাট্যমোদী দৰ্শকৰ সৃষ্টি কৰে। এই নাট্যদলবোৰে তাহানিৰ সেই দশকটোত যথেষ্ট কষ্ট আৰু আহুকালৰ মাজেৰে বিভিন্ন ঠাইত নাট প্ৰদৰ্শন কৰিবলগীয়া হৈছিল। বিজুলী চাকিৰ অভাৱত প্ৰায় গোটেই নিশা জুৰি চলা নাটবোৰত বিকল্প উপায় উদ্ভাৱন কৰি আৰিয়া, জোৰ-বন্তি আদি লৈ মঞ্চত পোহৰৰ ব্যৱস্থা কৰিবলগীয়া হৈছিল। এঠাইৰপৰা আনঠাইলৈ যোৱাৰ বাবে যাতায়াতৰো সুবন্দবস্ত তেতিয়া একেবাৰেই নাছিল। স্থলপথতকৈ জলপথেৰে চলাচল আছিল বহু খেত্ৰত অধিক আৰু সুগম। তেনেদৰে থকা মেলাৰ সা-সুবিধাও প্ৰায়বোৰ ঠাইতে আশানুৰূপ নাছিল। এনেধৰণৰ নানান প্ৰতিকূল পৰিস্থিতিকো নাট্যশিল্পীসকলে নিজৰ ঐকান্তিকতা আৰু দৃঢ়তাৰ বলেৰে অতিক্ৰম কৰি আগুৱাই গৈছিল। সেই সময়তে শৰ্ম্মা এবাৰ টান নৰিয়াতো পৰি যোৱা-যোৱা অৱস্থা হৈছিল। যা হওক, সুচিকিৎসা পাই পিচলৈ আৰোগ্য লাভ কৰে। ভ্ৰাম্যমান যাত্ৰা-দলত অতিবাহিত বছৰবোৰৰ এছোৱাত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ দ্বাৰা নিৰ্মিত প্ৰথম অসমীয়া কথাছবি "জয়মতী"ৰ এটি গুৰুত্বপূৰ্ণ ভূমিকাতো শৰ্ম্মা অৱতীৰ্ণ হয়। গাঠি হাজৰিকা নামৰ চৰিত্ৰটো ৰূপায়ণৰ জৰিয়তে বোলছবি শিল্পৰ লগত জড়িত হৈ এই বিষয়টোৰ ওপৰত

ইয়াৰ বিভিন্ন দিশ সম্বন্ধে বিশেষ অভিজ্ঞতা লাভ কৰে। জ্যোতিপ্ৰসাদৰ অপৰিসীম কষ্ট আৰু পৰিশ্ৰমৰ বিনিময়ত মুক্তি পোৱা এই বোলছবি চাই লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে মন্তব্য কৰিছিল এনেদৰে "কামৰূপ নাট্যমন্দিৰত চিত্ৰলেখা মুভিটোন কোম্পানীৰ চিত্ৰকৌশল আৰু ভাৱৰীয়াসকলৰ ভাবৰ পূৰ্ণতা দেখি তবধ মানিলোঁ। অভিনেতাসকলৰ ভিতৰত গাঠি হাজৰিকা, শ্ৰীফণী শৰ্ম্মা, বৰফুকন, ডঃ ললিত মোহন চৌধুৰী, অভিনেত্ৰীসকলৰ ভিতৰত ডালিমী, জয়মতী, সেউতী, ৰাজমাওৰ ভাওলোৱা মহিলা কেইগৰাকীৰ দৰে ভাৰতবৰ্ষত আনকি সমস্ত পৃথিৱীতেই বহু অভিনেতা-অভিনেত্ৰী ওলাব বুলি মোৰ বিশ্বাস নহয়।......( সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ গ্ৰন্থ "মঞ্চলেখা" )। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱায়ো 'জয়মতী' বোলছবিখনৰ ওপৰত অতিশয় উচ্চমত দাঙি ধৰিছিল।

চতুৰ্থ দশকৰ শেহৰ কালছোৱা ও পঞ্চম দশকৰ প্ৰথম কেইবছৰমানৰ ভিতৰত শৰ্ম্মাই বহুবোৰ গ্ৰামোফোন ৰেকৰ্ডত বাণীবদ্ধ হোৱা ৰেকৰ্ড নাটিকাত অংশ গ্ৰহণ কৰে। এই ৰেকৰ্ড নাটিকাবোৰৰ প্ৰায়বোৰেই নিৰ্মিত হৈছিল কলিকতাৰ "চেলোনা কোম্পানী" নামৰ ভাৰতীয় প্ৰতিষ্ঠান এটাৰ যোগেদি। ১৯৩৬/৩৭ চনত নিৰ্মিত হোৱা ৰেকৰ্ড-নাট্য দুখন আছিল 'জয়মতী' ও 'শোণিতকুঁৱৰী'। 'জয়মতী'ত তেওঁ গদাপাণি আৰু গাঠি হাজৰিকাৰ চৰিত্ৰ ৰূপায়িত কৰিছিল। আনফালে 'শোণিতকুঁৱৰী'তো তেনেকৈ বাণৰজা আৰু নাপিতৰ দুয়োটা চৰিত্ৰ ৰূপায়িত কৰিছিল। স্বয়ং জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে নিজেই তদাৰক কৰি নিৰ্ম্মাণ কৰিছিল উপৰোক্ত ৰেকৰ্ড-নাট্য দুখন কলিকতাত থকা চেনোলা গ্ৰামোফোন কোম্পানীত। শৰ্ম্মায়ো ৰূপকোঁৱৰে আশা কৰা অনুসৰি দুখন নাট্যৰ চাৰিটা পৰস্পৰ বিৰোধী চৰিত্ৰও বিভিন্ন কণ্ঠস্বৰ সফলতাৰে ব্যৱহাৰ কৰি শ্ৰোতা ৰাইজৰ অন্তৰ জয় কৰিবলৈ সক্ষম হৈছিল। ই সম্ভৱপৰ হৈছিল শৰ্ম্মাই সৰুকালৰপৰাই আৰম্ভ কৰা কঠিন

কণ্ঠ সাধনাৰ বাবেহে। ইয়াৰ পাছত তেওঁ গ্ৰামোফোন ৰেকৰ্ডৰ বাবে কেইবাখনো নাটক নিজে ৰচনা কৰে। এই ৰেকৰ্ড-নাট্যবোৰ, যেনে—'নৰকাসুৰ', 'হাজোৰ নটী', 'কুৰঙ্গনয়নী', 'এম. এল. এ.' আদি পঞ্চম দশকৰ প্ৰথম কেইবছৰত কলিকতাৰ চেনোলা ও এইচ, এম. ভি. গ্ৰামোফোন কোম্পানীত বাণীবদ্ধ কৰে। এই আটাইবোৰ নাটকেই সেই সময়ত যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। স্বাধীনভাবে আৰু কাৰ্য্যকৰীভাৱে কথাছবি নিৰ্ম্মাণৰ পৰিকল্পনা হাতত লয় ১৯৪৭ চন মানত।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ লগত যুটীয়াভাবে পৰিচালনা কৰি 'চিৰাজ' নামৰ বোলছবিখনক প্ৰেক্ষাগৃহত মুকলি কৰে ১৯৪৮ চনত। আকৰ্ষণীয় এই বোলছবিখনে সমগ্ৰ অসমতে এটি আলোড়নৰসৃষ্টি কৰে। প্ৰায়বোৰ ঠাইতেই অকল চহৰ অঞ্চলেই নহয়; গাঁও-ভূঁইৰ পৰাও ৰাইজ দলে দলে আৰু যাতায়াত সুব্যৱস্থা নথকা ঠাইৰপৰা গৰু গাড়ীৰে আহি ছবিখন উপভোগ কৰিছিল। দূৰদূৰণিৰপৰা অহা বহুতে, ৰাতিটো কটাই হ'লেও বোলছবিখন চোৱাৰ হেপাহ এৰিব পৰা নাছিল। সেই সময়তে কলিকতাকে ধৰি বঙ্গদেশৰ বিভিন্ন ঠাইত ভয়াবহ সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি হৈছিল। হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ লোকৰ মাজত হোৱা এই সংঘৰ্ষত লক্ষজনৰ প্ৰাণহানি হৈছিল। চুবুৰীয়া ৰাজ্য তাহানিৰ বিশাল অসমতো ঠাই বিশেষে ইয়াৰ প্ৰভাৱ প্ৰবলভাবে ঘনীভূত হৈছিল। সীমান্তগান্ধী খান আব্দুল গফৰ খান্ সেই সময়তে শান্তিৰ বাণী বিলাবলৈ অসমত উপস্থিত হৈছিল। তেওঁ অসমলৈ আহি 'চিৰাজ'ৰ কাহিনী ও গোটেই ৰাজ্যতে ইয়াৰ জনপ্ৰিয়তাৰ কাহিনী শুনি অসমত তেখেতৰ কৰিবলগীয়া যে একান্ত সীমিত এই আশ্বাস লভি সন্তোষ মনেৰে উভতি গৈছিল। "চিৰাজ" বোলছবিখনে সেই অতিশয় গুৰুত্বপূৰ্ণ কালছোৱাত সম্প্ৰীতিৰ বাণী বিলাই ঐক্য আৰু সংহতি অটুট ৰখাত বাৰুকৈ এক ঐতিহাসিক ভূমিকা লৈছিল। উক্ত কথাখিনি

১৯৭০ চনৰ আগষ্ট সংখ্যা 'অসম বাতৰিত' প্ৰকাশিত চিৰাজৰ নায়ক নটসূৰ্য্য শৰ্ম্মাৰ বাল্যবন্ধু ডঃ ভব হাজৰিকাৰ লেখা প্ৰবন্ধ 'নটসূৰ্য্য ফণী শৰ্ম্মা'ৰপৰা লোৱা হৈছে)। চিৰাজৰ অভূতপূৰ্ব্ব সাফল্য আৰু বিস্ময়কৰ জনপ্ৰিয়তাই তেওঁক কথাছবিৰ মাধ্যমেৰেও জনতাৰ কাষ চপাত উদগনি আৰু মনোবল যোগাইছিল। চিৰাজৰ পাছত তেওঁ পিয়লি ফুকন নামৰ দেশপ্ৰেমমূলক কথাছবিখন বহুতো বাধা-বিঘিনিৰ মাজেৰে নিৰ্ম্মাণ কৰি উলিয়ায়। কথাছবিখনৰ চিত্ৰনাট্য ৰচনা আৰু পৰিচালনাৰ উপৰিও নাটখনিতে থকা গোঁমধৰ কোঁৱৰৰ ভূমিকাত অবতীৰ্ণ হৈছিল। চিৰাজৰ দৰে পিয়লি ফুকন কথাছবি-খনকো দৰ্শকে আঁকোৱালি লয়। এই বোলছবিখনেও আন এক বিশেষ কৃতিত্বও অৰ্জন কৰে। ই অসমীয়া বোলছবিৰ জগতত পোনপ্ৰথমবাৰৰ বাবে ৰাষ্ট্ৰীয় স্বীকৃতি লাভ কৰিবলৈ সক্ষম হয়। এই কথাছবিখনে ৰাষ্ট্ৰপতিৰ 'Certificate of Merit' পদক লাভ কৰি অসমীয়া বোলছবি শিল্পক প্ৰথম বাৰৰ বাবে সৰ্ব্বভাৰতীয় মৰ্য্যাদা আনি দিয়াৰ গৌৰৱ অৰ্জন কৰে। ইয়াৰ পাছত তেওঁৰ দ্বাৰা পৰিচালিত সফল বোলছবি কেইখনমান হ'ল যথাক্ৰমে— ধুমুহা, কেঁচাসোণ আৰু পুৱতি নিশাৰ সপোন। এই বোলছবি-কেইখনৰ চিত্ৰনাট্যও তেওঁ ৰচনা কৰিছিল। ধুমুহা আৰু পুৱতি নিশাৰ সপোন কথাছবি দুখনৰ কাহিনীকাৰও আছিল শৰ্ম্মা নিজেই। তদুপৰি তেওঁ 'মণিৰাম দেৱান', 'নৰকাসুৰ' আদি কথা-ছবিৰ নামভূমিকাত অৱতীৰ্ণ হৈ যশস্যা লাভ কৰে। বিশেষ সুখ্যাতিৰে অভিনয় কৰা শৰ্ম্মাৰ আন অসমীয়া কথাছবিবোৰ হ'ল—এৰা বাটৰ সুৰ, আমাৰ ঘৰ, ইটো সিটো বহুতো, শকুন্তলা ইত্যাদি। ষষ্ঠ দশকৰ শেহৰ ফালে তেওঁ 'প্ৰাগজ্যোতিকা' নামৰ এখন তথ্যচিত্ৰও নিৰ্ম্মাণ কৰি উলিয়ায়।

অসমৰ অনাতাঁৰ জগতখনৰ লগতো তেওঁৰ আছিল এক নিবিড় সম্বন্ধ। গুৱাহাটীত অনাতাঁৰ কেন্দ্ৰ স্থাপন হোৱা কালৰেপৰা

১৯৫৪ চনত আকাশবাণীয়ে আয়োজন কৰা এক অনাতাঁৰ নাট প্ৰতিযোগিতাত তেওঁৰ দ্বাৰা ৰচিত নাট "ভোগজৰা" সৰ্ব্বশ্ৰেষ্ঠ নাট হিচাপে পৰিগণিত হয়। তদুপৰি নাটখনৰ বাণীবদ্ধ ৰূপত তেওঁ নিজেও অভিনয়ো কৰে। ইয়াৰ বাহিৰেও আকাশবাণীৰ দ্বাৰা প্ৰচাৰিত আন কেইবাখনো নাটকত শৰ্ম্মাই বিশেষ বিশেষ ভূমিকা গ্ৰহণ কৰে। ইয়াৰ ভিতৰত "চাজাহান" নাটকত চাজাহানৰ ভূমিকাত, চিৰাজ নাটকত চিৰাজৰ ভূমিকাত অৱতীৰ্ণ হয়। জয়দ্ৰথ-বধ নাটকত জয়দ্ৰথৰ ভূমিকাত তেওঁ আকৰ্ষণীয় ভূমিকা লয়। আনন্দমঠ নাটকতো এইদৰেই জনসংযোগৰ এই উল্লেখযোগ্য মাধ্যমটোৰ মাজেদিও অভিনেতা হিচাপে দৰ্শকক আনন্দৰ অপাৰ খোৰাক যোগাব পাৰিছিল।

১৯৫৫ চনত দিল্লীত অনুষ্ঠিত হোৱা এক সৰ্ব্বভাৰতীয় নাট মহোৎসৱত অসমৰ বিভিন্ন ঠাইৰ শিল্পীসকলৰ দ্বাৰা গঠিত এটা শক্তিশালী শিল্পীদলে ৰূপকোঁৱৰৰ শোণিতকুঁৱৰী নাটকখন প্ৰদৰ্শন কৰিছিলগৈ। এই নাট্যদলটোৱে সেই মহোৎসৱত সৰ্ব্বশ্ৰেষ্ঠ নাট্যদল হিচাপে স্বীকৃতি লাভ কৰিছিল। এই নাটকৰ এটি প্ৰধান চৰিত্ৰ বাণৰজাৰ ভূমিকাত শৰ্ম্মাৰ অভিনয়ে বিশেষভাৱে সমাদৰ লাভ কৰিছিল।

'অপেৰা পাৰ্টি' ভ্ৰাম্যমান থিয়েটাৰ, বোলছবি জগত, অনাতাঁৰ নাট্যজগত আদিৰ লগত তেওঁৰ সম্বন্ধ দীঘলীয়া ও গৌৰৱপূৰ্ণ যদিও ; ক'ব লাগিব যে অসমৰ অবৈতনিক/অপেচাদাৰী ৰঙ্গমঞ্চ আৰু নাট্যজগতৰ লগত শৰ্ম্মাৰ জীৱনযোৰা আৰু ব্যাপক সম্বন্ধ আছিল। অভিনয় আৰু ফণী শৰ্ম্মা একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি। সুবৰ্ণ আৰু কুণ্ডলৰ মাজত প্ৰভেদ নথকাৰ দৰে—ফণী শৰ্ম্মা আৰু অভিনয়ৰ মাজতো প্ৰভেদ বিচাৰি পোৱা কঠিন। থোৰতে ক'বলৈ হ'লে ফণী শৰ্ম্মা মানে অজুহাতলৈ পৰম পূজনীয় পিতৃৰ অনুশাসনকো অভিনয় আৰু অভিনয় মানেই ফণী শৰ্ম্মা। নহ'লেনো পূজনীয়

পিতৃদেৱৰ আগত নানা অজুহাত দেখুৱাই মাত্ৰ এঘাৰ বছৰ বয়সতে বাণ ৰঙ্গমঞ্চৰ মহিলা চাওঁৰ গেটত থিয় হৈ থকাৰ সুযোগতে নিয়মীয়া দৰ্শক হোৱা দিনৰেপৰা মৃত্যুৰ কেইদিনমান আগলৈকে কুঁহুবাটৌলত কৰা চিৰাজৰ অভিনয়লৈকে কৃষ্ণ-পাগল মহাপ্ৰভু চৈতন্যদেৱৰ দৰে অভিনয়-পাগল হৈ দিহিঙে-দিপাঙে ঘূৰি ফুৰেনে? মৃত্যু শয্যাত যমৰ লগত টনা-আঁজোৰা কৰি থকা সময়তো শৰ্ম্মাই তন্দ্ৰাচ্ছন্ন অৱস্থাত অস্ফুট স্বৰেৰে তেওঁ বহুকাল ধৰি ৰূপায়িত কৰি অহা কিছুমান প্ৰিয় নাট্য সংলাপ আওৰাইছিল। [ শিল্পী প্ৰয়াত কমল নাৰায়ণ চৌধুৰীদেৱৰ ৰচনাৰপৰা গ্ৰহণ কৰা ভাবোচ্ছ্বাস ] নটসূৰ্য্যই গঠনমূলক দৃষ্টিভঙ্গীৰে অসমৰ প্ৰায়বোৰ মঞ্চতে স্থানীয় শিল্পীসকলৰ সহযোগত তেওঁৰ প্ৰিয় নাটকবোৰ এখনৰ পিচত এখনকৈ মঞ্চস্থ কৰি অসমৰ মঞ্চজগতখনক গতিশীল কৰি ৰখাৰ প্ৰয়াস কৰিছিল আৰু সেই কাৰ্য্যত তেওঁ কৃতকাৰ্য্য হৈছিল। এইদৰে তেওঁ পৰিকল্পিত কাৰ্য্যক নিজকে বিলীন কৰি দিছিল। এই নাটবোৰ অভিনয় কৰোঁতে যাতে সকলোদিশৰপৰাই নিখুঁতভাবে পৰিৱেশন কৰা হয় আৰু ই যাতে দৰ্শক ৰাইজৰ অন্তৰত অবিস্মৃত ছাপৰ সৃষ্টি কৰিব পাৰে তাৰ বাবে যি কোনো ত্যাগ স্বীকাৰ কৰিবৰ বাবে মানসিকভাৱে প্ৰস্তুত আছিল।

বিশ্ববিশ্ৰুত নাট্যকাৰ অভিনেতা চেক্সপীয়েৰৰ আৰ্হিৰে শৰ্ম্মাই জীৱনযোৰা সাধনাত ভালদৰে পৰীক্ষা-নিৰীক্ষা কৰি সৰ্বকালৰ বাবে উপযোগী নাট আৰু নাটকৰ চৰিত্ৰবোৰৰ সৃষ্টি কৰিছিল। তেওঁৰ সমসাময়িক আৰু উত্তৰকালৰ সুধীসকলৰ শৰ্ম্মাৰ সম্পৰ্কত উল্লিখিত ৰচনাবোৰ অধ্যয়ন কৰিলে এটা কথা প্ৰতীয়মান ও পৰিস্ফুট হৈ উঠে যে তেওঁৰ সময়, শাৰীৰিক সামৰ্থ্য, আৰু যি সামান্য উপাৰ্জ্জন আছিল সেই আটাইখিনি যেন মঞ্চজগতৰ সমৃদ্ধিতহে প্ৰথমে প্ৰয়োগ কৰাৰ প্ৰয়োজন। এনে এটি দৰ্শনৰ বশৱৰ্ত্তী হৈ যেন তেওঁ দিনবোৰ পাৰ কৰিছিল। তেওঁ

ব্যক্তিগত নাইবা পৰিয়ালৰ সুখ-দুখ আৰু ভৱিষ্যতৰ চিন্তাতকৈও যেন মঞ্চজগতৰ চিন্তাতহে বেছি গুৰুত্ব দিছিল। বহল অৰ্থত সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনৰ উত্তৰোত্তৰ উন্নতিৰ কল্পে তেওঁৰ ধন-মন-তন উছৰ্গিত হৈছিল। সত্য-শিৱ-সুন্দৰৰ চিন্তা-ভাবনাই তেওঁৰ হৃদতন্ত্ৰীত অনুক্ষণে ঝঙ্কাৰ তুলি থকাৰ বাবেই খুব সম্ভৱ আৰ্থিক স্বচ্ছলতা আৰু ব্যক্তিগত সুখ-স্বাচ্ছন্দতাৰ কথাবোৰ নেওচি বহুলাংশে পাৰিবাৰিক চিন্তা আনকি শাৰীৰিক বাধাকো আওকাণ কৰি অভিনয় জগতত নিমজ্জিত হৈ থাকিছিল। আৰু সেই ভাব-দৰ্শন বুকুত বান্ধি অসমৰ বিভিন্ন স্থায়ী ও অস্থায়ী ৰঙ্গমঞ্চত গুৰেতো জীৱন-নাট মঞ্চস্থ কৰি ফুৰিছিল। এনে এখন বহল ক্ষেত্ৰ নিৰ্মাণ কৰাটো সম্ভৱপৰ হৈ উঠিছিল গভীৰ স্বদেশপ্ৰেম, অধ্যৱসায়, ঐকান্তিক নাট্যস্পৃহা আৰু জনসাধাৰণৰপৰা জাউৰিয়ে জাউৰিয়ে পোৱা অকৃত্ৰিম প্ৰেমোচ্ছাসৰ বাবেহে। শৰ্ম্মাৰ জন্মস্থান ইতিহাসে গৰকা তেজপুৰ; কিন্তু কৰ্ম্মক্ষেত্ৰ সমগ্ৰ অসম আনকি অসমৰ বাহিৰতো। তেজপুৰৰ বাহিৰেও অবিভাজ্য অসমৰ শ্বিলঙ, ডিব্ৰুগড়, নলবাৰী, তিনিচুকীয়া, নগাঁও গুৱাহাটী, ডিফু, যোৰহাট, ডুমডুমা, গোৱালপাৰা, ডেৰগাঁওকে আদি কৰি প্ৰাক-স্বাধীন আৰু স্বাধীনোত্তৰ অসমৰ প্ৰায়বোৰ ঠাইৰ স্থায়ী-অস্থায়ী ৰঙ্গমঞ্চত অভিনয় কৰিছিল। তদুপৰি মঞ্চস্থ নাইবোৰৰ বহুতো আছিল শৰ্ম্মাৰ দ্বাৰা ৰচিত, অনূদিত, পৰিচালিত অৱশ্যে কোনো কোনো ক্ষেত্ৰত আন আন নাট্যকাৰৰ দ্বাৰাও অনূদিত নাটকবোৰতো শৰ্ম্মাই মুখ্য ভূমিকা লৈছিল। তেওঁৰ প্ৰণীত নাটবোৰ আছিল যথাক্ৰমে চিৰাজ, কিয়?, ভোগজৰা, নাগপাশ, এমুঠি চাউল, কলা বজাৰ, টিপু চুলতান, চাজাহান, মিচৰকুমাৰী, ৰঞ্জিৎসিংহ আদি। ভ্ৰাম্যমান থিয়েটাৰ, অপেৰা পাৰ্টি (কহিনুৰ অপেৰা) আৰু বিভিন্ন স্থায়ী আৰু অস্থায়ী ৰঙ্গমঞ্চৰ যোগেৰে নাম-ভূমিকাত বা আন আন ভূমিকাত তেওঁ অংশ গ্ৰহণ কৰা আন আন মুখ্যনাটকবোৰ আছিল—হিন্দুবীৰ, দেৱলাদেবী, কালাপাহাৰ,

মৰাণ-জীয়ৰী, বেদউদ্ধাৰ, বিজয়-বসন্ত, পানিপথ, শিৱাজী, বাণৰজা, লাচিত বৰফুকন, কৰ্ণাৰ্জুন, চিৰাজুদ্দৌল্লা, ৰাণাপ্ৰতাপ, কাৰাগাৰ, শোণিতকুঁৱৰী, নন্দকুমাৰ, কংস কাৰাগাৰ, কাশ্মীৰ কুমাৰী, দক্ষযজ্ঞ, পৃথিৰাজ, বক্ষকুমাৰ, চন্দ্ৰগুপ্ত, সমুদ্ৰগুপ্ত, দেৱাসুৰ, কুকুৰীকণাৰ আঠমঙ্গলা, এন ইন্সপেক্টৰছ কল, বৰ্জিতা, সাকোঁ, ৰূপালীম্, মহীজীৱী, অলিম্পিক, সেই বাটেদি, কাঞ্চন-ৰঙ্গ, এক পিয়লা কফি, সূৰ্য্যস্নান আদি অলেখ বিলেখ। কোৱা বাহুল্য যদিও সন্দেহৰ কোনো অৱকাশ নোহোৱাকৈ ক'ব পাৰি যে অভিনেতা হিচাপে তেওঁৰ জনপ্ৰিয়তাই অসম আকাশৰ উচ্চ শিখৰত আৰোহণ কৰিছিল। অসমৰ জনমানসত অভিনেতা আৰু নাট্যকাৰ হিচাপে ফণী শৰ্ম্মাই যিখন আসনত উপবিষ্ট হৈ গ'ল তাৰ উত্তৰাধিকাৰী সতকাই পোৱা নাযাব বুলি আমাৰ ধাৰণা। এইক্ষেত্ৰত আন বহুজনৰ লগতে গণশিল্পী হেমাঙ্গ বিশ্বাসৰ এষাৰ উক্তি উল্লেখ কৰিব পাৰি—"তেওঁ (ফণী শৰ্ম্মা) আছিল এজন অসাধাৰণ অভিনেতা। মঞ্চত উঠাৰ লগে লগেই তেওঁ দৰ্শকৰ মনত মোহ বিস্তাৰ কৰিব পাৰিছিল। তেওঁ শিশিৰ ভাদুড়ীৰ দৰে বিশ্বাস কৰিছিল—'actor is the stage'। বংগদেশত এফালে যাত্ৰাত ছোটফণী আৰু আনফালে মঞ্চত অহীন্দ্ৰ চৌধুৰীৰ জনপ্ৰিয়তাক এক কৰি দিলে যি যোগফল হয়, অসমৰ ফণী শৰ্ম্মাৰ জনপ্ৰিয়তা আছিল অনুৰূপ।"* ১৯৬৪ চনৰ ৪ আৰু ৫ জুলাই তাৰিখে ডিফুত "চিৰাজ" নাটকখন মঞ্চস্থ কৰিছিলগৈ নাট্য পৰিষদৰ তৰফৰপৰা; লগত আছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। চিৰাজৰ ভূমিকাত তেওঁ নিজে আৰু আঘোণাৰ ভাওত ৰাভাৰ অভিনয়ে ডিফুৰ দৰ্শক ৰাইজৰ হৃদয় জয় কৰিছিল। ডিফুত কিছুদিন থাকি তাৰ স্থানীয় শিল্পীসকলক গোটাই লৈ শিকাই-বুজাই নাটকখন মঞ্চস্থ কৰিছিল। পিচত জিলা পৰিষদৰ মুখ্য কাৰ্য্যপালিকা ধনীৰাম ৰংপিৰ সভাপতিত্বত ডিফু ক্লাবৰ সভ্য তথা

* [ স্মৰণিকা : অসম শিল্পী দিৱস সমিতি ৩১ জুলাই ১৯৮৭ চন ]

শিল্পীবৃন্দই এখন ৰাজহুৱা সভা পাতি তেওঁলোকৰ শ্ৰদ্ধাৰ আৰু অকৃত্ৰিম স্নেহৰ কৃতী-শিল্পী দুগৰাকীক সম্বৰ্দ্ধনা জনাইছিল। তাহানি ত্ৰিশৰ দশকৰ আগছোৱাতে ভ্ৰাম্যমান থিয়েটাৰ গোষ্ঠী—কহিনুৰ, আইডিয়েল, অসম ষ্টাৰৰ যোগেদি অনুষ্ঠিত অবিভক্ত অসমৰ প্ৰায়-বোৰ সৰু-বৰ চহৰৰ আনকি বিশেষ বিশেষ গ্ৰামাঞ্চলতো স্থায়ী-অস্থায়ী ৰঙ্গমঞ্চৰ বিষয়ে শৰ্ম্মাই এক বিশাল অভিজ্ঞতা লাভ কৰিছিল আৰু দৰ্শক সমাজৰ ৰুচি-অভিৰুচিৰ মাজেদি এক সঁচা উপলব্ধি অৰ্জন কৰিবলৈ তেওঁ সক্ষম হৈছিল; যিটোৱে উত্তৰ কালত তেওঁৰ নাট্যশিল্পী জীৱনটোক বিশেষভাৱে সমৃদ্ধ কৰাত অৰিহণা যোগাইছিল। উল্লিখিত নাটকবোৰৰ ভালেমান নাট তেওঁ তেওঁৰ জন্মস্থান তেজপুৰত অৱস্থিত বাণ ৰঙ্গমঞ্চত বহু বহু নিশা অভিনয় কৰিছিল। নাট আৰু নাট্যাভিনয়ৰ ক্ষেত্ৰত এই ৰঙ্গমঞ্চই বহুসময়ত বহুলাংশে শৰ্ম্মাক পথ দেখুৱাইছিল; লগতে তেওঁৰ মনত গভীৰ আত্মবিশ্বাস জগাই তুলিছিল। আৰু প্ৰয়োজনীয় মুহূৰ্ত্তৰ সেই আত্মবিশ্বাস, অভিজ্ঞতাক মূলধন হিচাপে ব্যৱহাৰ কৰিছিল। এক কথাত ক'বলৈ গ'লে 'বাণ ৰঙ্গমঞ্চত' অকল নটসূৰ্য্য ফণী শৰ্ম্মাৰেই নহয়, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ আৰু বহুতো উত্তৰ সাধকসকলৰ কলা-সংস্কৃতিৰ কৰ্ম্মভূমি, প্ৰশিক্ষণ, অনুশীলন আৰু গৱেষণা কেন্দ্ৰ। নাট মঞ্চস্থ কৰাৰ ক্ষেত্ৰত নানা পৰীক্ষা-নিৰীক্ষা কৰাত শৰ্ম্মা প্ৰায়েই ব্যস্ত থাকিছিল আৰু মাজে সময়ে পৰীক্ষামূলক ভাবেও নাট মঞ্চস্থ কৰিছিল। এনে ধৰণৰ পৰীক্ষা-নিৰীক্ষাই নাটবোৰক এক বিশিষ্ট পৰ্য্যায়লৈ উন্নীত কৰাত সহায় কৰিছিল। তেওঁ এৰি থৈ যোৱা বহু লিখনিৰপৰাই জানিব পৰা যায় যে ভাৰতৰ স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰতো অৰিহণা যোগোৱাৰ স্পৃহা তেওঁৰ অন্তৰত জাগ্ৰত হৈ আছিল। এই ক্ষেত্ৰত তেওঁ লিখি থৈ যোৱা তলৰ কথাখিনি নিশ্চয় প্ৰণিধানযোগ্য "ভাৰতৰ স্বাধীনতাৰ যুদ্ধত সাহিত্যিক, শিল্পী, নাট্যকাৰ, অভিনেতাসকলৰ অৰিহণা উল্লেখ-

যোগ্য। বহুতেই হয়তো সেই সময়ৰ মুকুন্দ দাসৰ যাত্ৰা পাৰ্টি দেখিছে। তেখেতৰ সকলোবিলাক নাটক, গানৰ মাজেৰে প্ৰকাশ পাইছিল পৰাধীন ভাৰতৰ দুৰ্দ্দশাৰ ৰূপ। অভিনয় চাই দৰ্শকে চকুপানী টুকিছিল, অভিনয়ৰ অন্তত ঘৰলৈ উভতি যাওঁতে বাটে বাটে ভাবিছিল দেশ জননীৰ মুক্তিৰ উপায়। এই উদ্দেশ্যকেই ভেটি কৰি সেই সময়ত নাট্যকাৰসকলে কাৰাগাৰ, টিপু চুলতান, ৰণজিৎ সিংহ, মণিৰাম দেৱান, পিয়লি ফুকন, চিৰাজউদ্দৌলা আদি বহু নাটক লিখিছিল। যিবিলাক নাটকৰ শাৰীয়ে শাৰীয়ে লুকাই আছিল স্বাধীনতাৰ মন্ত্ৰ, পাতে পাতে লুকাই আছিল বিপ্লৱৰ বীজ...সুনিপুণ অভিনেতাই যেতিয়া এইবিলাক বচন বিভিন্ন ভাব প্ৰকাশ কৰি দৰ্শকৰ আগত অভিনয় কৰে দৰ্শক হৈ পৰে অতিশয় উত্তেজিত, হয় মুগ্ধ, প্ৰাণত জাগি উঠে স্বাধীনতাৰ স্পৃহা। দেশৰ নাট্যকাৰসকলৰ, শিল্পীসকলৰ অৱিহণা স্বাধীনতা আন্দোলনৰ যুগত দেশৰ ৰাজনীতিত নেতাসকলতকৈ কোনো অংশে কম নাছিল।” এনেদৰে নটসূৰ্য্য বিভিন্ন লেখনিৰপৰা বুজিব পাৰি যে সমাজ পৰিবৰ্তন ক্ষেত্ৰত নাটক আৰু ইয়াৰ অভিনয় শক্তিৰ ওপৰত আছিল তেওঁৰ গভীৰ আস্থা আৰু সময়ৰ লগে লগে সেই আস্থা উত্তৰোত্তৰ-ভাবে বাঢ়ি গৈছিল। উপৰোক্ত প্ৰায় আটাইকেইখন নাটকেই আছিল তেওঁৰ অতি প্ৰিয়, বিশেষকৈ ৰণজিৎ সিংহ, টিপু চুলতান, চিৰাজউদ্দৌলা নাটকৰ নামভূমিকাত তেওঁ উপৰ্য্যুপৰি বহুবাৰ অৱতীৰ্ণ হৈ দৰ্শকৰ হৃদয় জয় কৰি গৈছে, যাক দৰ্শকে কোনোকালে পাহৰিব নোৱাৰে। এই শ্ৰেণীৰ শিল্পীকে গণশিল্পী বুলি কোৱা হয়। দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক ক্ষেত্ৰত অতিকৈ প্ৰয়োজনীয় বহুবোৰ সমস্যাই অহৰহ তেওঁৰ চিন্তাধাৰাত বিশেষ-ভাবে ক্ৰিয়া কৰিছিল। ইয়াৰ সাক্ষ্য বহন কৰিছে শৰ্ম্মাৰ দ্বাৰা ৰচিত নাটকবোৰে, যিবোৰ নাট তেওঁ অসমৰ বিভিন্ন ঠাইত মঞ্চস্থ কৰি ফুৰিছিল। স্বৰচিত নাটবোৰৰ উপৰিত তেওঁ বাছি লোৱা অনূদিত ও আন নাটকবোৰেও যাতে দেশৰ সমাজ জীৱনক সমৃদ্ধ কৰাত বৰঙণি যোগাব পাৰে তাৰ প্ৰতি তেওঁ সততে দৃষ্টি ৰাখিছিল। দেশ আৰু সমাজৰ পৰম হিতাকাঙ্ক্ষী শিল্পীৰূপটোক নানান

ঘাত-প্ৰতিঘাতৰ মাজতো বুকুৰ উম দি মৃত্যুৰ ক্ষণলৈকে উজ্জ্বল কৰি ৰাখিব পাৰিছিল। ফণী শৰ্মাৰ সময়ৰ আৰু তেওঁৰ উত্তৰকালৰ শিল্পী নাট্যকাৰসকলৰ বাবে তেওঁ আদৰ্শ স্বৰূপ হৈ থাকিব বুলি আমাৰ দৃঢ় বিশ্বাস।

নটসূৰ্য্য ফণী শৰ্মাৰ মূল্যায়ন কৰাটো এটি কঠিন কাম হ'ব। মাত্ৰ এইখিনিকে ক'ব পাৰি যে নৱ-বৈষ্ণৱ যুগৰ পাঁচশ বছৰ পিচত মহাপুৰুষকেইজনাই গঢ় দি থৈ যোৱা পূতপুণ্য অসম ভূমিত যিটো সুকুমাৰ কলা-গোষ্ঠীৰ জন্ম হ'ল তাৰ নেতৃত্ব দিয়াসকলৰ ভিতৰত জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ আৰু ফণী শৰ্মা পৰস্পৰ পৰিপূৰক (Complement)। সঙ্গীতত জ্যোতিপ্ৰসাদ, অভিনয়ত ফণী শৰ্মা আৰু নৃত্যত বিষ্ণুপ্ৰসাদ—এই ত্ৰিবেণী সঙ্গমে আধুনিক অসমৰ সঙ্গীত-নৃত্য-অভিনয়ৰ ক্ষেত্ৰখন সৰ্বকালৰ কাৰণে সমৃদ্ধ কৰি থৈ গ'ল। অৱশ্যে কলাগুৰু বিষ্ণুপ্ৰসাদে সঙ্গীত-নৃত্য-অভিনয় তিনিওটা ধাৰাত কৃতিত্ব অৰ্জন কৰিছিল যদিও সৰ্বভাৰতীয় ক্ষেত্ৰত পৰিবেশন কৰা তাণ্ডৱ নৃত্যইহে 'কলাগুৰু'ৰ সন্মান তেওঁলৈ কঢ়িয়াই আনিছিল। যি কি হওক শ্ৰেষ্ঠ কলা বুলি সৰ্বজন স্বীকৃত সুকুমাৰ কলাৰ অসমৰ ক্ষেত্ৰখনৰ শ্ৰীবৃদ্ধি সাধন কৰি উত্তৰপুৰুষলৈ আঁহি এৰি থৈ যোৱা জ্যোতি-বিষ্ণু-ফণী শ্ৰীকৃষ্ণৰ অৰ্চনা-বন্দনাত বৃন্দাৱতীৰ অঙ্গাঙ্গী সম্বন্ধ থকাৰ দৰে তিনিওৰে সম্বন্ধ অঙ্গাঙ্গী, অবিচ্ছেদ্য। স্বয়ং সৃষ্টিকৰ্ত্তা ব্ৰহ্মাও হেনো জন্ম-মৃত্যু ৰহিত নহয়। শ্ৰীকৃষ্ণৰো কালৰূপী ব্যাধৰ শৰত প্ৰয়াণ ঘটিছে। সেইদৰে কালে জ্যোতি-ফণী-বিষ্ণুকো সাবটি ল'লে। হৃষ্ট-পুষ্ট বলিষ্ঠ দেহৰ নটসূৰ্য্যৰ মাত্ৰ এটি পক্ষ্যৰ অসুখত ১৯৭০ চনৰ ৩১ জুলাইৰ দিনা পুৱা চাৰে সাত বজাত গুৱাহাটী মেডিকেল কলেজ হস্পিতালত (বৰ্তমানৰ মহেন্দ্ৰ মোহন চৌধুৰী হস্পিতাল) পৰলোকপ্ৰাপ্তি ঘটে। ৰোগশয্যাত পৰি থকা সময়ছোৱাত পৰিয়াল-পৰিজনৰ উপৰি ডক্টৰ ভূপেন হাজৰিকা, কমল নাৰায়ণ চৌধুৰী, যুগল দাস, শ্ৰীলক্ষ্যধৰ চৌধুৰী প্ৰমুখ্যে বিশিষ্ট শিল্পীসকলে সঘনে খা-খবৰ লোৱা দেখিছিলোঁ। ৺শৰ্মাই মৃত্যুৰ সময়লৈকে গম নাপালে যদিও চিকিৎসকৰ মতে তেখেতৰ কৰ্কট ৰোগত মৃত্যু হয়। মৃত্যুৰ সময়ত পত্নী শ্ৰীমতী মনোৰমা দেৱী, পাঁচজন পুত্ৰ, সৰ্বশ্ৰী—ৰঞ্জিত, বিজিত, আদিত, সুজিত, প্ৰাণজিৎ আৰু তিনিগৰাকী কন্যা—কমী, কমা আৰু কবীক এৰি থৈ যায়।

"দৈনিক অসম" ১ আগষ্ট ১৯৭০

## নটসূৰ্য্যলৈ শ্ৰদ্ধাঞ্জলি

তোমাৰ জীৱনেই আছিল অভিনয়। মঞ্চ প্ৰবেশৰপৰা ছকুৰি চাৰি বছৰে যেন ক্লান্তি নাছিল, শ্ৰান্তি নাছিল, জিৰণি নাছিল। ধন-সম্পদৰ মোহে বান্ধি থ'ব পৰা নাছিল তোমাক, বান্ধি থ'ব পৰা নাছিল স্ত্ৰী-পুত্ৰৰ মায়া-মমতাই। তোমাৰ এই একমুখী অনিৰুদ্ধ গতিয়ে অন্য দহ জন শিল্পীৰ তুলনাত তোমাক কৰি তুলিছে অনন্য। মঞ্চ আৰু নাটক, অভিনয় আৰু পৰিচালনা, কথাছবি আৰু অনাতাঁৰ সকলো ক্ষেত্ৰতে তোমাৰ প্ৰতিভা আছিল অপৰাজেয়। ৰবীন্দ্ৰ ভৱনত হোৱা নাট্য সমাৰোহৰ শেষ দিনাও তোমাক দেখিছিলোঁ,—ওখপাখ বলিষ্ঠ দেহ লৈ, ঈষৎ হাঁহিৰে। আৰু দেখিলোঁ মাত্ৰ ১৯ দিন পিছত কালি আগবেলা সেই ৰবীন্দ্ৰ ভৱনৰে দ্বাৰ প্ৰান্তত ফুলসজ্জিত হৈ ভূমিত শায়িত, শুভ্ৰ বস্ত্ৰ আচ্ছাদিত মূকমৌন স্থবিৰ গতিহীন তোমাক। তোমাক আৱৰি আছিল সহকৰ্মী-সকল আৰু জাতি ধৰ্ম-বৰ্ণ বয়স নিৰ্বিশেষে গুণমুগ্ধ ৰাইজ আৰু ছাত্ৰ-ছাত্ৰী, ডেকা-গাভৰুৰ জাক। তুমি কৈছিলা ৰাইজৰ মৰম-চেনেহ পালেই সুখী হ'বা, ধন-সম্পদ তোমাক নেলাগে। আজি অসমৰ কলামোদী ৰাইজে তোমাক হিয়া উজাৰি যাচিছে মৰম-চেনেহৰ লগতে অসীম শ্ৰদ্ধা। তোমাৰ স্মৃতি সদায় উজ্জ্বলি থাকিব সূৰ্য্যৰ দৰে।

অমৰ শিল্পী, ল'বা আমাৰ প্ৰণাম।

**সহায়ক গ্ৰন্থ ও প্ৰবন্ধ**

গ্ৰন্থ : (১) মঞ্চলেখা : সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা
(২) ফণী শৰ্মা ৰচনাৱলী, অসম প্ৰকাশন পৰিষদ

প্ৰবন্ধ : (১) নটসূৰ্য্যৰ গৌৰৱণত : ড° ভব হাজৰিকা
(২) নটসূৰ্য্য ফণী শৰ্মালৈ শ্ৰদ্ধাঞ্জলি : শ্ৰীদেবেন্দ্ৰ নাথ চলিহা
(৩) নটসূৰ্য্য ফণী শৰ্মা : চন্দ্ৰধৰ গোস্বামী
(৪) নটসূৰ্য্য ফণীশৰ্মাৰ জীৱনালেখ্য : কমল নাৰায়ণ চৌধুৰী
(৫) অসমৰ নটসূৰ্য্য ( প্ৰবন্ধ/ভাষণ ) : হেমাঙ্গ বিশ্বাস ইত্যাদি।

# অসমপ্ৰাণ বিষ্ণুৰাম মেধি

অসমৰ ৰাজনীতিত যি কেইগৰাকী ত্যাগী, আদৰ্শনিষ্ঠ, নিৰ্ভীক, সংগ্ৰামশীল, সমন্বয়কামী, দূৰদৰ্শী আৰু কুশলী নেতাই নিস্বাৰ্থভাৱে দেশ আৰু দহৰ কাৰণে সেৱা আগবঢ়ালে সেই মুষ্টিমেয় কেইগৰাকীৰ ভিতৰত লোকপ্ৰিয় বৰদলৈৰ পিচতে অসমপ্ৰাম বিষ্ণুৰাম মেধি। এই উক্তিৰ যথাৰ্থতা তেখেতৰ কৰ্মবহুল জীৱনৰ পাত লুটিয়াই চালে দেখা পোৱা যাব নিশ্চয়।

কামৰূপ জিলাৰ অন্তৰ্গত হাজো এখন ইতিহাস প্ৰসিদ্ধ গাঁও। এই গাঁৱৰে মণিকূট পৰ্বতত থকা একেটি মন্দিৰত হিন্দুসকলে বিষ্ণুৰ অংশাৱতাৰ হয়গ্ৰীৱ মাধৱক আৰু বৃদ্ধধৰ্মীসকলে মহামুনি বুদ্ধদেৱক পূজা-অৰ্চনা কৰে। মণিকূট পৰ্বতৰ সমীপতে থকা কেদাৰ পাহাৰৰ টিলাত অৱস্থিত পোৱামক্কালৈ মুছলমানসকল হজ কৰিবলৈ যায়। হিন্দু-বৌদ্ধ আৰু ইচলাম ধৰ্মৰ সঙ্গমস্থল—হাজো, বুদ্ধ-হাজো বা কোচ-হাজো নামেও সুপ্ৰসিদ্ধ। বহুতো বুদ্ধধৰ্মী লোকৰ বিশ্বাস মহামুনি বুদ্ধই এই তীৰ্থতে নিৰ্বাণ লাভ কৰিছিল যদিও ই ঐতিহাসিক প্ৰমাণ সাপেক্ষ। এই মণিকূটতে শ্ৰীমন্ত মাধৱদেৱে কিছুকাল থাকি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। 'হাজোৰ নটী'ৰ দেৱদাসী নৃত্য অসমৰ কলা সংস্কৃতিৰ অনুপম আপুৰুগীয়া নিদৰ্শন। ব্ৰহ্মপুত্ৰৰ পূত সলিলে মণিকূটৰ পদ পখালি থাকি দক্ষিণ মণ্ডল বিধৌত কৰি আছে। কাজেই এনেহেন পৱিত্ৰ স্থানত জন্মগ্ৰহণ কৰি বিষ্ণুৰাম মেধি ধন্য হৈছে। আনহাতে বীৰ প্ৰসবিনী অসম মাতৃৰ সুসন্তান এজনক জন্ম দি হাজো গৌৰৱান্বিত।

হাজো দেৱালয়ৰ মেধিৰ পদ খোৱা এটি তৃতীয়া পৰিয়ালত

১৮৮৮ চনৰ ৪ এপ্ৰিল তাৰিখে বিষ্ণুৰাম মেধিৰ জন্ম হয়। ছাত্ৰাৱস্থাৰেপৰা প্ৰখৰ বুদ্ধিৰ বিষ্ণুৰামে প্ৰতিটো শ্ৰেণীতে মেধা শক্তিৰ পৰিচয় দি আহিছিল। গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলৰপৰা প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰি এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু ১৯০৭ চনত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰপৰা স্নাতক উপাধি লয়। ১৯১১ চনত ঢাকা বিশ্ববিদ্যালয়ৰপৰা বিজ্ঞানৰ ৰসায়ন বিভাগত স্নাতকোত্তৰ উপাধি লাভ কৰে। একে সময়তে আইনৰ পৰীক্ষাতো উত্তীৰ্ণ হৈ বিদেশী চৰকাৰৰ তলত চাকৰি নকৰি ১৯১৪ চনত স্বাধীন ব্যৱসায় হিচাপে গুৱাহাটীত ওকালতি আৰম্ভ কৰে। অতি কম দিনৰ ভিতৰতে অপৰাধী আইনৰ উকীল হিচাপে প্ৰখ্যাত হৈ পৰে। সেই সময়ত তেখেতে মাণিকচন্দ্ৰ বৰুৱা থকা ঘৰটো ভাড়া লৈ আছিল। পোন্ধৰ বছৰ কাল অতি সুনাম সহ ওকালতি কৰাৰ পাছত তেখেতৰ আইন জ্ঞানৰ পৰিচয় পাই ১৯৩১ চনত কলিকতাৰ উচ্চ ন্যায়ালয়ে এড্‌ভোকেট হিচাপে স্বীকৃতি দিয়াত তেখেতৰ নাম চাৰিওফালে প্ৰচাৰ হৈ পৰে।

স্কুলীয়া অৱস্থাতে মেধিৰ মনত দেশ স্বাধীন কৰাৰ স্বপ্ন ভাহি উঠে। স্বামী বিবেকানন্দৰ লগত সংস্পৰ্শ, ভাৰতৰ ইতিহাস অধ্যয়ন, ইটালীৰ স্বাধীনতা সংগ্ৰাম আৰু তাত পোৱা বীৰ গ্যাৰিবাল্ডিৰ ভূমিকা আদিয়ে পঢ়াশলীয়া মেধিৰ মনত মচিব নোৱৰা সাঁচ বহুৱাইছিল। লৰ্ড কাৰ্জনৰ বঙ্গ ভঙ্গৰ ব্যৱস্থাৰ (১৯০৫) পৰি-প্ৰেক্ষিতত ভাৰতব্যাপি হোৱা আন্দোলন ভাৰতৰ মুক্তি যুদ্ধৰ এটি স্মৰণীয় অধ্যায়। মেধিৰ কোমল মনতো এই আইনৰ বিৰুদ্ধে বিক্ষোভৰ অগ্নি জ্বলি উঠিছিল আৰু প্ৰকাশ্যে এই আন্দোলনত যোগ দিছিল। স্বাধীনতাৰ কাৰণে গঢ়ি তোলা জাতীয় ন্যাস পুঁজিত যোগান ধৰাৰ কাৰণে গুৱাহাটী ৰেল ষ্টেচনত আন কেইজনমান সংগ্ৰামী ছাত্ৰৰ সৈতে মেধিয়ে কুলিৰ কামো কৰিছিল।

১৯২০ চনত তেজপুৰত আসাম এছোচিয়েচনৰ এখনি গুৰুত্বপূৰ্ণ

অধিবেশন বহিছিল। সেই কালত অসমত ৰাজনৈতিক অনুষ্ঠান বুলিবলৈ সেইটোহে একমাত্ৰ অনুষ্ঠান আছিল। বেছিভাগ উকীল সেই সন্থাটোৰ সভ্য আছিল। তেজপুৰ অধিবেশনত মহাত্মা গান্ধীয়ে আহ্বান দিয়া অসহযোগ আন্দোলনত সকলোৱে পূৰ্ণ সমৰ্থন জনাইছিল। ১৯২১ চনত নাগপুৰত বহা কংগ্ৰেছ অধিবেশনত বিদেশী পণ্যদ্ৰব্য বৰ্জনৰ প্ৰস্তাৱ গৃহীত হোৱাৰ লগে লগে আন্দোলনৰ কোব দুগুণে বাঢ়িল। মহাত্মা গান্ধী, চিত্তৰঞ্জন দাস, বিপিন চন্দ্ৰ পাল প্ৰমুখ্যে আগশাৰীৰ নেতাসকলৰ আহ্বানক্ৰমে বহুতো উকীল, শিক্ষক, ছাত্ৰই নিজ নিজ কৰ্ম অনুষ্ঠান বৰ্জন কৰি আন্দোলনত জঁপিয়াই পৰিল। সেই আহ্বানত মেধিয়েও ওকালতি এৰি হাজো-নলবাৰী অঞ্চলৰ গাঁওবিলাকত ঘূৰি ঘূৰি মহাত্মা গান্ধীৰ বাণী প্ৰচাৰ কৰাৰ লগতে ছাত্ৰসকলক শ্ৰেণী বৰ্জন কৰি আন্দোলনত যোগ দিবলৈ আহ্বান জনাইছিল।

অসহযোগ আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণ কৰাৰ উদ্দেশ্যে মহাত্মা গান্ধী ১৯২১ চনত অসমলৈ আহি গুৱাহাটীৰ তৰুণৰাম ফুকনৰ হাউলিত আছিল। চৰকাৰৰ নিষেধাজ্ঞা অমান্য কৰি হেজাৰ-বিজাৰ জনতাৰ উপস্থিতিত ২৬ নবেম্বৰৰ দিনা বিৰাট ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছিল। সভাত দেশভক্ত, কৰ্মবীৰ, মেধি প্ৰমুখ্যে নেতাসকলে তেজস্বী ভাষাত বক্তৃতা দিছিল। মেধিয়ে কৈছিল—"স্বৰাজ আমাৰ চকুৰ সমুখত। আমাৰ মানুহৰ সৈমান হোৱা স্বভাৱ গুচাই সাহসেৰে সৈতে প্ৰতিৰোধ কৰিবৰ স্বভাৱ হোৱাটো আমি আনিব লাগিব।"

২৭ নবেম্বৰৰ দিনা পুৱা ফুকন, বৰদলৈ আৰু মেধিক গ্ৰেপ্তাৰ কৰাৰ পৰোৱানা ওলাল। ফুকন আৰু বৰদলৈক গ্ৰেপ্তাৰ কৰাৰ পাছত ১৯২২ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহ পৰ্য্যন্ত জেল হাজোতত ৰাখি ৯ তাৰিখে মেধিক কাৰাদণ্ডৰ হুকুম দি শিলচৰ জেললৈ প্ৰেৰণ কৰিলে চেপ্তেম্বৰ মাহত খালাচ পাই গুৱাহাটীলৈ

উভতি আহি অকণো সময় নষ্ট নকৰাকৈ পুনৰ আন্দোলনত ব্যস্ত হৈ পৰিল। এনেতে মহাত্মা গান্ধীক গ্ৰেপ্তাৰ কৰি ৬ বছৰৰ কাৰাদণ্ডৰ হুকুম দিলে। সুদীৰ্ঘকাল গান্ধীৰ কাৰাদণ্ডৰ হুকুম হোৱাত নেতৃবৰ্গৰ বহুতৰে মনত নিৰাশাই দেখা দিলে। কিন্তু মেধি অকণো হতাশ বা নিৰাশ নহ'ল।

১৯২৬ চনত গুৱাহাটীত বহা কংগ্ৰেছ অধিবেশনৰ আদৰণি সমিতিৰ যুটীয়া সম্পাদকৰ দায়িত্ব মেধিয়ে অতি কৃতিত্ব সহকাৰে পালন কৰিছিল। অধিবেশন পাতি উদ্যোক্তাসকলে ঋণৰ বোজা মূৰ পাতি ল'ব লগাত পৰিছিল। বিশেষকৈ ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ ঋণ-পৰিশোধ কৰাৰ বাবে নিজৰ স্থাৱৰ সম্পত্তি বিক্ৰি-বন্ধকত থ'বলগীয়া হৈছিল।

১৯২৯ চনত লাহোৰত বহা কংগ্ৰেছ অধিবেশনত "পূৰ্ণ স্বৰাজ" দাবীৰ সবাতোকৈ গুৰুত্বপূৰ্ণ প্ৰস্তাৱটি সৰ্বসন্মতিক্ৰমে গৃহীত হয়। এই প্ৰস্তাৱত অসমৰ নেতৃবৰ্গৰ মাজত মতভেদে দেখা দিয়ে। লাহোৰৰপৰা উভতি অহাৰ পথত কলিকতাত ফুকন প্ৰমুখ্যে এটা দলে ১৯৩০ চনৰ ৭ জানুৱাৰী সংখ্যা "অমৃত বাজাৰ পত্ৰিকা" কাকতত বিজ্ঞপ্তি দিছিল—"অসমৰ সমস্যা সুকীয়া, সেইকাৰণে অসমে কাউন্সিল বৰ্জনত যোগ দিব খোজা নাই।" কুলধৰ চলিহা, কামেশ্বৰ দাস প্ৰমুখ্যে এটা দলে কাউন্সিল বৰ্জন কৰাৰ সপক্ষে জনমত গঢ়ি তুলিছিল। চাওঁতে চাওঁতে ২৬ জানুৱাৰী ওচৰ পালেহি। অসমৰ কংগ্ৰেছ নেতাসকল তেতিয়াও একমত হ'ব নোৱাৰিলে। প্ৰধান প্ৰধান হোতাসকলৰ "পূৰ্ণ স্বৰাজ" দাবীৰ প্ৰস্তাৱত নিৰ্বিকাৰ মনোভাব লক্ষ্য কৰি সংগ্ৰামী ডেকাৰ দল এটি শোভাযাত্ৰা কৰি ওলাই আহিছিল আৰু গাইছিল।

"পুৰোহিত যদি থিতাতে আঁতৰি ত্ৰাসতে মূৰ্চ্ছা যায়
আমি আগবাঢ়ি আমি আগবাঢ়ি
ডিঙি পাতি পাতি ডিঙি পাতি পাতি
তেজেৰে বলিশাল যামে বোৱাই।"

১৩ ফেব্ৰুৱাৰীৰ দিনা কাৰ্জন হলত গোটেই পৰিস্থিতিটো পৰ্য্যালোচনাৰ্থে প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভা বহিল। প্ৰশ্ন মাথো এটাই—"স্বাধীনতাৰ আন্দোলনৰ বাবে কাউন্সিল বৰ্জনৰ বাট এৰি অসমে সুকীয়া বাট ল'ব নেকি?" তাৰ প্ৰত্যুত্তৰত কৰ্মবীৰে যি তুষাৰ কথা ক'লে যি অসমীয়া ডেকা শক্তিৰ গাত অসীম বল আৰু মনত দুৰ্বাৰ সাহস আনি দিলে—"আজি বৰদলৈ আৰু ফুকনৰ মৃত্যু হ'ব পাৰে? তেওঁলোকৰ মৃত্যু হ'ল বুলিয়েই অসমত কংগ্ৰেছৰ দায়িত্ব ল'ব পৰা কোনো ডেকা নাইনে? আজি অসম মাতৃয়ে অসমৰ প্ৰতি ডেকাৰ কৰ্তব্য সম্পাদন বিচাৰিছে।"

কৰ্মবীৰৰ আকুল কণ্ঠৰপৰা এই প্ৰাণস্পৰ্শী কথাখিনি স্বতঃস্ফূৰ্তভাৱে ওলাই অহাৰ লগে লগে পিছফালৰপৰা তেজস্বী ডেকা উকীল মেধি আগবাঢ়ি এনে এটি ৰাজনৈতিক সঙ্কটৰপৰা অসমক ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল। ইতিমধ্যে কাউন্সিল বৰ্জন নকৰাৰ সপক্ষে থাকি ফুকনে অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ পদটো খালী কৰি থৈছিল। সৰ্বসম্মতিক্ৰমে, লগে লগে মেধিক সভাপতি নিৰ্বাচন কৰা হ'ল আৰু ১৯৩০ চনৰপৰা ১৯৩৯ চনলৈকে অতি সুখ্যাতিৰে মেধি সভাপতিৰ দায়িত্ব চলাই থাকিল। মেধিৰ সৎ সাহস আৰু কৰ্তব্যনিষ্ঠাত মুগ্ধ হৈ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা মেধিৰ কৰ্তব্য পথত সৰ্বতোপ্ৰকাৰে সহায় কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল। ইয়াৰ অলপ দিন পিচতে ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাই আৰু ত্যাগবীৰক লগত লৈ অসমৰ গাঁৱে-নগৰে অবিৰতভাৱে ঘূৰি, প্ৰচাৰ কাৰ্য্য চলাই আগষ্ট মাহৰ শেষৰ ফালে আহি গুৱাহাটী পালে। লগে লগে উলুবাৰীৰ ওচৰত মেধিক গ্ৰেপ্তাৰ কৰিলে। এনেতে ১৯৩১ চনৰ মাৰ্চ মাহত "গান্ধী আৰ্-উইন চুক্তি স্বাক্ষৰিত হ'ল আৰু আন আন ৰাজবন্দীৰ লগত মেধিও খালাচ পালে।

অসম প্ৰদেশ কংগ্ৰেছ অনুষ্ঠানটোৰ এই ঘোৰ সঙ্কটৰ কালছোৱাত মেধিয়ে যি বলিষ্ঠ নেতৃত্ব দিলে সি তুলনাবিহীন। বিয়াল্লিছ বছৰীয়া

মেধিৰ সাহস আৰু ব্যক্তিত্বৰ ওচৰত 'ময়েই অসম, ময়েই কংগ্ৰেছ' বুলি ওফাইডাং মাৰি থকা এচাম তথাকথিত গান্ধীবাদী কংগ্ৰেছী নেতাৰ চৰম পৰাজয় ঘটিল। নিৰ্ভেজাল দেশপ্ৰেম, নিৰ্মল চৰিত্ৰ, কঠোৰ আদৰ্শনিষ্ঠ এদল প্ৰতিভাৱান-চৰিত্ৰৱান, নিৰ্ভীক ডেকা মেধিক সহায় কৰিবলৈ ওলাই আহিল। অসমৰ তৰুণ শক্তিটোক জগাই তোলাত আৰু প্ৰেৰণা যোগোৱাত মেধিৰ অৰিহণা সবাতোকৈ বেছি।

মেধি আঁকোৰগোঁজ আৰু নিমৰমীয়াল বুলি বদনাম এটিৰ কথাও লোকে কোৱাকুই কৰিছিল। প্ৰকৃততে সেইটো তেখেতৰ দোষ নহয় চাৰিত্ৰিক বৈশিষ্ট্যহে আছিল। তেখেতে যিটোকে সৎ আৰু শুদ্ধ বুলি জানিছিল তাক ৰক্ষা কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল। তেখেতৰ যে চিন্তাধাৰা শুদ্ধ আছিল, আৰু ঘটনাৰ আৰম্ভণি দেখুৱাই অৱশ্যম্ভাৱী ফলৰ কথা আগধৰি কৈ দিব পাৰিছিল তাৰ বহুতো উদাহৰণ পোৱা যায়। বৈষ্ণৱে বিষ্ণুত অবিচলিত ভক্তি আৰোপ কৰাৰ দৰে মেধিয়েও গান্ধীবাদত অবিচলিত আস্থা ৰাখিছিল আৰু গান্ধীবাদৰ ওপৰত আধাৰিত কংগ্ৰেছৰ নীতি আদৰ্শক তিলটোৰ মানো হেৰ্‌ফেৰ্‌ হ'বলৈ নিদিছিল আৰু তেনে কবোঁতাজনক সমৰ্থনতো নকৰিছিলেই ; প্ৰয়োজনবোধে প্ৰকাশ্যভাৱে অপ্ৰিয় সত্যকো উদঙাই দিছিল ; তাৰফলত স্বাৰ্থান্বেষী এচাম লোকে মেধিক কটু সমালোচনা কৰিছিল। ব্যক্তিগত কাৰণত তেখেতে কোনোদিনে কাৰো শত্ৰুতা কৰা নাছিল। বৰঞ্চ তেখেতক শত্ৰু ভাবি অপযশ গাই ফুৰাজনকো তেখেতে অচিৰে আঁকোৱালি ল'ব পাৰিছিল।

মেধিৰ দেশ প্ৰেমৰ আন এটি লক্ষ্য আছিল দেশৰ অৱহেলিত, অনুন্নত, উপেক্ষিত, দৰিদ্ৰ জনতাৰ দুখ নিবাৰণৰ বাবে কৰা অহৰহ প্ৰচেষ্টা। দেশ স্বাধীন হ'লে যিসকলৰ দুখ নিবাৰণ হ'ব তেনে এটি আশা বুকুত বান্ধি মেধিয়ে বিশ্ৰামহীনভাৱে দেশৰ সেৱা কৰিছিল।

এবাৰ এবাৰকৈ পাঁচবাৰ ( ১৯২১, ১৯৩০, ১৯৩২, ১৯৪০, ১৯৪২ ) কাৰাবৰণ কৰি ছয়বছৰতকৈ অধিক দিনৰ জেল-জীৱনৰ অভিজ্ঞতা লাভ কৰিছিল। সত্যনিষ্ঠ দৃঢ় বিশ্বাস নথকাজনে কেতিয়াও এনে ত্যাগ কৰিবলৈ প্ৰস্তুত নহ'লহেঁতেন।

"১৯৩৭ চনৰ অসম বিধান সভাৰ সদস্য নিৰ্বাচনত মেধি নানামি দলৰ গঠনমূলক কামকে কৰি যাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। তাকে নকৰি নিৰ্বাচনত থিয় দিলে হয়তো "তেতিয়াৰ অসমৰ ৰাজনৈতিক নেতৃত্বৰ গৌৰৱৰ জয়মালা লাভ কৰিলেহেঁতেন।" মেধিয়ে ৰাষ্ট্ৰৰ স্বাৰ্থক ব্যক্তি-স্বাৰ্থৰ বহুতো ঊৰ্দ্ধত স্থান দিছিল। ১৯৩৭ চনৰ নিৰ্বাচনত লোকপ্ৰিয় গোপীনাথ বৰদলৈ কংগ্ৰেছৰ দলৰ নেতৃত্ব লোৱাৰ পিছত ১৯৩৮ চনত দলৰ সদস্য যোগেন্দ্ৰ নাথ বৰুৱাৰ হঠাৎ পৰলোক প্ৰাপ্তি ঘটাত দেশৰ স্বাৰ্থৰ খাতিৰত বিৰোধী দলৰ প্ৰতিক্ৰিয়াশীল প্ৰাৰ্থীজনক পৰাজয় কৰাৰ উদ্দেশ্যে উপনিৰ্বাচনত থিয় হৈ জয় লাভ কৰিছিল। দলৰ নেতৃত্বৰ মান-মৰ্যাদাৰ প্ৰতি লালায়িত হোৱা হ'লে সাধাৰণ নিৰ্বাচনতে প্ৰাৰ্থীত্বদানে প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হ'লহেঁতেন। মেধি ১৯৩৮ চনত গুৱাহাটী লোকেল'বৰ্ডৰ প্ৰথম কংগ্ৰেছ সদস্য হিচাপে বোৰ্ডৰ সভাপতি নিৰ্বাচিত হৈছিল।

দ্বিতীয় মহাসমৰ পূৰ্ণোদ্যমে চলি থাকোঁতেই ১৯৪২ চনৰ আগষ্ট মাহত কংগ্ৰেছে বৃটিছসকলে "ভাৰত ত্যাগ" কৰিব লাগে বুলি দৃঢ় দাবী জনালে। "ভাৰত ত্যাগ" আন্দোলনৰ ঢৌ জোৱাঁৰৰ দৰে উথলি উঠিল। বোম্বাইত বহা কংগ্ৰেছ অধিবেশনৰ পিচতে ৯ আগষ্টৰ দিনা মহাত্মা গান্ধী প্ৰমুখ্যে আন্দোলনৰ নেতাসকলক গ্ৰেপ্তাৰ কৰিলে। অসমতো আন্দোলনে তীব্ৰৰূপ ধাৰণ কৰিলে। মেধি, বৰদলৈ প্ৰমুখ্যে নেতাবৰ্গক গ্ৰেপ্তাৰ কৰি যোৰহাট জেললৈ চালান দিলে। বিয়াল্লিছৰ শ্বহীদ হৈ কুশল কোঁৱৰ, কনকলতা, আই ভোগেশ্বৰীকে ধৰি বহুতে প্ৰাণ আহুতি দিলে, শ শ জনৰ দেহ বৃটিছৰ সশস্ত্ৰ পুলিচ আৰু মিলিটাৰীৰ গুলীৰ আঘাতত, সঙ্গীনৰ খোঁচাত, লাঠিৰ

কোৰত, বুট জোতাৰ পিহঁনিত থেঁতেলা হ'ল, বিকলাঙ্গ হ'ল আৰু অনেকে সশ্ৰম কাৰাদণ্ড খাটিলে, বহুতে অন্ধকাৰ চেলত থাকি জীয়াতু ভুগিলে। মেধিয়ে ১৯৪২ চনৰ ৯ আগষ্টৰপৰা ১৯৪৫ চনৰ ২৩ মাৰ্চলৈ কাৰাদণ্ড ভোগী শেষবাৰৰ বাবে মুক্তি লাভ কৰিলে।

দেশ স্বাধীন হোৱাৰ আগে আগে ১৯৪৬ চনত গোপীনাথ বৰদলৈৰ নেতৃত্বত মন্ত্ৰীসভা গঠিত হ'ল আৰু মেধিক উপদলপতি পাতি ৰাজহ আৰু বিত্ত বিভাগৰ দায়িত্ব দিলে। ইয়াৰ পিছতে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ইংৰাজৰ দুশ বছৰীয়া শাসনৰ অন্তত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাত অসমেও তাৰ ফল ভোগ কৰিলে। দেশ স্বাধীন হোৱাৰ তিনি বছৰমান পিছতে অসমৰ ভাগ্যাকাশ মেঘাচ্ছন্ন হ'ল। ১৯৫০ চনৰ ৫ আগষ্টৰ নিশা কুমাৰ ভাস্কৰ নাট্য মন্দিৰত থিয়েটাৰ চাই শিল পুখুৰীৰ বাসভৱনলৈ উভতি আহি হৃদৰোগত আক্ৰান্ত হৈ বৰদলৈ শেষ নিশ্বাস ত্যাগ কৰিলে।

লোকপ্ৰিয় বৰদলৈৰ পিছতে তেখেতৰ প্ৰকৃত উত্তৰাধিকাৰী মেধিৰ কান্ধত মুখ্যমন্ত্ৰীৰ গধুৰ বোজা পৰিল। এনেতে ১৫ আগষ্টৰ ৰাতি অসমত প্ৰলয়ঙ্কাৰী ভূমিকম্প হৈ বহুলোক মৃত্যু মুখত পৰিল, দেশৰ অভাৱনীয় আৰু অপূৰণীয় ক্ষতি হ'ল। নতুনকৈ মুখ্যমন্ত্ৰীৰ দায়িত্ব বহন কৰা মেধিৰ বাবে এইটো এটা ডাঙৰ পৰীক্ষা হ'ল। আচৰিত কথা যে বিপুল সাহস, অদম্য কৰ্ম প্ৰেৰণা, আৰু অসীম ধৈৰ্য্যৰ পৰিচয় দি মেধিয়ে এইবাৰ প্ৰাকৃতিক সঙ্কটৰপৰা অসমক ৰক্ষা কৰিলে। ১৯৫০ চনৰপৰা ১৯৫৭ চনলৈ মেধিয়ে দলৰ নেতৃত্ব দিলে। এই কালছোৱাৰ ভিতৰত ব্ৰহ্মপুত্ৰ দলং, তেল শোধনাগাৰ, উমৰু বিদ্যুৎ প্ৰকল্প, সাম্প্ৰদায়িক সংঘৰ্ষ, ১৯৫৫ চনত ৰাজ্য পুনৰ গঠনৰ সময়ত গোৱালপাৰা জিলাৰ অস্তিত্ব ৰক্ষাক লৈ উদ্ভৱ হোৱা অশান্তি, বিদেশী অনুপ্ৰবেশ, মিজো আন্দোলন, নগা আন্দোলন আৰু পাহাৰ-ভৈয়াম সমস্যাকে ধৰি নতুন এশ এটা সমস্যাই অসমৰ বাতাবৰণ দূষিত কৰি তুলিছিল। সমস্যা বহুল

ৰাজ্যখনৰ সকলো সমস্যা মেধিয়ে অসীম ধৈৰ্য্য আৰু চিন্তা সহকাৰে সমাধান কৰাত কৃতকাৰ্য্য হৈছিল। মেধিৰ দৰে এজন বিৰাট ব্যক্তিত্বশালী লোকৰ কাৰণেহে ইমানবোৰ গুৰুত্বপূৰ্ণ সমস্যাক সমানে গুৰুত্ব দি সমাধানৰ পথ বাছি উলিওৱাটো সম্ভৱ হৈছিল। লোক-প্ৰিয়ৰ আৰ্হিৰে মেধিয়ে অসমৰ পাহাৰ-ভৈয়ামৰ মাজত উদ্ভৱ হোৱা সমস্যাৱলী সমন্বয়-সম্প্ৰীতি আৰু পৰস্পৰ বুজা-পৰাৰ মাজেদি সমাধা কৰাৰ আপ্ৰাণ চেষ্টা কৰিছিল। মেধিৰ উদ্যোগত ১৯৫৪ চনৰ ২৬ জানুৱাৰীৰ দিনা "পৰ্বত-ভৈয়াম সম্প্ৰীতি উৎসৱ"ৰ শুভ আৰম্ভণি কৰা হয়। সেই উৎসৱত মেধিয়ে দিয়া উদ্বোধনী ভাষণটো কেৱল তাৎপৰ্য্যপূৰ্ণই নহয়, অসমৰ পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ যোগসূত্ৰৰ এখন সুন্দৰ দলিলো।

১৯৫৭ চনৰ বছৰটোত ৰাজ্যজুৰি অনেক অশান্তিৰ সৃষ্টি হৈছিল। তেল শোধনাগাৰৰ দাবীত গঢ়ি উঠা জনজাগৰণে অসম চৰকাৰৰ গাদীত ভালকৈ জোকৰণি এটা মাৰিলে। মেধিয়ে অসমত সেই সময়ত তেল শোধনাগাৰ পতাৰ মুঠেও পক্ষপাতি নাছিল। তেখেতৰ যুক্তি আৰু বক্তব্য আছিল এনে ধৰণৰ—"মই নিজেও সকলোপিনৰ-পৰা এই কথাটো চালি-জাৰি চাইছোঁ। যিমানেই মই এই বিষয়ে চিন্তা কৰিছোঁ, সিমানেই অসমত এতিয়া তেলশোধনাগাৰ স্থাপনৰ যুক্তি বিচাৰি নাপাওঁ। অসমৰ স্বাৰ্থৰ কাৰণেই অসমত এতিয়া তেল শোধনাগাৰ হ'ব নালাগে। অসমত এতিয়া তেল শোধনাগাৰ স্থাপন কৰা হ'লে—খাল খান্দি কুম্ভীৰ অনাৰ দৰে হ'ব।"

তেল শোধনাগাৰৰ দাবীত কৰ্ম পৰিষদে হৰতালৰ আহ্বান দিছিল। হৰতালৰ আগদিনা গধূলি নবীন বৰদলৈ হলত বহা সভাত মেধিয়ে ভাষণ দিয়া সময়ত কিছুমান অভাৱনীয় পৰিস্থিতিৰ উদ্ভৱ হৈছিল। সেইদিনা ৰাতি এজন বিৰোধীদলৰ নেতাই মেধিক সাক্ষাৎ কৰি অনুশোচনাৰ সুৰত অনুতপ্ত হোৱা বুলি প্ৰকাশ কৰাত মেধিয়ে নিৰ্বিকাৰ চিত্তে কৈছিল—"সেইবোৰ সমূলি পাহৰি গৈছোঁ;

দুটা যুক্তিৰ সংঘাতত এনে হোৱাটো তেই স্বাভাৱিক। তদুপৰি জনতাই উত্তেজনাতে এনে কাম কৰিছে। তাকে লৈ থাকিলে কি লাভ হ'ব? মই এতিয়াও ইচ্ছা কৰোঁ অসমৰ বৃহৎ স্বাৰ্থৰ খাতিৰত এতিয়াও হৰতাল পৰিহাৰ কৰিবা।"

এই পৰিস্থিতিয়ে মেধিৰ মনত গভীৰভাৱে ৰেখাপাত কৰিলে। ৰাতি টোপনি নোহোৱা হ'ল, শৰীৰৰ দিনকে দিনে দুৰ্বল হৈ পৰিল। অন্তৰ্দ্বন্দ্ব সৃষ্টি হ'ল। মেধিৰ সুস্থিৰ মনে উপায় বিচাৰি পালে। সত্যনিষ্ঠ, পূৰাপূৰি গান্ধীবাদী মেধিৰ চিন্তাই পোৱালি মেলিলে আৰু ক'লে—"অসমৰ মুখ্যমন্ত্ৰী হিচাপে মোৰ জ্ঞান বিশ্বাসমতে দেশক মোৰ গোটেই মনপ্ৰাণ দি সেৱা কৰাত কেতিয়াও ত্ৰুটী-বিচ্যুতি কৰা নাই, তথাপি কিছুমানে ভাবে মই আঁতৰি গ'লে দেশৰ অধিক মঙ্গল হ'ব। এনে অৱস্থাত মোৰ ব্যক্তিগত কোনো স্বাৰ্থ নাই যাৰ বাবে মই সেইসকল লোকৰ ইচ্ছাৰ বিৰোধিতা কৰি মুখ্যমন্ত্ৰীৰ পদটোত আঁকোৰগোঁজ দি ধৰি থাকিম। মই আঁতৰি গ'লে দেশৰ যদি অধিক মঙ্গল হয় মই কিয় সেইসকলক ৰাজ্য চলোৱাৰ ভাৰ এৰি নিদিম?

মেধিৰ চিন্তাই বাস্তৱ ৰূপ ধাৰণ কৰিলে। ক্ষিপ্ৰ গতিত সিদ্ধান্তৰ কথা সেই সময়ত কলিকতাত থকা মেধিৰ অন্যতম বিশিষ্ট নেতা সিদ্ধিনাথ শৰ্মাক জনালে। লগে লগে সিদ্ধান্তৰ প্ৰতিলিপি নতুন দিল্লী পালে "মই ৰাজ্যৰ ভাৰ আৰু গ্ৰহণ কৰি থাকিবৰ ইচ্ছা নকৰোঁ।"

১৯৫৭ চনৰ শেষৰ ফালে মুখমন্ত্ৰীৰ পদ ইস্তফা দি উন্নতশীল মাদ্ৰাজ প্ৰদেশৰ সৰ্বজনপ্ৰিয় ৰাজ্যপাল হৈ অতি সুখ্যাতিৰে ৩ বছৰ কাল কটাই গুৱাহাটীলৈ উভতি আহিল। ৰাজ্যপালৰ পদবীৰ পৰা অৱসৰ ল'লেও অসমৰ সমস্যাৰপৰা অৱসৰ ল'ব পৰা নাছিল। উঠোঁতে-বহোঁতে, খাওঁতে-শোওঁতে অসমৰ স্বপ্ন তেখেতৰ চকুৰ আগত ভাহি আছিল আৰু জীৱনৰ শেষ কাললৈকে তেখেতৰ অনুগামী-সকলক সেই সমস্যাবোৰ সমাধান কৰাৰ পথত দিহা-পৰামৰ্শ দিছিল।

বিষ্ণুৰাম মেধিৰ সংগ্ৰামী জীৱনৰ প্ৰতি অসীম শ্ৰদ্ধাশীল হৈ ১৯৬৬ চনত তেখেতৰ ৭৮ বছৰ বয়সত অসমৰ ৰাইজে তেখেতক অভিনন্দন জনাইছিল। এই উৎসৱ পালনৰ বাবে "শ্ৰীবিষ্ণুৰাম মেধি অভিনন্দন সমাৰোহ সমিতি" নামদি সমিতি এখন গঠন কৰি যথোপযুক্ত কাৰ্য্য সূচীৰে এই সমাৰোহ সম্পাদন কৰা হৈছিল। সমিতিৰ কাৰ্য্য-নিৰ্বাহক সভাৰ বিষয়ববীয়াসকল আছিল ক্ৰমে--শ্ৰীবিমলা প্ৰসাদ চলিহা ( পৃষ্ঠপোষক ), শ্ৰীশৰৎচন্দ্ৰ সিংহ ( সভাপতি ), শ্ৰীমহীকান্ত দাস ( উপ-সভাপতি ), শ্ৰীৰামচৰণ দাস ( সম্পাদক), শ্ৰীনাৰায়ণ দাস ( ধনভঁৰালী ) আৰু সভ্যসকল আছিল—শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী, শ্ৰীসতীশ চন্দ্ৰ কাকতি, শ্ৰীলক্ষ্মীধৰ বৰা আৰু ডাঃ ঘনশ্যাম দাস।

অসমৰ ৰাইজে কৃতজ্ঞতাৰ চিন স্বৰূপে দিয়া প্ৰাণৰ অকৃত্ৰিম অভিনন্দন মেধিয়ে ভাব-আবেগত উগুল-থুগুল হৈ আনন্দাশ্ৰু ভৰা হৃদয়েৰে শিৰত তুলি লৈছিল। ৭৮ বছৰীয়া কৰ্মময় জীৱনৰ স্বাক্ষৰ স্বৰূপে ৭৮ হেজাৰ টকাৰ ধনৰ মোনা এটা তেখেতলৈ আগবঢ়োৱাত সেই দান সভক্তিৰে সোঁহাতেৰে গ্ৰহণ কৰি বাঁওহাতেৰে দেশৰ কণ কণ শিশুসকলৰ মঙ্গলৰ কাৰণে পুনৰ দান কৰিছিল।

মেধিৰ সহধৰ্মিণী নিৰ্মলা মেধি তেখেতৰ জীৱন সঙ্গীনীয়েই কেৱল নাছিল ; সতি-সন্তনিহীন দাম্পত্য জীৱনৰ দুয়ো দুয়োৰে পৰিপূৰক আছিল। বিয়াৰ সময়ত মেধিৰ বয়স প্ৰায় ২৮ বছৰ আৰু পত্নীৰ বয়স ১১ বছৰ। সাধাৰণ লিখা-পঢ়া জনা নিৰ্মলাক সহধৰ্মিণীৰূপে আঁকোৱালি লোৱাৰ দিন ধৰি সহধৰ্মিণী দুখ পোৱা কোনো কাম কৰা নাছিল। আৰু সহধৰ্মিণীয়েও মেধিৰ সংগ্ৰামী জীৱনৰ প্ৰতি খোজতে গাটোতে ছাঁটোৰ দৰে লাগি থাকি সেৱা-শুশ্ৰূষা কৰিছিল। মেধিৰ পৰলোক প্ৰাপ্তিৰ কেইবছৰমান আগতে শিৰত সেন্দুৰ লৈ নিৰ্মলা মেধি স্বৰ্গগামী হয়। বিবাহৰ দিন ধৰি জীৱনৰ শেষলৈকে স্বামীৰ অতি প্ৰিয় বস্তু দুটাৰ সেৱা শ্ৰদ্ধাসহকাৰে স্বহস্তে কৰি আছিল। প্ৰথমটো আছিল নিজে ৰন্ধা-বঢ়া কৰা অন্নমুঠি আৰু

আনটো আছিল নিজে পাঁজি বটি, সূতা কাটি বুই দিয়া খদ্দৰ ধুতি-চোলা। মেধিৰ গাৰ্হস্থ্য জীৱনৰ চাৰিত্ৰিক দিশত ৰেখাপাত কৰি নিৰ্মলা মেধিয়ে লিখা—"পত্নীৰ দৃষ্টিত স্বামী" প্ৰবন্ধৰ কিয়দাংশ তুলি দিয়া হ'ল—

"তেওঁৰ যে ক'ত বেয়া, কোনখিনিত বেয়া· বিচাৰিয়েই নাপাওঁ। মোৰ পৰাজয়। তথাপি দোষৰ ভিতৰত এটা আছে। কিবা কামত, কিবা কথাত· বেয়া দেখিলে বা বেয়া পালে সামান্য কথা হ'লেও চকু মুখ ৰঙা কৰি গৰ্ গৰাই উঠে। সেই মানুহজন ইফালে ঘৰৰ চাকৰেই হওক বা উচ্চ পদস্থ কৰ্মচাৰীয়েই হওক।"

"ৰাজনীতিৰ ক্ষেত্ৰত তেওঁৰ নিজস্ব মতক যি সকলে প্ৰতিবাদ কৰে বা তেওঁৰ আঁকোৰগোজ মতবাদক পচন্দ নকৰি যি সকলে প্ৰতিবাদ বা বিদ্ৰোহ কৰে—মই এটা কথা অতি স্পষ্টভাৱে প্ৰকাশ কৰিব পাৰোঁ যে সেইসকল ব্যক্তিৰ প্ৰতি তেওঁ বেয়া ভাব কেতিয়াও পোষণ নকৰে। মই জানো সেইসকল লোকৰ প্ৰতি সম্পূৰ্ণ শ্ৰদ্ধা তেওঁ ৰাখে। কেতিয়াও মই তেওঁৰ মুখে, 'এইজন মানুহ বেয়া' এই কথা শুনা নাই। কাৰোবাৰ প্ৰতি বিৰক্ত হ'লে আৰু খং উঠিলে সেইটো যে ইমান সোনকালে পাহৰি যাব পাৰে আচৰিত।"

"তেওঁ গোটেই জীৱনছোৱাত কোনো ক্ষেত্ৰত মিছা কথা বা কথা ঘূৰাই পকাই কোৱা মনত নপৰিল। এইটো কথা ক'লে মানুহজনে বেয়া পাব গতিকে তাক ঘূৰাই পকাই বা তেওঁক দুখ নিদিয়াকৈ· কথাটো কওঁ, তেওঁ কোনো কালেই পচন্দ নকৰিলে। সি সত্য, সেইটো কথা সেইভাৱেই মুখৰ আগতে ক'বলৈ অলপো সংকোচ নকৰে।"

"তেওঁৰ মুখত শুনিছিলোঁ তেওঁ কলেজীয়া জীৱন আৰম্ভৰপৰা বৃটিছক খেদি দেশ কেনেকৈ উদ্ধাৰ কৰিব লাগে তাৰ বাবে সপোন দেখিছিল—

···মেধি ডাঙৰীয়াই সেই সময়ত বিবেকানন্দৰ সংস্পৰ্শত আহি

তেওঁৰ সেই মতবাদ আৰু তীব্ৰতম হৈ উঠিছিল আৰু তেওঁ তেনে এটা বিদ্ৰোহী দলৰ সভ্য ভৰ্ত্তি হৈছিল।"

"১৯৪৭ চনৰপৰা তেওঁ অসম চৰকাৰৰ মন্ত্ৰীৰ বাব লৈ ১৯৫৮ চনত মাদ্ৰাজৰ ৰাজ্যপাল হৈ যায়। মন্ত্ৰী থকা কালত আমাৰ সদায় টকাৰ নাটনি। ···নিজৰ পৰিয়াল বা পৰৰ যিকোনো বিপদতে নিজৰ বা মোৰ হাতে-কামে যি আছে দি সহায় কৰিব নোৱাৰিলে কেনেকৈ ধৰ্ ফৰাব ধৰে সেই অভিজ্ঞতা মোৰ আছে। মাদ্ৰাজৰ ৰাজ্যপাল হৈ থকা অৱস্থাত নিতৌ ভাৰতৰ নানান ঠাইৰপৰা মানুহে সাহায্য বিচাৰি চিঠি লিখে। মই জনাত জনা নজনা এনে এজন মানুহ নাই যাক তেওঁ যিমান বিচাৰে সিমানে নহ'লেও কিঞ্চিৎ পৰিমাণে সহায্য কৰা নাই।"

মেধিৰ কৰ্ত্তব্যপৰায়ণতা আৰু কৰ্মব্যস্ততাৰ এটি উদাহৰণ দিয়া যাব পাৰে—"১৯৫৭ চন। ৰিফাইনেৰী, ব্ৰহ্মপুত্ৰ দলং, নগা পাহাৰৰ সমস্যা আদি কথাবিলাকৰ বাবে ৰাতিয়ে-দিনে খোৱা-শোৱাতো বিপৰ্য্যায় ঘটাৰ ফলত আৰু গোটেই ৰাতি টোপনি নহাৰ ফলত তেওঁৰ শৰীৰৰ অসুখ হৈ পৰিছিল। কিন্তু মন আছিল সম্পূৰ্ণ সুস্থ। ১৯৫৭ চনৰ আগষ্ট মাহৰ ২০ তাৰিখে দিল্লীৰপৰা ঘূৰি আহি গুৱাহাটী পাওঁতেই পণ্ডিতজীৰপৰা খবৰ আহিল, তেওঁ আকৌ তৎক্ষণাৎ দিল্লীলৈ কিবা জৰুৰী কথা এটাৰ বাবে যাব লাগে। ২০ তাৰিখেই চিলঙলৈ আহি ২১ তাৰিখে দিল্লী অভিমুখে যাত্ৰা কৰি সেই ৰাতি গুৱাহাটীত থাকিল। সেই ৰাতি ১০৩ ডিগ্ৰী জ্বৰ। কিন্তু তেওঁ ২২ তাৰিখে পুৱা যাবই। খবৰ পাই মই আহিলোঁ আৰু তেওঁৰ লগতে ২২ তাৰিখে দিল্লী অভিমুখে ৰাওনা হ'লোঁ।"

মেধি মাদ্ৰাজৰ ৰাজ্যপাল হৈ থকা সময়ছোৱাত কৰ্মব্যস্ততা কিছু কমিছিল। তেতিয়া তেখেতে নিয়মিতভাবে নানান ধৰ্মশাস্ত্ৰ পঢ়িছিল। মাৰ্বল পাথৰৰ নিৰ্মিত বংশীধাৰী কৃষ্ণ মূৰ্ত্তিয়ে সুশোভন কৰি থকা থাপনাৰ ওচৰত মূৰ দোঁৱাই সেৱা-অৰ্চনা কৰিছিল।

দিনে দিনে তেখেতৰ ঈশ্বৰ-বিশ্বাস বাঢ়ি গৈছিল। অৱশ্যে মাত্ৰাজলৈ যোৱাৰ আগতেও খুব পুৱাতে উঠি গা-মূৰ ধুই গোসাঁই সেৱাৰ জৰিয়তে দিনটোৰ কাৰ্য্যসূচী আৰম্ভ কৰিছিল।

মেধিৰ আন এটি প্ৰধান চাৰিত্ৰিক গুণ আছিল কণ-কণ শিশু-সকলক ভাল পোৱাটো। নিজৰ ল'ৰা-ছোৱালী নথকাৰ বাবে হওক বা ঈশ্বৰ প্ৰদত্ত মাহাত্ম্যৰ বাবেই হওক দেশৰ শিশুসকলক তেখেতে ইমান ভাল পাইছিল যে মৃত্যুৰ কেইবছৰমান আগতে তেখেতৰ হাজো আৰু গুৱাহাটীত থকা স্থাবৰ আৰু অস্থাবৰ সকলো সম্পত্তি দান কৰি বায়। দান কৰাৰ পিছত গুৱাহাটীৰ নিজৰ বাসভৱনটোৰ বাবে মাহিলি ২৫ টকা ভাড়া বন্দবস্ত কৰি মৃত্যু পৰ্য্যন্ত তাত থাকে। ট্ৰাষ্টৰ উদ্দেশ্যৰ ইঙ্গিত দি পত্নী নিৰ্মলা মেধিয়ে কৈছিল—"ট্ৰাষ্টৰ উদ্দেশ্য কাৰ্যত পৰিণত কৰিব পাৰিলে আমাৰ আত্মাই শান্তি পাব সন্দেহ নাই। আমাৰ আশা ৰাইজে এই দান গ্ৰহণ কৰিব। বৰ্তমান আমি থকা ঘৰত আমি অবিহনে দেশৰ কণ-কণ পোনাইঁতৰ পাঠ্য মন্দিৰ হ'ব। যুগৰ পিছত যুগ ধৰি পোনাইঁতৰ পদৰেণু কণাই এই ঘৰখনত পৰিপূৰ্ণতা আনি তাক তীৰ্থত পৰিণত কৰিব।"

অভিনন্দন সমাৰোহৰ পিছত আৰু এটি যুগ বাগৰি গ'ল। প্ৰাণাধিক সহধৰ্মিণীৰ মৃত্যুয়ে তেখেতৰ কোমল হিয়াত দাৰুণ আঘাত হানিলে। ক্ৰমে ক্ৰমে শৰীৰ দুৰ্বল হৈ পৰিল। মানসিক ভাৰসাম্য হেৰাই পেলালে আৰু ১৯৮০ চনৰ ২৩ এপ্ৰিলৰ দিন পূৰ্ণ পৌঢ় কাল প্ৰাপ্ত হৈ ৯২ বছৰ বয়সত ট্ৰাষ্ট কমিটিৰ ভাড়া ঘৰত শান্তিৰে শেষ নিশ্বাস ত্যাগ কৰিলে আৰু অসমে সিদিনা এই যুগৰ বিশিষ্ট নেতা এগৰাকীক হেৰুৱাৰ মৰ্মবেদনা অনুভৱ কৰিলে।*

* ১৯৫৮ চনত মুখ্যমন্ত্ৰী দায়িত্ব বহন কৰাৰ দিনৰে পৰা পৰলোক প্ৰাপ্তিৰ কাললৈকে লেখকৰ মেধিদেৱৰ সান্নিধ্য সুখ লাভ কৰা সুযোগ ঘটিছিল।

# ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰী

সমগ্ৰ অসম আৰু পঞ্জাৱ ভূমিত মহেন্দ্ৰমোহন চৌধুৰী এটা জনপ্ৰিয় নাম। এইজন আপোনভোলা নেতাৰ ১৯০৮ চনৰ ১২ এপ্ৰিল তাৰিখে বৰপেটাৰ ওচৰৰ নগাঁও নামে সৰু গাঁও এখনিত জন্ম হৈছিল। তেখেতৰ পিতাকৰ নাম দণ্ডীৰাম চৌধুৰী আৰু মাতৃৰ নাম ভাগিৰথী আছিল। ভাগিৰথী দুজন পুত্ৰ আৰু চাৰিগৰাকী কন্যা এৰি ১৯৮৪ চনত কালপ্ৰাপ্ত হয়।

মহেন্দ্ৰমোহন চৌধুৰী এজন নিষ্ঠাৱান কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে ৰাজনীতিৰ পথাৰত প্ৰৱেশ কৰে। জীৱিকাৰ পথ হিচাপে তেখেতে আইন ব্যৱসায় গ্ৰহণ কৰিছিল। দেশ আৰু জাতিৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত নিজক উছৰ্গা কৰি সময়ত অসমৰ মুখ্যমন্ত্ৰী আৰু পঞ্জাৱৰ কীৰ্তিমন্ত ৰাজ্যপাল তথা ভাৰতবৰেণ্য নেতা হিচাপে স্বীকৃতি লাভ কৰি ১৯৮২ চনৰ ডিচেম্বৰৰ ২৬ তাৰিখে গুৱাহাটী মেডিকেল কলেজ হাস্পতালত ৭৫ বছৰ বয়সত পৰলোক গমন কৰে। তেখেতৰ মৃত্যুৰ ৭ বছৰ পূৰ্বে সহধৰ্মিণীৰো পৰলোক প্ৰাপ্তি ঘটে।

মহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াই ৰাজনীতিৰ ক্ষেত্ৰত যি স্থান লাভ কৰিছিল. কলা-সংস্কৃতিৰ পৃষ্ঠপোষক হিচাপে অধিক খ্যাতি লাভ কৰিছিল বুলি ক'লে বোধকৰোঁ অত্যুক্তি কৰা নহ'ব। তেখেত যে এগৰাকী বহুগুণসম্পন্ন পুৰুষ আছিল তাত সন্দেহৰ অৱকাশ লেশমাত্ৰ নাই। তেখেত সদৌ অসম ছাত্ৰ সন্থা, অসম গ্ৰামসেৱক সঙ্ঘ, অসম কংগ্ৰেছ কমিটি, অখিল ভাৰত কংগ্ৰেছ কমিটি (১৯৫৬-৫৮) প্ৰভৃতি অনুষ্ঠানৰ সাধাৰণ সম্পাদক হিচাপে কাম কৰি প্ৰত্যেক ক্ষেত্ৰতে যোগ্যতাৰ পৰিচয় দিছিল।

সাহিত্য চৰ্চা আৰু সংবাদ-পত্ৰৰ সেৱা দুয়োটা বিষয়ত চৌধুৰীৰ বিশেষ ৰাপ্ আছিল আৰু নিষ্ঠা আৰু সততাৰে সেই কাৰ্যত ব্ৰতী হৈছিল। তেখেত 'ইষ্টাৰ্ণ চেন্টিনেল' দৈনিক ইংৰাজী কাকতৰ সম্পাদক আৰু 'নৱদিগন্ত' নামৰ মাহেকীয়া আলোচনীৰ পৃষ্ঠপোষক আছিল। চৌধুৰী ডাঙৰীয়াই কেবা বছৰ ধৰি (১৯৩৬-৪০) 'হিন্দুস্তান ষ্ট্যাণ্ডাৰ্ড' কাকতৰ বাতৰি যোগনীয়াৰ হিচাপেও সেৱা আগবঢ়াইছিল। তেখেত মহাপুৰুষীয়া ধৰ্মৰ এজন একনিষ্ঠ সেৱক আছিল আৰু 'গুৰু-লীলা' চৰিত পুথিখনি সম্পাদনা কৰিছিল। ইয়াৰ বাহিৰেও তেখেতে 'দি লাইফ অব্ মহাত্মা গান্ধী' আৰু 'দি ফিলোচফি অব্ ৱিনোৱাভাবে' নামৰ জীৱনীগ্ৰন্থ দুখন ৰচনা কৰিছিল।

চৌধুৰী ডাঙৰীয়া বহুতো জনকল্যাণমূলক আৰু সাংস্কৃতিক অনুষ্ঠানৰ সভাপতিৰ গুৰু দায়িত্ব লৈছিল আৰু প্ৰতিটো অনুষ্ঠানকে ৰূপ দিয়াত পাৰ্যমানে ধনে, মনে, প্ৰাণে সহায় কৰিছিল। তেনে কেইটামান অনুষ্ঠান আছিল হৰিজন সেৱক সংঘ, ৰাজ্যিক ভাৰত সেৱক সংঘ, ৰাজ্যিক গান্ধী স্মাৰকনিধি, মহাত্মা গান্ধী আৰু শ্বহীদ স্মৃতি ট্ৰাষ্ট, অসম প্ৰদেশ কংগ্ৰেছ কমিটি, লোকপ্ৰিয় গোপীনাথ বৰদলৈ টি. বি. হস্পিতাল, গুৱাহাটীৰ গীতা সমাজ, লোকবন্ধু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা কেন্‌চাৰ হস্পিতাল, অসম সাহায্য সমিতি, গান্ধীমাৰ্গ, গান্ধী মণ্ডপ, গীতা মন্দিৰ, গো-সেৱা সমিতি, শ্ৰীমন্ত শঙ্কৰ মিচন, বিমলাপ্ৰসাদ চলিহা চুইমিং পুল, মধুপুৰ সত্ৰ সমিতি, পুৰী-জগন্নাথৰ শঙ্কৰদেৱ সংস্কৃতি সমাজ। গুৱাহাটীৰ মাজ মজিয়াত বহু কষ্টে নিৰ্মাণ কৰা শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি বিকাশ সমিতিৰ চৌধুৰীদেৱ মুখ্য পৃষ্ঠ-পোষক আছিল। 'গুৱাহাটী টাউন ক্লাব' চৌধুৰীদেৱৰ পৃষ্ঠপোষ-কতাত এটি লেখতল'বলগীয়া ক্ৰীড়াৰ অনুষ্ঠান হৈ উঠিছিল।

কংগ্ৰেছৰ এজন উৰ্দ্ধতন নেতা হিচাপে চৌধুৰীদেৱে বিভিন্ন দায়িত্বত থাকি সততা আৰু একাগ্ৰতাৰে কাম কৰি নিজেও সন্তোষ লভিছিল আৰু আনকো সন্তোষ দিব পাৰিছিল। এই মহৎ গুণবোৰৰ

অধিকাৰী হোৱাত মহাত্মা গান্ধী আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ সান্নিধ্য আৰু প্ৰেৰণাই অনুপ্ৰাণিত কৰিছিল। তেখেত একেৰাহে অসম বিধান সভাৰ সদস্য (১৯৪৬-১৯৫২), পাৰ্লিয়ামেণ্টৰী চেক্ৰেটাৰী (১৯৪৭), মন্ত্ৰী (১৯৫১, ১৯৫৫), অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি, অসম বিধান সভাৰ অধ্যক্ষ (১৯৬৭), কেবিনেট মন্ত্ৰী (১৯৬৭-১৯৭০) মুখ্যমন্ত্ৰী (১৯৭০-১৯৭২) আৰু শেষত পঞ্জাৱৰ ৰাজ্যপাল (১৯৭৩-১৯৭৭) আছিল।

মহেন্দ্ৰমোহন চৌধুৰী জনতাৰ মানুহ আছিল। ভেম্-ফষ্টি বোলা বস্তু তেখেতৰ শৰীৰত নাছিল। দেশভক্ত ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু গোপীনাথ বৰদলৈ প্ৰমুখ্যে অসমৰ গান্ধীবাদী নেতাসকলৰ আদৰ্শৰ অনুগামী হৈ কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে যোগ দিয়া দিনৰেপৰা পঞ্জাৱৰ ৰাজ্যপাল হৈ ভগ্নাস্বাস্থ্য লৈ অসমলৈ ঘূৰি অহালৈকে জনতাৰ মাজত নিজক বিলাই ফুৰিছিল। সৰ্বসাধাৰণ লোকৰ দুখ-সুখৰ বুজ লৈ, সান্ত্বনা দিছিল, পাৰ্যমানে সহায় কৰিছিল। অসহযোগ আন্দোলনৰ সময়ত অসমৰ চুকে-কোণে ঘূৰি ফুৰিছিল আৰু হেজাৰ হেজাৰ জনতাক কামত উদগনি দিছিল আৰু সিসকলৰপৰা মৰম আৰু শ্ৰদ্ধা দুয়োটাকে সমানে লাভ কৰিছিল।

অসমৰ বাহিৰে ভাৰতবৰ্ষৰো বিভিন্ন প্ৰান্তত তেখেতে ভ্ৰমণ কৰিছিল, বিশেষকৈ পঞ্জাৱৰ ৰাজ্যপাল হৈ থাকোঁতে পঞ্জাৱৰ প্ৰতিখন গাঁৱলৈ গৈছিল, জনতাৰ অৱস্থাৰ বুজ লৈছিল আৰু প্ৰয়োজনীয় সহায়-সাহায্য আগবঢ়াছিল। সেয়ে পঞ্জাৱলৈ যাওঁতে এজন উচ্চ বিষয়াৰ মুখত শুনি আনন্দ পাইছিলোঁ—"বুজিছে, চৌধুৰী ডাঙৰীয়া মানুহ নহয়; সাক্ষাৎ ঈশ্বৰ।"

চৌধুৰী ডাঙৰীয়াই বিদেশৰ বহু ৰাষ্ট্ৰ ভ্ৰমণ কৰিছিল আৰু সিবোৰত আহৰণ কৰা আদৰ্শ আমাৰ দুখীয়া দেশত কাৰ্যকৰী কৰাৰ চেষ্টা কৰিছিল। তেখেত শিল্প আৰু সমবায় মন্ত্ৰী হৈ থাকোঁতে (১৯৫৪) জাপান, চীন, থাইল্যাণ্ড, ব্ৰহ্মদেশ ভ্ৰমণ কৰিছিল। তাৰ

পিচতো অসম চৰকাৰক প্ৰতিনিধিত্ব কৰি পশ্চিম জাৰ্মনী, ফ্ৰান্স, ইংল্যাণ্ড, যুগোশ্লাভীয়া, চুইজাৰল্যাণ্ড, আৰু ইটালিলৈ গৈছিল। চৌধুৰীদেৱে ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত স্বেচ্ছা-সেৱক হিচাপে কাম কৰি কৰ্মতৎপৰতা, একনিষ্ঠতা আৰু সাহসি-কতাৰ পৰিচয় দি অসমৰ তথা ভাৰতবৰ্ষৰ বহুতো শিৰফুটা নেতাৰ চকুত চমক লগাব পাৰিছিল। এই অধিৱেশনে চৌধুৰীৰ জীৱন দৃশ্য-পট পৰিবৰ্তন কৰে। তাত মহাত্মা গান্ধীক প্ৰথমবাৰৰ কাৰণে দেখা পোৱাৰ সৌভাগ্য লাভ কৰিছিল আৰু মহাত্মাৰ বিশাল ব্যক্তিত্বই চৌধুৰীদেৱক মন্ত্ৰমুগ্ধ কৰিছিল। চৌধুৰী ডাঙৰীয়াই ১৯৩০ চনত কানিংহামৰ কুখ্যাত চাৰ্কুলাৰৰ বিৰুদ্ধে জনমত সংগ্ৰহ কৰি গাঁৱে-ভূঞে তেজোদ্দীপক বক্তৃতা দিছিল। স্বাধীনতা আন্দোলনত জঁপিয়াই পৰি চৌধুৰীদেৱে ১৯৩২, ১৯৪১ আৰু ১৯৪৭ত তিনিবাৰ গ্ৰেপ্তাৰ হৈ চাৰি বছৰ কাৰাবাস খাটিছিল।

লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ পিচতে তেখেতৰ আদৰ্শমুগ্ধ, পৰম অনুগামী মহেন্দ্ৰমোহন চৌধুৰীদেৱে অসমৰ পৰ্বত-ভৈয়ামৰ মাজত সম্প্ৰীতি-সংহতি আৰু সমন্বয় গঢ়ি তোলাৰ চেষ্টা কৰিছিল। তেখেতে পাহাৰত বাস কৰা অসমীয়া ভাই-ভনীসকলৰ উত্তৰোত্তৰ উন্নতৰ বাবে তেখেতসকলৰ অৱস্থা প্ৰত্যক্ষভাৱে অধ্যয়ন কৰি ভালে-মাম সমাজ কল্যাণ অনুষ্ঠান পাতিছিল আৰু তেনে অনুষ্ঠানবোৰৰ জৰিয়তে স্বাস্থ্যকৰ পানী, কাপোৰ, আহাৰ, কিতাপ-পত্ৰ, আদিৰ যোগান ধৰিছিল আৰু ল'ৰা-ছোৱালীৰ শিক্ষাৰ প্ৰতি বিশেষ লক্ষ্য ৰাখি স্কুল আদি পাতি দিছিল। তেখেতৰ এনে মহৎ কাৰ্যৰ দ্বাৰা বিভিন্ন অঞ্চলত সিঁচৰতি হৈ থকা কমেও কুৰি হাজাৰ ল'ৰা-ছোৱালী উপকৃত হৈছিল। তেখেতৰ ভাষাত—"এইটো সমাজ সেৱাৰ ডাঙৰ যাদু।" তেখেতে আৰু কৈছিল যে মহাত্মা গান্ধীৰ জীৱনৰ সবাতোকৈ শ্ৰেষ্ঠ কৃতিত্ব হৈছে দৰিদ্ৰ আৰু নিষ্পেষিতসকলৰ সেৱা কৰি তাত কৃতকাৰ্য লাভ কৰাটো।

চৌধুৰী প্ৰথমে অসমীয়া তাৰ পিছতহে সৰ্বভাৰতীয় আছিল বুলি ক'লে বোধকৰোঁ তেখেতৰ প্ৰতি অবিচাৰ কৰা নহ'ব। তেখেত বাগ্মীবৰ নীলমণি ফুকন ককাৰ অতি স্নেহ আৰু আশীৰ্বাদৰ পাত্ৰ আছিল। ককাৰ দৰে চৌধুৰীদেৱেও য'লৈকে নাযাওক লাগে স্কাইলাৰ্ক চৰাইটোৰ দৃষ্টিৰে নিজৰ ঘৰখনলৈ—মানে মাতৃভূমি অসমলৈ লক্ষ্য ৰাখিছিল আৰু অসমবাসীৰ প্ৰতিটো দুৰ্যোগৰ বা সঙ্কটৰ সময়ত প্ৰাণপণে সহায় কৰিছিল। ১৯৭৪ চনৰ কথা। তেতিয়া চৌধুৰীদেৱ পঞ্জাবৰ অতি জনপ্ৰিয় ৰাজ্যপাল। সেইবছৰৰ জুন-জুলাই মাহত প্ৰবল বানপানীয়ে অসমৰ লোকৰ দুখ-দুৰ্গতিৰ সীমা নোহোৱা কৰিলে। অসমৰ ৰাইজক সহায় কৰিবলৈ পঞ্জাবৰ জনসাধাৰণৰ ওচৰত চৌধুৰীদেৱে ভিক্ষা মাগিলে। সেই সময়ত পঞ্জাবৰ মুখ্যমন্ত্ৰী আছিল তেতিয়াৰ ৰাষ্ট্ৰপতি স্বনামধন্য গিয়ানি জাইল সিং ডাঙৰীয়া। চৌধুৰীৰ জনপ্ৰিয়তা আৰু ব্যক্তিৰ পৰীক্ষা হ'ল। পঞ্জাবৰ ৰাইজে এখন বিশেষ মালবাহী ৰেলত অসমৰ দুৰ্দশাগ্ৰস্ত লোকৰ মাজত বিতৰণ কৰাৰ কাৰণে বাসমতি চাউল, গম, গুড়ি-গাখীৰ, কাপোৰ, কম্বল, ঔষধ প্ৰভৃতি সামগ্ৰী পঠাই দিলে।

১৯৫৬-৫৭ চনত চৌধুৰীদেৱ অখিল ভাৰত কংগ্ৰেছ কমিটিৰ অন্যতম সাধাৰণ সম্পাদক হৈ থকাৰ সময়তে গুৱাহাটী তেল শোধনাগাৰ পতাৰ আন্দোলন আৰম্ভ হয়। তেতিয়াৰ ভাৰতৰ তেলমন্ত্ৰী কে. ডি. মালবীয়াৰ লগত অসমত শোধনাগাৰ পতাৰ যুক্তিযুক্ত পৰামৰ্শ আগবঢ়ায় আৰু অসমীয়া যুৱকসকলে যাতে চাকৰিৰ ক্ষেত্ৰত তাত অগ্ৰাধিকাৰ পায় তাৰ বাবে যথোচিত ব্যৱস্থা ল'বলৈ মালবীয়াক চৌধুৰীদেৱে অনুৰোধ কৰে।

মহাপুৰুষ তিনিজনাৰ পূত-পুণ্য পদৰেণুৱে বিধৌত কৰা বৰপেটা, পাটবাউসী, সুন্দৰীদিয়াৰ শুভ্ৰশুদ্ধ বৈষ্ণৱ সংস্কৃতিৰ মাজত জন্মি মহেন্দ্ৰমোহন চৌধুৰী ক্ৰমে শৈশৱ, কৈশোৰ, বৃদ্ধকাল প্ৰাপ্ত হয়। সেয়ে তেখেতৰ মন-প্ৰাণ এই মহান সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰৰ

কাৰ্যত সদা ব্ৰতী আছিল। চৌধুৰীদেৱে পৰম্পৰাগতভাৱে বৰপেটা সত্ৰত ইষ্টনাম গ্ৰহণ কৰে। চৌধুৰীদেৱে শ্ৰীমৎ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী দেৱৰ পৰম ভক্ত আছিল; আৰু ধৰ্ম আৰু ধৰ্মানুষ্ঠান সম্পৰ্কীয় কোনো সমস্যা উদ্ভৱ হ'লে তেখেতৰ মাণিকপুৰ গীতা সত্ৰত উপস্থিত হৈ তাৰ সমিধান বিচাৰি লৈছিল। ব্ৰহ্মচাৰীদেৱৰ আশীৰ্বাদ আৰু উপদেশ শিৰোধাৰ্য কৰি বৈষ্ণৱ সংস্কৃতিৰ ভালেমান অনুষ্ঠান প্ৰতিছিল আৰু কিছুমানক পুনৰুদ্ধাৰৰ বাবে হাতে-কামে লাগিছিল। এই বিষয়ত বিচাৰ কৰিলে মহেন্দ্ৰমোহন চৌধুৰীক অসমৰ কুৰি শতিকাৰ মহাৰাজ ৰুদ্ৰসিংহ বুলি ক'লে বঢ়াই কোৱা নহ'ব নিশ্চয়।

মহাপুৰুষ শঙ্কৰদেৱৰ জন্মস্থানৰপৰা মহাপুৰুষ গুৰু নানকৰ জন্ম আৰু কৰ্মস্থলীলৈ চৌধুৰীদেৱ অকল ৰাজ্যপাল হৈ গৈছিল। মধ্যযুগৰ সমপৰ্যায়ৰ পাঁচজন মহাপুৰুষৰ নাম উশাহতে ক'বলৈ হ'লে শ্ৰীমন্ত শঙ্কৰদেৱ, মহাপ্ৰভু চৈতন্যদেৱ, ভক্ত কবীৰ, অতিবড়ী জগন্নাথ আৰু গুৰু নানকজীক ধৰিব পাৰি। পাঁচোজনেৰে অভিন্নাত্মা আছিল আৰু ইজনে-সিজনক জানিছিল। কাজেই চৌধুৰীদেৱ গৌৰৱময় পঞ্জাৱ ভূমিৰ বায়ু, পানী, বতাহৰ লগত এনেদৰে মিলি গৈছিল যে তেখেত তালৈ যোৱাৰ কেইদিনমানৰ ভিতৰতে সকলোৰে আপোন হৈ উঠিছিল। সেই আত্মীয়তাৰ দাম নোহোৱা হ'লে বীৰকেশৰী জাতিটোৱে পঞ্জাৱৰ ৰাজ্যিক চিৰিয়াখানাটো ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰীদেৱৰ নামত দান নিশ্চয় নকৰিলেহেঁতেন; চৌধুৰীদেৱক গুৰু নানক বিশ্ববিদ্যালয়ে ডক্টৰ অব্ লিটাৰেচাৰ সম্মানীয় উপাধি প্ৰদান নকৰিলেহেঁতেন, পঞ্জাৱী বিশ্ববিদ্যালয়ত মহাপুৰুষ শঙ্কৰদেৱৰ স্মৃতিত সাত লাখ টকা মূল্যৰ ব্যয়বহুল আসন প্ৰতিষ্ঠা নহ'লহেঁতেন! চৌধুৰীদেৱৰ একান্ত ইচ্ছা আৰু নেৰা-নেপেৰা অনুৰোধ ৰক্ষা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহৰু অধ্যাপক ডক্টৰ মহেশ্বৰ নেওগদেৱে উক্ত আসনৰ সন্ত শঙ্কৰদেৱ অধ্যাপক হিচাপে সুখ্যাতিৰে পাঁচ বছৰীয়া কাল কটাই আহে।

চৌধুৰীদেৱৰ ইচ্ছা সফল কৰি ডক্টৰ নেওগদেৱে "দি ভক্তি ৰত্নাকৰ অব্ শঙ্কৰদেৱ এণ্ড হিষ্টৰি অব্ দি কনচেপ্ট অব্ ভক্তি" এই মহা-মূল্যৱান গ্ৰন্থখনিকে ধৰি কেবাখনো বৈষ্ণৱ ধৰ্মীয় মূল্যৱান গ্ৰন্থ আমাক দিছে। চৌধুৰীদেৱৰ চেষ্টাতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ হিন্দী বিভাগৰ অধ্যাপক ডক্টৰ কৃষ্ণ নাৰায়ণ প্ৰসাদ মাগধৰ গৱেষণা গ্ৰন্থ—(হিন্দী) "শঙ্কৰদেৱ সাহিত্যিক ঔৰ বিচাৰক" পঞ্জাৱী বিশ্ববিদ্যালয়ৰ জৰিয়তে প্ৰকাশ কৰি ভাৰতবৰ্ষৰ বৃহৎ হিন্দী ভাষাগোষ্ঠীৰ পাঠকসকলৰ মাজত মহাপুৰুষজনাৰ সাহিত্যকৃতী প্ৰচাৰ কৰা হয়। তদুপৰি মহাপুৰু মাধদেৱৰ 'নামঘোষা' গ্ৰন্থখনি পঞ্জাৱী ভাষালৈ অনূদিত কৰা হয়।

অসম নাইবা ভাৰতবৰ্ষৰ ৰাজনীতিৰ ক্ষেত্ৰত মহেন্দ্ৰমোহন চৌধুৰী যি ভূমিকা গ্ৰহণ কৰিছিল তাৰ মূল্যায়ন এই চুটি প্ৰবন্ধত আলোচনা কৰাটো মুঠেও সম্ভৱ নহয়। ১৯৪৬-৪৭ চনত ভাৰত স্বাধীন হোৱাৰ আগমুহূৰ্তত ৰাজ্য পুনৰ গঠন আঁচনিত অসমক কিদৰে বঙ্গদেশৰ লগত জোৰপূৰ্বক জাপি দিয়াৰ ষড়যন্ত্ৰ কৰা হৈছিল "লোকপ্ৰিয় গোপীনাথ বৰদলৈ" নামৰ প্ৰবন্ধত উল্লেখ কৰি মহেন্দ্ৰমোহন চৌধুৰী-দেৱে লোৱা ভূমিকাৰ কথা কোৱা হৈছে।

অসমৰ ৰাজনীতিৰ ইতিহাসত চৌধুৰীদেৱৰ নাম জিলিকি থাকিব, তাত সন্দেহ নাই; কিন্তু অসমৰ সংস্কৃতিৰ ভঁৰালত তেখেতে যি বৰঙণি দি গ'ল মহাৰাজ ৰুদ্ৰসিংহ আৰু মহাৰাজ নৰনাৰায়ণৰ ৰাজত্বৰ পাঁচশ বছৰ পিচত তাক আজি প্ৰতিজন অসমীয়াই শ্ৰদ্ধাৰে সুঁৱৰিছে আৰু চৌধুৰীদেৱৰ আসন এই দুজন ৰাজপুৰুষৰ কাষতে থাকিব বুলি ক'ব পাৰি।

চৌধুৰীদেৱৰ আন এটি বিশেষ উল্লেখনীয় কাম হ'ল দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ জন্ম-শত-বাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰাত লোৱা বিশেষ ভূমিকা। তেখেতৰ এহাণ্ডধীয়া প্ৰচেষ্টাৰ ফলতে এই জন্ম-শত বাৰ্ষিকী উৎসৱৰ সময়ত ইংৰাজীত সম্পাদনা কৰা "পলিটিকেল হিষ্ট্ৰী অব্ আসাম"

( ১৯২৬ ১৯৪৭ ) অতি মূল্যবান গ্ৰন্থখনি তিনিটা খণ্ডত প্ৰকাশ কৰি উলিওৱা হয়।

চৌধুৰীদেৱে ৰাজনীতিবিদ, ধাৰ্মিক, সমাজ সংস্কাৰক, কলা-সংস্কৃতিপ্ৰেমী হোৱাৰ লগতে সাহিত্য-চৰ্চা কৰিছিল আৰু মহাৰাজ নৰনাৰায়ণৰ আৰ্হিৰে পণ্ডিত সমাজৰ পৃষ্ঠপোষকতা কৰিছিল। তেখেত অসম সাহিত্য সভাৰ বৰপেটা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ৰূপে থাকি যি বৃহৎ সমাৰোহেৰে তাক সুসম্পন্ন কৰিছিল—অসমৰ বাইজে অসমৰ প্ৰতিজন সাহিত্য-সংস্কৃতিৰপ্ৰেমী লোকে আজিও শ্ৰদ্ধাৰে সোঁৱৰণ কৰি আছে।

মহেন্দ্ৰমোহন চৌধুৰী আজি আমাৰ মাজত নাই, কিন্তু তেখেতৰ আদৰ্শ আৰু কৃত কৰ্মৰাজিয়ে আমাক সদায় সোঁৱৰাই থাকিব। তেখেতৰ মৃত্যুৰ পিছত অসমৰ গুণমুগ্ধ ৰাইজে পাণবজাৰত থকা গুৱাহাটী মেডিকেল কলেজ হাস্পতালখন চৌধুৰীদেৱৰ নামত উছৰ্গা কৰি যোগ্যজনক যোগ্য সন্মান জনাইছে। ইয়ে তেখেতৰ কীৰ্ত্তি যুগমীয়া কৰি ৰাখিব, সন্দেহ নাই।

১৯৬১ চনৰ পৰা মৃত্যুৰ সময়লৈকে এই গৰাকী মহান ব্যক্তিৰ সান্নিধ্যত থাকি অসমৰ ভিতৰত আৰু বাহিৰত বহুতো শৈক্ষিক ধৰ্ম্মীয় আৰু সাংস্কৃতিক অনুষ্ঠানৰ প্ৰতি সেৱা আগবঢ়োৱাৰ সুবিধা পাই আহিছিলো।



# ডাঃ হৰিকৃষ্ণ দাস

সাধু সঙ্গই পৰম তৃপ্তি প্ৰদান কৰি শ্ৰেয়ৰ পথলৈ নিয়ে। তেতিয়া মানুহে নিজক পৰম ভাগ্যৱান বুলি ভাবে। "মই নিজক বৰ ভাগ্যৱান বুলি ভাবোঁ। এই যুগত জন্মগ্ৰহণ কৰিছোঁ, মহাত্মা গান্ধী আৰু বিশ্বকবি ৰবীন্দ্ৰনাথৰ নিচিনা দুজন মহাপুৰুষক গুৰুৰূপে পাইছোঁ।" এই পৰম তৃপ্তি লাভৰ কথাখিনি ডাক্তৰ হৰিকৃষ্ণ দাসৰ অন্তৰৰপৰা স্বতঃস্ফূৰ্তভাৱে ওলাই আহিছিল। মহাত্মা আৰু বিশ্বকবি কেৱল কুৰি শতিকাৰে নহয়, কেৱল ভাৰতবৰ্ষৰে নহয়; যুগ-যুগান্তৰৰ বাবে, বিশ্বৰ সকলো মানৱৰ বাবে পৰম গুৰু, পৰম দ্ৰষ্টা হৈ ৰ'ব।

দেশৰ বাবে নিজক সম্পূৰ্ণ বিলাই দি নিজৰ সুযোগ্যা দুগৰাকী কন্যাক মানৱ সেৱাৰ কামত অৰ্পণ কৰি স্থাৱৰ-অস্থাৱৰ যি আছিল তাকো দেশমাতৃৰ সেৱাৰ বেদীত নৈবেদ্য দি, বহুকষ্টে উপাৰ্জিত ডাক্তৰী বিদ্যাখিনিও দেশৰ শত শত নৰ-নাৰী, অনাথ শিশু, নিৰাশ্ৰয়া নাৰীৰ সেৱাত লগাই মাঘ পণ্ডিতৰ দৰে ত্যাগৰ নীলিম আকাশখনত ডাক্তৰ হৰিকৃষ্ণ দাস উজ্জ্বল হৈ থাকিল।

এইজন আপোনভোলা স্বাৰ্থত্যাগী পুৰুষে বৰপেটা মহকুমাৰ অন্তৰ্গত 'কনৰা' নামৰ সৰু গাঁওখনিত জন্মগ্ৰহণ কৰিছিল ১৮৭৫ চনৰ চ'ত মাহৰ পূৰ্ণিমা ৰাতি। তেখেতৰ পৰম ধাৰ্মিক পিতৃ জুৰোৰাম দাসে পাণবজাৰৰ বৰপেটীয়া পাৰাত স্থায়ীভাৱে বাসস্থান কৰি গুৱাহাটী আদালতত স্বাধীনভাৱে ওকালতি ব্যৱসায় কৰিছিল। বৈষ্ণৱ সংস্কৃতিৰ পূত-পুণ্যভূমি বৰপেটাত জন্ম গ্ৰহণ কৰা জুৰোৰামে গুৱাহাটীত আহিও বৰপেটীয়া পাৰাৰ নামঘৰত নিয়মিতভাৱে বৰগীত, কীৰ্তন, নামঘোষা গাইছিল। আৰু নিজৰ ল'ৰা-ছোৱালীকো

শিকাইছিল। হৰিকৃষ্ণ দাসৰ বয়স আঠ বছৰ নৌহওঁতে পিতৃৰ মৃত্যু হয়। তেতিয়া কলিকতাৰ কলেজত অধ্যয়ন কৰি থকা জেষ্ঠভাতৃ জয়কৃষ্ণ দাসে ভায়েকক নিজৰ লগতে ৰাখি স্কুলত নাম লগাই দিলে। নিয়তিয়ে পৰিহাস কৰি মাতৃদেৱীকো লৈ যোৱাত ভাতৃদ্বয় ঘাটমাউৰা হ'ল। কিন্তু জয়কৃষ্ণ দাসে হৰিকৃষ্ণক পিতৃ-মাতৃ বিয়োগৰ অভাৱ অনুভৱ কৰিব নিদিলে। জয়কৃষ্ণই ইতিমধ্যে বোম্বাইৰপৰা ডাক্তৰী পাছ কৰি আহি গুৱাহাটীত প্ৰেক্‌টিছ আৰম্ভ কৰি ঘৰখন চম্ভালি থাকিল আৰু ভায়েকক মানুহ কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিলে। হৰিকৃষ্ণ দাসে ১৪ বছৰ বয়সত এণ্ট্ৰেন্স পাছ কৰি প্ৰেচিডেন্সী কলেজৰপৰা এফ. এ আৰু ১৯০০ চনত কলিকতাৰ মেডিকেল কলেজৰপৰা এম. বি পৰীক্ষা পাছ কৰিলে। অতি পৰিতাপৰ কথা যে তেখেতৰ এম. বি পৰীক্ষা চলি থকা সময়ত পিতৃব্য জেষ্ঠভাতৃ হঠাৎ মৃত্যুমুখত পৰে। তেখেতে মৃত্যুৰ সময়তো কনিষ্ঠ ভাতৃৰ প্ৰতি নিস্বাৰ্থ ভালপোৱাৰ পৰিচয় দি তেখেতৰ মৃত্যু হ'লেও যাতে পৰীক্ষা শেষ নোহোৱা পৰ্যন্ত সেই খবৰ হৰিকৃষ্ণক দিয়া নহয় সাৱধান কৰি দিছিল। পৰীক্ষাৰ শেষত হৰিকৃষ্ণ উভতি আহি দেখিলে তেখেত এই পৃথিৱীত সঁচাকৈয়ে অকলশৰীয়া।

ডাক্তৰ হৰিকৃষ্ণ দাসে পোনে পোনে ডিব্ৰুগড়ৰ "বেৰী হোৱাইট মেডিকেল কলেজ"ত অস্ত্ৰোপ্ৰচাৰৰ শিক্ষক হিচাপে নিযুক্তি পালে। ১৯০৬ চনত ডিব্ৰুগড়ৰ মাধৱেন্দ্ৰ দত্তৰ কন্যা হেমপ্ৰভাক বিয়া কৰালে। সেই সময়ত হেমপ্ৰভা 'মডেল বালিকা স্কুল'ৰ শিক্ষয়িত্ৰী হিচাপে শিক্ষা কাৰ্যত সেৱা আগবঢ়াই আছিল। অতি কম দিনৰ ভিতৰতে এজন বিজ্ঞ চিকিৎসক বুলি ডাক্তৰ দাসৰ নাম চাৰিওফালে ছাটি-ফুটি গ'ল। ডাক্তৰ দাসে স্বকীয় প্ৰতিভা, নিৰ্মল চৰিত্ৰ আৰু বিনয় ব্যৱহাৰৰ গুণত শিক্ষক, ছাত্ৰ, ৰোগী সকলোৰেপৰা মৰম আৰু শ্ৰদ্ধা পাইছিল।

নিজৰ বেমাৰ চিকিৎসা কৰা, ঘৰ পৰিচালনা কৰা তথা ভায়েকক কলিকতাত মেডিকেল কলেজত পঢ়োৱা আদি ব্যয়বহুল অৱস্থাৰ

তাড়নাত ডাঃ জয়কৃষ্ণ দাসে ভায়েকৰ বাবে কিছুমান ঋণৰ বোজা এৰি যোৱাৰ উপৰিও পাণবজাৰৰ মাটিখিনিও বন্ধকত থৈছিল। ডাঃ হৰিকৃষ্ণ দাস কলিকতাৰপৰা আহি গুৱাহাটী পোৱাৰ পিচতে মাটি বন্ধক ৰখা মহাজনে সোনকালে মাটিডোখৰ খালাচ নকৰিলে আৰু ঘূৰাই দিয়া নহ'ব বুলি ভাবুকি দিছিল। ডাক্তৰ দাসে অতি কম দিনৰ ভিতৰতে বন্ধকীৰ টকাখিনি দি বিপদমুক্ত হ'ল আৰু আন আন সদাশয় লোকৰ পৰা ককায়েকে ধাৰ হিচাপে লোৱা টকাখিনিও পৰিশোধ কৰিলে।

অসমীয়া বৈষ্ণৱ সংস্কৃতি আৰু সাহিত্যৰ প্ৰতি ডাঃ দাস, লগতে তেখেতৰ সুযোগ্যা সহধৰ্মিণী বিশেষ অনুৰক্তা আছিল। তেখেতে কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস, আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ সহায়ত 'আসাম সেৱক' নামে এখন মাহেকীয়া আলোচনী প্ৰকাশ কৰিছিল। এই কামত ডাক্তৰ দাসে সহধৰ্মিণীৰপৰা উল্লেখযোগ্য সহায় পাইছিল। ডাক্তৰ দাসে দিনৰ দিনটো ৰোগীৰ লগত ব্যস্ত থাকি ৰাতি ভালেমানলৈকে প্ৰবন্ধ লিখা, প্ৰুফ্ চোৱা আদি কাম কৰিছিল।

অসহযোগ আন্দোলনৰ সময়ৰপৰাই ডাক্তৰ দাসৰ চিন্তাধাৰাই মোট সলাবলৈ ধৰে। চৰকাৰী চাকৰিত থাকিও প্ৰয়োজনবোধে ডাক্তৰ দাসে দেশসেৱাৰ কামত সহায় কৰি আছিল। এনেতে ১৯২৫ চনত তেখেতক চিভিল চাৰ্জন পদবীলৈ প্ৰমোচন দি নগাঁওলৈ বদলি কৰিলে। ডাক্তৰ দাসৰ কাৰ্যকলাপ চৰকাৰৰ দৃষ্টি-গোচৰ হ'বলৈ ধৰিলে। অসহযোগ আন্দোলনৰ সময়ৰপৰা ডাঃ দাসে সম্পূৰ্ণ খাদী ব্যৱহাৰ কৰিছিল। নিয়মিতভাৱে সূতা কাটিছিল; পত্নী আৰু কন্যা দুগৰাকীকো সূতা কাটিবলৈ শিকাইছিল আৰু খাদী ব্যৱহাৰ কৰিবলৈ দিছিল।

চৰকাৰী চাকৰি ক্ৰমে ডাক্তৰ দাস ভাল নলগা হ'ল। বন্ধন-মুক্ত নহ'লে দেশ স্বাধীন কৰাৰ কামত একান্ত মনে লাগিব নোৱাৰি ডাক্তৰ দাসে প্ৰায়েই চিন্তা কৰিছিল। ১৯২৭ চনত তেখেতে

চৰকাৰী কাম বাদ দি গুৱাহাটীৰ নিজৰ ঘৰতে ঘৰতে অস্ত্ৰোপ্ৰচাৰৰ ক্লিনিক এটা খুলি ৰাইজক সেৱা কৰাৰ লগতে আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিলে।

অসমৰ ৰাজনীতিৰ বুৰঞ্জীত দুগৰাকী প্ৰৱীণ চিকিৎসকৰ নাম সমানে চিৰস্মৰণীয় হৈ আছে, আগলৈকে থাকিব। তাৰে জ্যেষ্ঠজন কৰ্মযোগী ডাক্তৰ হৰিকৃষ্ণ দাস, আৰু আনজন লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱা। দুয়োজনে দেশ স্বাধীন কৰাৰ মহান কাৰ্যত নিজক বিলীন কৰি কাৰাদণ্ড ভুগিছিল। দুয়োজনেই দুখীয়া-নিছলাৰ পৰম বন্ধু আছিল। দেশৰ অনাথ শিশু আৰু নিৰাশ্ৰয় মহিলাৰ আশ্ৰয়ৰ নিৰ্ভয় স্থল আছিল। গাঁও অঞ্চলৰ দুখীয়া লোক আৰু চিকিৎসাৰ অভাৱত মৰণ যন্ত্ৰণা ভোগা লোক দেখিলে দুয়োজনে সহ্য কৰিব নোৱাৰিছিল। সিসকলক বিনা পইচাত চিকিৎসা কৰা, দৰৱ-পথ্য কিনাৰ বাবে অৰ্থ সাহায্য দিয়া, আনকি অহা যোৱাৰ কাৰণে গাড়ী মটৰৰ ভাড়া পৰ্যন্ত দি তেখেতসকলে দেখুৱাই যোৱা দৃষ্টান্ত আজিৰ অসমত তেনেই বিৰল।

চাকৰি ইস্তফা দিয়াৰ পিচৰেপৰা ডাক্তৰ দাসে দেশ স্বাধীন কৰাৰ কামত নিজক সম্পূৰ্ণ উছৰ্গা কৰিছিল। জনগণৰ, মাজত নিবিড়ভাৱে সোমাই পৰি সভা-সমিতি পাতি স্বাধীনতাৰ কাৰ্যসূচী আৰু মহাত্মাৰ বাণী প্ৰচাৰ কৰিছিল। তেখেতৰ তেজোদ্দীপক ভাষণ শুনি মূক জনতাই সাৰ পাইছিল আৰু দলে দলে আহি আন্দোলনত যোগ দিছিল। চৰকাৰ নাইবা বিৰোধী দলৰ লোকেও ডাক্তৰ দাসৰ ব্যক্তিত্বৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিছিল। ডাক্তৰ দাসৰ ওপৰত মুখ তুলি কথা ক'বলৈ লোকে সাহস নকৰিছিল।

অসহযোগ আন্দোলনৰ সময়ৰেপৰা ডাক্তৰ দাসৰ বাস ভৱনটো আৰু তৰুণৰাম ফুকনৰ হাউলিতো কংগ্ৰেছৰ আড্ডা আছিল। অসমৰ আৰু বাহিৰৰ কংগ্ৰেছ স্বেচ্ছাসেৱী, নেতৃস্থানীয় লোকসকলোৰে বাবে আছিল এই দুডোখৰ নিৰ্ভৰশীল আশ্ৰয়ৰ স্থল। ১৯২১ চনত

মহাত্মা গান্ধী তেখেতৰ সতীর্থসকলেৰে সৈতে আহোঁতে ফুকনৰ হাউলিত থাকি অসহযোগ আন্দোলনৰ কার্যসূচী ৰূপায়ণ কৰিছিল। ফুকনৰ হাউলিত হোৱা পর্বতাকাৰ বিদেশী বস্ত্ৰৰ দ'মত মহাত্মাই অগ্নি সংযোগ কৰিছিল।

গুৱাহাটীৰ কংগ্ৰেছৰ কোনো স্থায়ী কার্যালয় বা ভূ-সম্পত্তি বহু বছৰলৈকে নাছিল। ১৯৩১ চনৰ কথা। এলাহাবাদত থকা ভাৰতীয় কংগ্ৰেছৰ ঘাই কার্যালয়ৰপৰা গুৱাহাটীলৈ এজন হিচাপ-পৰীক্ষক আহিছিল। তেখেতে অসমৰ প্ৰদেশ কংগ্ৰেছৰ হিচাপ-পাতি পৰীক্ষা কৰি সন্তোষ প্ৰকাশ কৰিছিল যদিও অসমত কংগ্ৰেছৰ কার্যালয় বুলি কোনো স্থায়ী বস্তু এটি দেখিবলৈ পোৱা নাছিল। এই কথাটো পণ্ডিত জৱাহৰলাল নেহৰুৰ কর্ণপাত হোৱাত তেখেতে চিঠিত ক্ষোভ কৰি লিখিলে—"অসমত কংগ্ৰেছৰ অফিচ-ঘৰ নাই। ক'তো কংগ্ৰেছৰ পতাকা দেখা নগ'ল, এই কংগ্ৰেছ 'bogus'-ভুৱা।" পণ্ডীতজীৰ এই উক্তিয়ে সকলোকে মর্মাহত কৰিলে। তেতিয়া ডাক্তৰ দাসে হেপিভিলালৈ যোৱা পথৰ সোঁফালে থকা কংগ্ৰেছ প্ৰেছৰ ঠাইডোখৰ প্ৰথমে লিজ হিচাপে, পিছত একেবাৰে সম্প্ৰদানে চতুর্থী কৰি দিলে।

১৯৩১ চনত বিশ্বনাথত নহৰুৱাৰ ৰায়ত সন্মিলন বহে। তাত ডাক্তৰ দাসে সভাপতিৰ ভাষণ প্ৰসঙ্গত জন্মভূমিৰ কাৰণে জীৱনাহুতি দিয়া ভগত সিং, শুকদেৱ, ৰাজগুৰু আদিৰ মহান ত্যাগৰ আদর্শৰ কথা কৈ জনসাধাৰণৰ মনত জাতীয় চেতনাৰ উদ্ৰেক কৰিছিল। ডাক্তৰ দাসৰ বক্তৃতাই চৰকাৰক প্ৰৰোচিত কৰিলে আৰু লগে লগে তেখেতৰ মাহিলি পেঞ্চন বন্ধ কৰাৰ হুকুম হ'ল। চৰকাৰৰ এই কার্য্যত সন্তোষ প্ৰকাশ কৰি ডাক্তৰ দাসে ক'লে—"আজি মোৰ বৃটিছ চৰকাৰৰ লগত থকা সম্বন্ধৰ শেষ শিকলিডাল ছিঙিল। অৱশ্যে কংগ্ৰেছৰ মিলিত মন্ত্ৰীসভাই (১৯৩৮ চনত) তেখেতৰ পেঞ্চনৰ টকাখিনি দিয়াত সেই টকা নিজৰ বাবে খৰচ নকৰি "খাদী আৰু

গ্ৰাম উন্নয়ন ন্যাস” এটি খুলি গাঁও অঞ্চলৰ লোকৰ মাজত ‘খাদী গ্ৰামোদ্যোগ’ আৰু ‘নঈতালিম’ আঁচনি ৰূপায়ণত লগালে। ইয়াৰ পিচতো পেঞ্চন বাবদ যি টকা পাইছিল এই ন্যাস পুঁজিতে জমা দিছিল।

ডাক্তৰ দাসে ভালকৈ বৰগীত গাব আৰু পিয়ানো বজাব জানিছিল। আন্দোলনৰ কাৰ্যসূচীত শোভাযাত্ৰা থাকিলে জাগৰণ-মূলক গান গোৱাটো অপৰিহাৰ্য আছিল। বঙ্গীয় চাৰণ কবি মুকুন্দ দাস, নজৰুল, দ্বিজেন্দ্ৰ লাল আদিৰ গানত জনতাক যুদ্ধোন্মোও কৰি তুলিব পৰা শক্তি আছিল। সেইদৰে বিপ্লৱী গায়ক গীতিকাৰ জ্যোতিপ্ৰসাদ, অম্বিকাগিৰী আদিৰ গানে অসমৰ আকাশ-বতাহ মুখৰিত কৰি তুলিছিল। গোৱালপাৰাৰ বীৰ তেজস্বী কণ্ঠশিল্পী খগেন্দ্ৰনাথ নাথে নজৰুলৰ গীত পৰিবেশন কৰি জনতাক অগ্নিমন্ত্ৰেৰে দীক্ষিত কৰিছিল।

“গৃহে গৃহে আজি দীপমালা জ্বাল
নিশান উৰাও, হাক দিয়ে বল,
মুক্তি চাই, মুক্তি চাই, মুক্তি ভিন্ন লক্ষ্য নাই
জয় গান আজি দেশ মাতাৰ
জয় গান আজি স্বাধীনতাৰ।”

ডাক্তৰ হৰিকৃষ্ণ দাসে পিয়ানো সঙ্গত কৰি সত্যাগ্ৰহীসকলৰ জ্যোতি-প্ৰসাদৰ গানৰ তালিম দিছিল—

“লুইতৰ পাৰৰে আমি ডেকা ল’ৰা
মৰিবলৈ ভয় নাই।”—ইত্যাদি।

দ্বিতীয় মহাসমৰৰ মাজভাগত আন্দোলনে ভৰপক দিলে। ইংৰাজ চৰকাৰে বীৰৰ দৰে প্ৰতিশ্ৰুতি দি কাপুৰুষৰ দৰে বাৰে বাৰে তাক ভঙ্গ কৰা কাৰ্যই মাহাত্মা গান্ধীক ১৯৪২ চনত “ভাৰত ত্যাগ” আন্দোলনৰ দাবী তুলিবলৈ বাধ্য কৰিলে। অসমকো “ভাৰত ত্যাগ” ধ্বনিয়ে জাগৃত কৰি তুলিলে।

বৃটিছে ভাৰত জুৰি নেতৃবৰ্গক গ্ৰেপ্তাৰ কৰি জেলত ভৰাই থ'লে। বহুতৰে ফাঁচী হ'ল আৰু বহুতৰে আজীৱন কাৰাদণ্ডৰ হুকুম হ'ল। অসমৰ নেতাসকলৰ লগত ডাক্তৰ দাসকো গ্ৰেপ্তাৰ কৰি দুই বছৰ চাৰি মাহ কাৰাদণ্ড বিহিলে। তেতিয়া তেওঁৰ বয়স তিনিকুৰি সাত। জেলত থকা দীৰ্ঘ কালছোৱাত ডাঃ দাসে বৈষ্ণৱ ধৰ্মৰ গ্ৰন্থসমূহ—গীতা, ভাগৱত, উপনিষদ আদি একান্ত মনে অধ্যয়ন কৰি পৰম তৃপ্তি লাভ কৰিছিল।

১৯৪৫ চনৰ ডিচেম্বৰ মাহত মুক্তি লাভ কৰি ডাঃ দাস ঘৰলৈ উভতি আহি পোনে পোনে নৰিয়া পাটিত পৰি থকা সহধৰ্মিণীৰ চিকিৎসাত ব্যতিব্যস্ত হৈ পৰিল। মাত্ৰ এমাহ চিকিৎসা কৰাৰ পিচত জীৱনৰ প্ৰতি খোজতে খোজ মিলাই অহা, শান্তি সাধনাৰ প্ৰতিমূৰ্তি স্বৰূপিনী পত্নী হেমপ্ৰভাক ১৯৪৫ চনৰ জানুৱাৰী মাহৰ ১৫ তাৰিখে হেৰুৱালে। পত্নী বিয়োগত ডাক্তৰ দাসে যি নিদাৰুণ আঘাত পাইছিল কাকো জানিব নিদি, আনকি ছোৱালী দুজনীকো জানিবলৈ নিদি দেশ সেৱাৰ কামত আগতকৈ বেছি জোৰ দি লাগিল।

১৯৪৬ চনত জানুৱাৰী মাহত মহাত্মা গান্ধী শেষবাৰৰ কাৰণে অসমলৈ আহিছিল। সেইবাৰ তেখেত ডাক্তৰ দাসৰ উদ্যোগত মহাত্মা গান্ধীৰ আদৰ্শত প্ৰতিষ্ঠা কৰা শৰণীয়াৰ "কস্তুৰবা গ্ৰাম সেৱিকা বিদ্যালয়"ত তিনিদিন থাকিছিল। ১৯৫৫ চনত পত্নী বিয়োগৰ পিচতে গুৱাহাটীৰ শৰণীয়া পাহাৰত থকা তেখেতৰ ভূমিখণ্ডত 'ৰাষ্ট্ৰমাতা' কস্তুৰবাৰ স্মৃতিত "কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ট্ৰাষ্ট" গঠন কৰি তাত থকা ঘৰ-মাটি সকলো দান কৰে। আন্দোলন, শোভাযাত্ৰা আদিৰ সময়ত ডাঃ দাস আৰু ডাঃ বৰুৱাৰ কামত হেঁচা দুগুণে বাঢ়িছিল। সত্যাগ্ৰহীসকলৰ ওপৰত বৃটিছৰ পদলেহী পুলিচৰ দুৰ্বাৰ আক্ৰমণ অত্যাচাৰ চলিছিল। বন্দুকৰ সঙ্গীনৰ খোঁচাত আৰু লাঠীৰ কোবত সত্যাগ্ৰহীসকলৰ হাড়মূৰ ভাঙিছিল।

বুট জোতাৰ গছকত শৰীৰ জৰ্জৰিত হৈছিল। ডাক্তৰ দাস আৰু ডাক্তৰ বৰুৱাই সেইসকল সত্যাগ্ৰহীৰ ক্ষত-বিক্ষত দেহ নিজ হাতেৰে ধুই-মিলি ঔষধ লগাইছিল। তেওঁলোকক আৰোগ্যৰ পথলৈ অনাত যথোপযুক্ত ব্যৱস্থা লৈছিল।

মহাত্মা গান্ধী ১৯২১, ১৯২৬, ১৯৩৪ আৰু ১৯৪৬ চনত অসমলৈ আহিছিল। ১৯৩৪ চনত 'হৰিজন আন্দোলন'ৰ কাৰ্যসূচী প্ৰচাৰ কৰিবলৈ অহা সময়ত ডাক্তৰ হৰিকৃষ্ণ দাসক সভাপতি ৰূপে লৈ এখন আদৰণি সমিতি গঠন কৰা হৈছিল। মহাত্মা গান্ধীক ডাক্তৰ দাসৰ ঘৰতে থকা-মেলাৰ ব্যৱস্থা কৰি দিয়া হৈছিল। ডাক্তৰ দাসে মহাত্মা গান্ধী থকাৰ কাৰণে নতুনকৈ কোঠালি এটি নিৰ্মাণ কৰি দিছিল। মহাত্মা গান্ধী সেই কোঠাটোতে বহি লিখা-পঢ়া কৰিছিল, দৰ্শনপ্ৰাৰ্থীক সাক্ষাৎ দিছিল।

১৯৩৯ চনত বৰডেকপাৰ গাওঁত ডাঃ দাসৰ সভাপতিত্বত গুৱাহাটী জিলা কংগ্ৰেছৰ প্ৰথম ৰাজনৈতিক সন্মিলনখন বহিছিল। ডাঃ দাসৰ পৰিচালনাত বহা এই সন্মিলনখনত কেইবাটাও গুৰুত্বপূৰ্ণ দিশত আলোচনা কৰা হৈছিল আৰু পৰবৰ্তী কালত সন্মিলনত লোৱা সিদ্ধান্তবোৰ যথাযথভাৱে কাৰ্যকৰী কালত তেখেতে চেষ্টাৰ ক্ৰটী কৰা নাছিল।

১৯৪০ আৰু ৪২ চনত ডাক্তৰ দাসৰ ঘৰতে 'শান্তিসেনা শিবিৰ' মুকলি কৰি প্ৰদেশখনত এটি শান্তিৰ বাতাবৰণ সৃষ্টি কৰাৰ প্ৰয়াস কৰা হৈছিল।

গান্ধীজী তাত থকা সময়তে তেখেতৰ আশীৰ্বাদ লৈ 'কস্তুৰবা গ্ৰাম সেৱিকা' বিদ্যালয় আৰম্ভ কৰা হয়। ভাৰতীয় আৰ্য-ঋষি-মুনিসকলৰ আৰ্হিৰে এই আশ্ৰম প্ৰতিষ্ঠা কৰি আশ্ৰম সেৱিকাসকলক গীতা-ভাগৱত, বেদ-উপনিষদ আদিৰ লগতে শৰীৰ বিজ্ঞান, আহাৰ বিজ্ঞান, কৃষি বিজ্ঞান আদিৰ জ্ঞান দিয়াৰ ব্যৱস্থা কৰা হয়।

মহিলাসকলৰ উত্তৰোত্তৰ উন্নতি কামনাৰ্থে কস্তুৰবা গান্ধী আশ্ৰম পতাৰ পিছতে ল'ৰাৰ শিক্ষা আৰু প্ৰশিক্ষণৰ বাবেও তেনে এটি বিদ্যালয়ৰ প্ৰয়োজন অনুভৱ কৰি চানমাৰিত ১৯৪৬ চনত 'গ্ৰাম সেৱক বিদ্যালয়' নামে আন এটি অনুষ্ঠান পাতে। ডাক্তৰ দাসৰ এই মহৎ চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত হৈ ডিব্ৰুগড়ৰ অতি সদাশয় ব্যক্তি জগন্নাথ দত্তই তেখেতৰ চানমাৰিত থকা গোটেই ভূমিখণ্ড উক্ত আঁচনিক বাস্তৱ ৰূপ দিয়াৰ কাৰণে দান কৰে। এই বিদ্যালয়খনো স্বাৱলম্বী কৰি তুলিবলৈ ৭২ বছৰীয়া ডাক্তৰ দাসে ধনে-প্ৰাণে সহায় কৰিছিল আৰু পুৱা-গধূলি দুয়োখন আশ্ৰমলৈ আহি আঁচনিৰ কাম দিনক দিনে আগবঢ়াই নিবলৈ যত্ন কৰিছিল। এইবোৰ অনুষ্ঠান গঢ়াৰ গুৰিত তেখেতৰ পৰম গুৰু মহাত্মা গান্ধীৰ আদৰ্শ আৰু আশীৰ্বাদ নিহিত হৈ আছিল।

ডাঃ দাস বিজ্ঞানৰ ছাত্ৰ হ'লেও জীৱনৰ মূল ভেটি আৰু লক্ষ্য যে মানৱ সেৱাৰ জৰিয়তে ঈশ্বৰ চিন্তা, তাক তেখেতে শুদ্ধভাৱে উপলব্ধি কৰিছিল আৰু জীৱনৰ প্ৰতিটো খোজতে তাৰ চিন্তা-চৰ্চা কৰিছিল।

গান্ধীজীৰ বিশ্ব মানৱাভিমুখী প্ৰকল্পসমূহক ৰূপ দিয়াৰ বাটত ডাঃ দাসে যি ভূমিকা গ্ৰহণ কৰিছিল তাৰ তুলনা নাই। হৃদয়ত দেশপ্ৰেম আৰু ত্যাগৰ বন্তি জ্বলাই যিটো কামতে ডাঃ দাসে হাত দিছিল তাতেই কৃতকাৰ্যতা লাভ কৰিছিল। 'সৰ্বোদয় ট্ৰাষ্ট' খুলি জীৱনৰ সৰ্বস্ব তেখেতে জাতিৰ কামনাৰ্থে দান কৰি থৈ গ'ল। নিজৰ দুগৰাকী কন্যা মানৱ দৰদী প্ৰয়াত ডাঃ তিলোত্তমা ৰয়চৌধুৰী আৰু প্ৰাচীন ভাৰতীয় বিদুষী নাৰী মৈত্ৰেয়ী, গাৰ্গী, বিশ্বম্ভৰাৰ শাৰীৰে চিৰকুমাৰী প্ৰয়াত অমলপ্ৰভা দাসক দেশসেৱাৰ কাৰ্য্যত দান দিলে।

ব্যক্তিগত জীৱনত ডাক্তৰ দাসে সৰল জীৱন যাপন আৰু উচ্চ চিন্তা কৰিছিল। তেখেত সদা আড়ম্বৰহীন, ঈশ্বৰ পৰায়ণ, সত্যনিষ্ঠ, মিতব্যয়ী, আৰু মানৱ দৰদী আছিল। দেশৰ প্ৰতিজন ল'ৰা-ছোৱালীক

নিজৰ কন্যা দুটিৰ দৰে জ্ঞান কৰিছিল, মৰমৰ চকুৰে চাইছিল। নিৰহঙ্কাৰী ডাঃ দাসে কৈছিল—"তোমাৰ সোঁহাতেৰে দিয়া দান যেন বাঁওহাতে গম নাপায়।" এই ঋষিতুল্য পুৰুষজনে ভৰ বৃদ্ধকালপ্ৰাপ্ত হৈ চাৰি কুৰি তিনি বছৰ বয়সত, ১৯৫৮ চনৰ ২ ডিচেম্বৰৰ দিনা কবিগুৰুৰে ৰচনা কৰা তেখেতৰ অতি প্ৰিয় গীতটি—"আনন্দ ধাৰা বহিছে ভুৱনে···" বিদুষী কন্যা অমলপ্ৰভা আৰু নাতিনী মঞ্জুৰে গোৱা শুনি শুনি তেখেতৰ পবিত্ৰ আত্মাক পৰমাত্মাৰ লগত মিলাই দিছিল।

তেখেতৰ পৰলোক প্ৰাপ্তিৰ পিচত সুযোগ্যা কন্যাদ্বয়ে শেষ পিতৃভিঠা আৰু বাসস্থানটোও 'ডাক্তৰ হৰিকৃষ্ণ দাস পুথিভঁৰাল' নাম দি ৰাইজৰ সেৱাত অৰ্পণ কৰিলে; ডাক্তৰ দাসৰ অনিৰ্বাণ ত্যাগৰ বন্তিৰ্ত শলিতা আৰু ঘি ঢালিলে।



# চম্পাৱতী প্ৰকাশন

**লাচিত লেন, লাচিত নগৰ**

**গুৱাহাটী ৭৮১০০৭, অসম**

**ফোন নং ৫৪২৬৯৪**


( চম্পাৱতী প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত আৰু অধ্যাপক কনকচন্দ্ৰ ডেকাৰ স্বৰচিত, প্ৰকাশিত আৰু সঙ্কলিত পুথিসমূহ )

| অধ্যাপক ডেকাৰ স্বৰচিত আৰু প্ৰকাশিত পুথি | | প্ৰকাশিত |
|---|---|---|
| ১। কুমাৰ ভাস্কৰ বৰ্ম্মা | ১ম সংস্কৰণ | ১৯৮২ |
| | ২য় সংস্কৰণ | ১৯৮৭ |
| ২। Sankaradeva The Great Vaishnava Saint of India | 1st Edition | ১৯৮২ |
| | 2nd Editian | ১৯৮৮ |
| ৩। মধ্যযুগীয় আসাম ও ওড়িশাৰ সাংস্কৃতিক সম্পৰ্ক ( ওড়িআ ভাষাত লিখা ) | | ১৯৮৪ |
| ৪। শ্ৰীশ্ৰীমধুপুৰ ধামৰ সংক্ষিপ্ত ইতিহাস | | ১৯৮৬ |
| ৫। অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা ( জীৱনী পুথি ) | | ১৯৮৬ |
| ৬। সোঁৱৰণী-গ্ৰন্থ ( জীৱনী সাহিত্য ) | | ১৯৮৮ |
| ৭। কৱি দুতিৰাম হাজৰিকাৰ পদ্য বুৰঞ্জী | | ১৯৮৮ |
| ৮। অসমৰ প্ৰসিদ্ধ মুক্তি-যুঁজাৰু ( জীৱনী সাহিত্য ) ( প্ৰায় ৭০০ পৃষ্ঠা ) | | ১৯৮৯ |
| ৯। অমৃতস্য পুত্ৰাঃ ( জীৱনী সাহিত্য ) ( ৩০০ পৃষ্ঠা ) | | ১৯৯৬ |

**প্ৰকাশৰ বাটত :**

১০। অমৃত সন্ধান

১১। অমৃত কুম্ভ

১২। অমৃত প্ৰবাহ

১৩। অমৃত কন্যা

১৪। পশ্চিমত এভুমুকি ( ইংল্যাণ্ড, আমেৰিকা আৰু ফ্ৰাচী ভ্ৰমণ )

১৫। মহীয়সী অমলপ্ৰভা দাস

১৬। নীলমাধৱ ( চুটি গল্প সংকলন )

১৭। উদয়কাল ( কবিতা সংকলন )

১৮। বুঢ়ী আইৰ ফকৰা (লোক-সাহিত্য )

১৯। ডেকাৰ নিৰ্বাচিত প্ৰবন্ধ

২০। Glories of Assam ( under print )

## সম্পাদিত আৰু সঙ্কলিত গ্ৰন্থসমূহ :

২১। Gauhati University Teachers' Journal ১৯৬৭

২২। 'জ্ঞানদা' J. B. Law College Journal ১৯৬৭

২৩। মফিজুদ্দিন আহমদ হাজৰিকা ( স্মৃতিগ্ৰন্থ ) ১৯৭১

২৪। ৰাজগড় বিহু সম্মিলনৰ মুখপত্ৰ ১৯৭২

২৫। কামৰূপা : কামৰূপ সাহিত্য পৰিষদৰ স্মৃতিগ্ৰন্থ ১৯৭৭

২৬। Widen your Horizon
(Academic Council) ১৯৮২

২৭। সদৌ অসম উচ্চতৰ মাধ্যমিক শিক্ষক সন্থাৰ মুখপত্ৰ ১৯৮২

২৮। গীতা-জ্ঞান-মঞ্জৰী (Vol. All India Geeta Conference, Guwahati Session in Assamese, English, Hindi. Released by Dr. Maheswar Neog. ১৯৮৫

২৯। সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা
( ড° হেমন্ত কুমাৰ শৰ্ম্মাৰ সৈতে সম্পাদিত ) ১৯৮৬

৩০। জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ ( ১ম খণ্ড ) ১৯৮৬

৩১। জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ ( ২য় খণ্ড ) ১৯৮৭

৩২। সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ : ( কামৰূপ একাডেমী ) ১৯৮২

৩৩। লুইতৰ মোহ (শ্ৰীসুপ্ৰভা গোস্বামীৰ গল্প সঙ্কলন ) ১৯৮৯

৩৪। কণিকা ( শ্ৰীসুপ্ৰভা গোস্বামীৰ অনুবাদ সঙ্কলন ) ১৯৯০
৩৫। মোৰ আত্মজীৱনী আৰু ৰচনাৱলীৰ কিয়দংশ
( খনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ ৰচনাৱলী সঙ্কলন ) ১৯৯০
৩৬। অভিনন্দন গ্ৰন্থ ( খনীন্দ্ৰ চন্দ্ৰ বৰুৱা ) ১৯৯০
৩৭। অসমৰ প্ৰয়াত মুক্তি-যুঁজাৰুৰ জীৱনীকোষ
( চাৰিশ ছবিৰে হেজাৰাধিক পৃষ্ঠাৰ ) ১৯৯০
৩৮। শিক্ষাবিদ্ উমাকান্ত গোস্বামী
( অম্বিকা দেৱীৰ সৈতে সম্পাদিত ) ১৯৯০
৩৯। বি. কে. ভাণ্ডাৰী ১৯৯০
৪০। নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ ব্যক্তি মহিমা ১৯৯১
৪১। অশ্ৰু-অঞ্জলি ( ড° হেমন্ত কুমাৰ শৰ্মাৰ স্মৃতিত ) ১৯৯২
৪২। Golden Jubilee Volume : Govt.
Banikanta College of Teacher Edn: ১৯৯২
৪৩। সুৰভি : ( প্ৰথম খণ্ড ) সুৰভি সাহিত্য সভাৰ হৈ ১৯৯৩
৪৪। সুৰভি : ( দ্বিতীয় খণ্ড ) সুৰভি সাহিত্য সভাৰ হৈ ১৯৯৩
৪৫। ভাষাতত্ত্ববিদ্ ডক্টৰ বাণীকান্ত কাকতি
( শ্ৰীৰঞ্জিত শৰ্মাৰ সৈতে সম্পাদিত ) ১৯৯৩
৪৬। জনতাৰ সুৰ ( শ্ৰীচণ্ডীচৰণ বৰ্মণৰ কবিতা সঙ্কলন ) ১৯৯৩
৪৭। অশ্ৰুমালা ( ৺দণ্ডেশ্বৰ গগৈৰ স্মৃতিত ) ১৯৯৩
৪৮। অশ্ৰুতীৰ্থ (৺ডলী তালুকদাৰৰ স্মৃতিত) ১৯৯৩
৪৯। Professor Hemanta Kumar Sarma
Memorial Lecture by Dr. G.N. Pant ১৯৯৩
৫০। অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী (১ম খণ্ড :
হেজাৰাধিক পৃষ্ঠা) ১৯৯৩
৫১। অশ্ৰু-লেখা (উপাচাৰ্য্য জিতেন্দ্ৰনাথ দাসৰ স্মৃতিত) ১৯৯৪
৫২। অধ্যাপক হেমন্তকুমাৰ শৰ্মা ১৯৯৪
৫৩। ড° সূৰ্য্যকুমাৰ ভূঞাৰ ব্যক্তিত্বৰ জিলিকনি ১৯৯৪
(শ্ৰীৰঞ্জিত কুমাৰ শৰ্মাৰ সৈতে সম্পাদিত)

৫৪। অশ্ৰু-বীণাৰ সুৰ (পুৰুষোত্তম দাসৰ স্মৃতিত) ১৯৯৫
(শ্ৰীৰঞ্জিত কুমাৰ শৰ্মাৰ সৈতে সম্পাদিত)

৫৫। ৰজনীকান্ত দাস আৰু তেওঁৰ ৰচনা ১৯৯৫
(শ্ৰীৰঞ্জিত কুমাৰ শৰ্মাৰ সৈতে সম্পাদিত)

৫৬। গান্ধীবাদী নেতা ৰবীন কাকতী ১৯৯৬
(শ্ৰীনৱদ্বীপৰঞ্জন পাটগিৰিৰ সৈতে সম্পাদিত)

৫৭। জয়তু জন্মভূমি
(অতুলচন্দ্ৰ হাজৰিকাৰ স্বদেশ প্ৰেমমূলক কবিতা) ১৯৯৬

৫৮। ধৰ্ম্ম আৰু ৰাজনীতি (ড° মথুৰানাথ গোস্বামী প্ৰণিত) ১৯৯৬

৫৯। কাম্যভূমি (ড° কালীনাথ শৰ্ম্মাৰ কবিতা সঙ্কলন) ১৯৯৬

৬০। ইতিহাসৰত্ন বেণুধৰ শৰ্মা
(শ্ৰীৰঞ্জিত শৰ্মাৰ সৈতে সম্পাদিত) ১৯৯৬

৬১। একশৰণ নামধৰ্ম্ম আৰু কৃষ্ণানন্দ ব্ৰহ্মচাৰী ১৯৯৬

৬২। বহুৰিৰ ভোলাৰাম দাস (শ্ৰীৰামচৰণ দাস আৰু
শ্ৰীগিৰীশ চন্দ্ৰ শৰ্মাৰ সৈতে সম্পাদিত) ১৯৯৬

৬৩। অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী (২য় খণ্ড ঃ বাৰশ পৃষ্ঠা) ১৯৯৬
৬৪। অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী (৩য় খণ্ড যন্ত্ৰস্থ) ১৯৯৭
৬৫। নাট্যকাৰ নকুলচন্দ্ৰ ভূঞা (যন্ত্ৰস্থ)
৬৬। একশৰণ নামধৰ্ম্ম আৰু কৃষ্ণানন্দ ব্ৰহ্মচাৰী (২য় খণ্ড) ১৯৯৭
৬৭। প্ৰফুল্লচন্দ্ৰ দাস মানুহজন (যন্ত্ৰস্থ) ১৯৯৭
৬৮। স্বাধীনতা সংগ্ৰামী ৰাধিকাৰাম দাস
৬৯। ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ শ্বহীদ
৭০। Hundred Great Assamese

## চম্পাৱতী প্ৰকাশনৰ উদ্যোগত প্ৰকাশিত উপন্যাস ঃ

৭১। পাগলাদিয়াৰ সোণৰ চেকুৰা
৭২। জোন বেলি তৰা আৰু অন্যান্য ঃ অধ্যাপিকা
দীপ্তি দত্ত দাস ৰচিত ১৯৭৭
৭৩। প্ৰথম পৰিচয় ঃ শ্ৰীহৃদয়ানন্দ পাঠক ৰচিত ১৯৭৭

**THE ASSAM TRIBUNE : 11-2-89**

# VICE-PRESIDENT RELEASES ASSAMESE BOOK

From Delhi Correspondent

NEW DELHI, Feb. 10—The Vice-President Dr. Shankar Dayal Sharma formally released an Assame book entitled "Asomar Prasiddha Mukti-Yujaru" by well-known writer and educationist Sri Kanak Chandra Deka on February 8 here at a well attended function organised under the auspices of the Akhil Bharat Rachanatmak Samaj, Gandhi Ashram Delhi. The Assam Chief Minister, Sri Prafulla Kumar Mahanta was President at the function which was attended by some distingushed writers, social workers and prominent people from other walks of life. A number of Assamese residents of Delhi were also present at the book-release function.

Speaking on the occasion Dr. Sharma expressed his satisfaction at a language publication of this nature which he felt to be a laudable attempt on the part of the author and the publishers to introduce the lives and works of eminent freedom fighters of Assam to the present generation of younger people. The Vice-President was all praise for the author of the book Sri Deka who undertook this extraordinary work with his sense of history, deep sensibility and partiotic fervour.

Dr. Sharma spoke on the need of arranging translation of such books which he felt could foster a sense of emotional

integration by making people in one part of the country know about the freedom struggle of another part. In this task he suggested that the Publication Divisions could do a lot. Recalling the glory of the days of national struggle the Vice-President urged more emphasis on the events than a more listing of biodata of the freedom fighters. He wanted to sing about these people as well to make their endeavours' known to the people.*

---

* This is a part of the report published in the Assam Tribune, dt. 11-2-89.

# অভিমত

## অসমৰ প্ৰসিদ্ধ মুক্তি-যুঁজাৰু

### শ্ৰীলক্ষেশ্বৰ হাজৰিকা : নগাঁও

অসম বাণী, মে ২৬, ১৯৮৯

বুৰঞ্জীক সুসাহিত্যৰূপে পাঠকৰ আগত দাঙি ধৰা যিমান কষ্টকৰ আৰু দুৰূহ তাতকৈ কঠিন জীৱনী সাহিত্যৰ সৃষ্টি কৰা। একো একোজনা মানুহৰ জন্ম, যৌৱন, শিক্ষা, কাৰ্যকৌশল আৰু সমাজলৈ আগবঢ়োৱা অৱদানখিনি যুগুতাই সুপাঠ্য হিচাপে দাঙি ধৰা সহজ কাম নহয়। তাতে আকৌ ১, ২, নহয় তিনি কুৰি দুই গৰাকী বিভিন্ন ঠাই আৰু বিভিন্ন চৰিত্ৰৰ লোকৰ এখন জীৱনী বুৰঞ্জী সৃষ্টি কৰা আৰু কষ্টকৰ। এইদিশত লিখক, জীৱনী লিখোঁতাজনৰ সম্পৰ্কে কৰা আলোচনা আৰু বিশ্লেষণসমূহ লিখকৰ নিজ স্বভাৱ, অনুভূতি আৰু ভাৱপ্ৰৱণতাই প্ৰভাৱ পেলোৱাটো অতি স্বাভাৱিক কথা। লিখকৰ এই দিশটোৱে ওপৰহাত পালে জীৱনী আৰু জীৱনৰ কাৰ্য-সমূহৰ আলোচনা কেতিয়াবা আসোঁৱাহপূৰ্ণ আৰু কেতিয়াবা ভাবাবেগপূৰ্ণ হৈ বাস্তৱতাৰপৰা ফালৰি কাটিব পাৰে। ইয়াৰপৰা মুক্ত হৈ জীৱনী লিখিব পৰাটোৱেই লিখকৰ সৃষ্টিকলাৰ কৃতকাৰ্যতা বুজায় আৰু লগতে নিৰস জীৱনী পুথিও হৈ পৰে মধুৰ আৰু সুস্বাস্থ্যপূৰ্ণ।

"অসমৰ প্ৰসিদ্ধ মুক্তি-যুঁজাৰু" লব্ধপ্ৰতিষ্ঠ লিখক অধ্যাপক শ্ৰীকনক চন্দ্ৰ ডেকা ডাঙৰীয়াৰ সফল সুপাঠ্য আৰু আকৰ্ষণীয় এক জীৱনী সাহিত্যও। অসমৰ বছা বছা তিনি কুৰি দুজন নমস্য স্বাধীনতা

আন্দোলনৰ ত্যাগী, লাঞ্ছিত আৰু নিষ্পেষিত মুক্তি সংগ্ৰামীৰ জীৱনী-সমূহ ইমান দক্ষতাৰে লিখি নতুন পুৰুষৰ আগত দাঙি ধৰিব পৰাটো এক অতি প্ৰশংসনীয় কাৰ্য। কিতাপখন হাতত ললে ইজনৰ পিছত সিজন মুক্তি-যুঁজাৰুৰ জীৱনী পঢ়ি অৱসাদ আৰু বিৰাগ ভাব অহাৰ ঠাইত পঢ়াৰ উৎকণ্ঠা আৰু হেঁপাহহে বাঢ়ি যায়। প্ৰত্যেকটো জীৱনী লিখোঁতে আৰু সংগ্ৰামীজনৰ অৱদান বিশ্লেষণ কৰোঁতে শ্ৰীডেকা ইমানেই সাৱধান যে এজনৰ বৰ্ণনা আনজনৰ লগত পুনৰুক্তি হোৱা নাই। তেখেতৰ ভাষা প্ৰাঞ্জল, আকৰ্ষণীয় আৰু সুৰুচিপূৰ্ণ।

আমি এজন মুক্তি-যুঁজাৰু হিচাপে শ্ৰীডেকাৰ ভাৰতৰ স্বাধীনতা অন্দোলন, আন্দোলনৰ বিস্তৃত বৰ্ণনা, আন্দোলনকাৰীসকলৰ অনুকৰণীয় ত্যাগ, অসমৰ সমস্যা আদিৰ মনোমোহা বৰ্ণনাৰ এই বৃহৎ গ্ৰন্থখনিৰ যোগে নতুন পুৰুষলৈ যি আদৰ্শ আৰু প্ৰেৰণা আগবঢ়ালে তাৰবাবে তেখেতলৈ হিয়াভৰা ওলগ আৰু কৃতজ্ঞতা জনালোঁ। এই পুথি স্কুল-কলেজৰ পুথিভঁৰালত ৰখাৰ বাহিৰেও পাঠ্যপুথি হিচাপে প্ৰচলন কৰাৰ বাবে শিক্ষাবিভাগলৈ আহ্বান জনাইছোঁ। মুক্তি-যুঁজাৰুসকলৰ জীৱনৰপৰা দেশৰ প্ৰতি কৰিবলগা ত্যাগ, সমাজৰ প্ৰতি অৱদান আৰু মানুহ হিচাপে মানুহৰ প্ৰতি অৱশ্যে পালনীয় কৰ্তব্যৰ সম্পৰ্কে দিক্ নিৰ্ণয় কৰিব পৰা যায়।

শ্ৰীডেকাৰ এই আকৰ্ষণীয় আৰু অমূল্য গ্ৰন্থখনে এক আলোক স্তম্ভৰ দৰেই পাঠকক প্ৰভাৱান্বিত কৰিব বুলি মোৰ বিশ্বাস।

